# শ্ৰীশ্ৰীমাধৱ দেৱ

[ ৫০০ তম জন্মোৎসৱ উপলক্ষ্যত সশ্ৰদ্ধ নিবেদন ]

শ্ৰীদেৱেন্দ্ৰনাথ শৰ্মা

কাজিৰঙা প্ৰকাশন
গুৱাহাটী, অসম

## উছৰ্গা

স্বৰ্গগত পিতৃ চক্ৰেশ্বৰ শৰ্মা দলৈৰ পৱিত্ৰ

স্মৃতিত অভাজন পুত্ৰৰ ভক্তি-অৰ্ঘ্যাঞ্জলি ।

শ্ৰীদেৱেন্দ্ৰ নাথ শৰ্মা

ভিতৰৈকে কাজৰহে পৰিল, তেওঁ ঘৰ-সংসাৰলৈ পিঠি দিলে। কমপুৰেৰ দামোদৰৰ হাঁতত ৰাজ-বিষয় অৰ্পণ কৰি নিজ্ঞানীয়া মনেৰে পূৰ্ব্ব বংশ পৰিয়ালৰ পৰাহ বিচাৰি ঘৰ দুইতেয়ে উজাই আহি বৰদোৱাত উপস্থিত হ'ল।

বংশৰ পুৰণিচাম লোকে গোবিন্দ গিৰীক বহুদিনৰ পাছত লগ পাই আনন্দ পালে। কিন্তু তেওঁৰ পত্নীবিয়োগ বাৰ্ত্তা শুনি বহুতৰ অন্তৰ সমবেদনাত আৰ্ত্ত হৈ উঠিল। বিপত্নীকৰ পুনৰাই দাৰ-পৰিগ্ৰহ প্ৰথা আছে যেতিয়া বয়োবৃদ্ধ জ্ঞাতিসকলে শংকৰ দেৱৰ খুৰাক ৰামভূঞাৰ ছোৱালী মনোৰমাক গোবিন্দ গিৰীলৈ বিয়া দিয়াৰ প্ৰস্তাৱ উত্থাপন কৰিলে।

মনোৰমা সুলক্ষণী, বুদ্ধিমতী আৰু ধীৰ-স্থিৰা। গোবিন্দ গিৰীয়ে জ্ঞাতি-কুটুম্বৰ কথাত আপত্তি নকৰিলে। কেইদিনমানৰ ভিতৰতে সকলোৰে সহযোগত গোবিন্দ আৰু মনোৰমাৰ বিয়াখন সুকলমে হৈ গ'ল। আগৰ ৰাজ-বিষয়া, অভিজ্ঞ লোক, শংকৰদেৱৰ পৰামৰ্শ অনুসৰি গোবিন্দ গিৰীক ব'টাৰ পাৰৰ টেম্বুৱনি বাৰত বৰাৰ বিষয়-বাবত নিযুক্তি কৰি ঘৰ-দুৱাৰ সজাই থাকিবলৈ দিলে।

এবছৰমানৰ পাছতেই ভূঞাসকলৰ ওপৰত কছাৰী মানুহখিনি ক্ষুব্ধ হৈ উঠিল, মাটিৰ সীমাৰ কাৰণে দুয়োপক্ষৰ মাজত কাজিয়া আৰম্ভ হ'ল। ঠায়ে ঠায়ে ডাকৰীয়াকৈ থকা ভূঞাসকলৰ ওপৰত কছাৰীয়ে আক্ৰমণ চলালে। শংকৰদেৱে উৎপীড়িত অঞ্চলত কেপেৰি পাতি থাকি ধৰ্ম-প্ৰচাৰ কৰিবলৈ ইচ্ছা নকৰি বংশৰ আন আন লোকৰ লগতে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ গ'ল, গোবিন্দ গিৰীকো অন্য নিৰাপদ ঠাইলৈ যোৱাৰ দিহা দিলে।

এৰা ক'ৰবালৈ যাবই লাগিব, গোবিন্দ গিৰীয়ে ভাবিলে। তেওঁ বৈৰীয়েকৰ লগতে ঢেঁকৰজিয়া দোলাত উঠিল। আঠজন দুলীয়া, কান্ধ সলাই দোলা কঢ়িয়াব লাগিব। তেওঁলোকৰ পাছে পাছে কমলাপ্ৰিয়া দুটাত কানি-কাপোৰ আৰু-বাচনৰ এখন যেকনেকীয়া ভাৰ।

নাছিল। অলপ সময়ৰ পাছতেই আকৌ কাষ চাপিল। উজিৰে গোবিন্দ গিৰীৰ লগত চিনাকি হ'ল। কথা প্ৰসঙ্গত তেওঁ বিগত নিশাৰ মৰ্মান্তিক কাহিনী ব্যক্ত কৰিলে, হৰসিঙৰ সহানুভূতিশীল অন্তৰখন লেহেকি উঠিল। আশ্ৰয়হীন দম্পতিহালক নতুন সাজ-পাৰ পিন্ধাই তেওঁ পৰম আগ্ৰহেৰে নাৱৰ কুঠিলৈ আদৰি আনিলে।

কেইদিনমানৰ পাছত নাৱখন গৈ বৰ-দুৱৰ খুঁজিয়েদি নাৰায়ণপুৰ পালে। হৰসিঙ বৰাই কিছুদিনলৈ গোবিন্দ গিৰী আৰু তেওঁৰ ঘৈণীয়েকক অতি শ্ৰদ্ধাৰে নিজৰ হাউলিৰ ভিতৰতে ৰাখিলে। বৰা পৰিয়ালৰ সকলোটি উভয়ৰে সজ ব্যৱহাৰত মুগ্ধ, তাতে আকৌ স্বয়ং বৰাই সঁকীয়াই থৈছে, অভ্যাগত হুয়ো গৰাকী তেওঁৰ পিতৃ-মাতৃ স্বৰূপ, তেওঁলোকৰ আদৰ-যত্নও যেন ক'তো একেবি ক্ৰটি-বিচ্যুতি নহয়। সেয়েহে গোবিন্দ গিৰী আৰু তেওঁৰ ঘৈণীয়েকৰ কাৰণে সকলো বয়-বস্তু ওৰাদানিকৈ যতনাই দিয়া হ'ল।

তথাপিও একেটি চোহদতে গোবিন্দ গিৰীয়ে সৰহ দিন থাকিবলৈ ইচ্ছা নকৰিলে। বৰাৰ অনুমতি-সাপক্ষে তেওঁৰেই ঘৰৰ ওচৰত থকা লেটেকু-পুখুৰিৰ পাৰত কিছু দিন পাছতেই গোবিন্দ গিৰীয়ে নিজাকৈ ঘৰ-দুৱাৰ সজাই তাত থাকিবলৈ ল'লে। অৱশ্যে ইয়াৰ খা-খৰছ বৰাৰ তহবিলৰপৰা বহন কৰিলে। এই ঘৰৰ পবিত্ৰ মজিয়াতেই মাধৱদেৱৰ শুভ আবিৰ্ভাৱ হ'ল।

পিতৃ-মাতৃৰ দুৰ্দিনৰ সময়ত মহাপুৰুষসকল আবিৰ্ভাৱ হোৱাৰ দেখ দৃষ্টান্ত ধৰ্ম-শাস্ত্ৰসমূহত আছে, মাধৱদেৱৰ বেলিকাও সেয়ে হ'ল। বৰাৰ অনুগ্ৰহত খোৱা মুঠি কেইবছৰমানলৈ পালে যদিও, নিজা ঘৰ বুলিবলৈ তেওঁলোকৰ নাছিল। অৱশ্যে তেওঁলোকৰ ক্ষেত্ৰত আপোন-পৰ নাই, জগতৰ সকলোৱেই আপোন।

শংকৰদেৱৰ বংশৰ সুশীলা, সহৃদয়া আৰু স্বামী-ভক্তিপৰায়ণা মনোৰমা আইৰ কোলাত নৱজাতক লহ্ পহকৈ দিনে দিনে বাঢ়িবলৈ ধৰিলে। চৰিতকাৰৰ ভাষাত, 'এ মাহতে তৈলা এক বৎসৰীয়া যেন।'

কথা-গুৰু চৰিত্ৰৰ আবাত আছে, শিশু মাধৱৰ 'ছত্ৰাকৃতি মাথ, আকুঞ্চিত কেশ, পূৰ্ণচন্দ্ৰ বদন, কুন্দ-কলি দশন, নাসা তিলফুল, আয়ত লোচন, বাহু-বক্ষ স্থূল, উৰু ৰাম-কল, চৰণকমল দেখি মনোহৰ।'—

সৰু কালৰেপৰা মাধৱৰ ৰূপ-সৌন্দৰ্য আৰু হাঁহি-কটাক্ষত চুবুৰিৰ সকলো মানুহ মুগ্ধ হৈ তেওঁক কোলা-বোকাত তুলি মৰম-চেনেহেৰে ওপচাই দিলে।

সাত-আঠ বছৰৰপৰা খেল-ধেমালিতো তেওঁ পটু আছিল। ওচৰৰে সমনীয়া চামৰ লগত হাঁহি-খুন্দি-দৌৰি বৰ দক্ষতাৰে হৈ-খেদা, ঢোপ, লুকা-ভাকু, পঁচি, জৰী-খেল, ঘিলা, টাংগুটি আদি সেই সময়ত প্ৰচলিত ভালেমান খেলত মাধৱ পাৰ্গত হৈ উঠিছিল। দৌৰত লৰাৰ এজনেও তেওঁক চুবলৈ পৰা নাছিল আৰু খেলসমূহৰো আছিল তেওঁ প্ৰধান ওস্তাদ।

এদিন হৈ-খেদোতে সমনীয়া ল'ৰা এজনৰ হাত এখন মোচোকা খালে, বিষত তৎ নাপাই কান্দি-কাটি সি গোবিন্দ গিৰীৰ আগত গোচৰ দিলেগৈ। দেউতাকে মাধৱক বকনি ধৰিলে, সাউত কৰে তেওঁ ঘৰৰপৰা ওলাই গৈ ল'ৰাজনৰ হাতখন টানি-টুনি ঠিক কৰি দিলে। বিষ-দুখ লগে লগে নাইকিয়া হ'ল। সৰুৰেপৰা বিচক্ষণ বুদ্ধিমান কাৰণে লগৰীয়াজনৰ হাতখনত ক'ত কি হৈছিল, কোন খিনিও সাফি লৰিছিল মাধৱে থাণ্ডকতে ইয়াৰ উমান পাইছিল।

ৰবাৰ টোলতে মাধৱে প্ৰাথমিক শিক্ষা আৰম্ভ কৰিলে। বৰ চোকা বুদ্ধিৰ ল'ৰা, এবাৰ পঢ়িলে আৰু পঢ়িব নালাগে; 'আখৰে আখৰে চৰ মনত থাকে। দেউতাক শিক্ষিত লোক, পুৰা-পথুলি তেওঁ পুতেকক ঘৰতে শিকায়, কায়থেলি-বিদ্যা আৰম্ভ কৰে। এনেকৈ অলপ দিনৰ ভিতৰত মাধৱ লিখা-পঢ়াত ভালেখিনি আগুৱাব ধৰিলে।

নৈ-পৰীয়া ল'ৰা, সৰুকালৰপৰা মাধৱে ভালকৈ সাঁতুৰিব জানিছিল। এবাৰ বাৰ বছৰ বয়সত হৰলিও নৰকানটাসতে নৈত পা ছুৱেঁ

লৈ অতৰ্কিতে পানীত ডুবিয়াই ৰবাক বিস্মিত কৰি ভালেখিনি দূৰলৈ তলে তলে ভটিয়াই পাৰত বহি থাকিল। কি অসম্ভৱ জল-ক্ৰীড়া ! এই সৰু ল'ৰাজন কম সাহসী নহয়।

সকলো কাৰ্যতে পটু, ধীৰ-স্থিৰ-উৎসাহী এ'ৰাজন ৰবা ডাঙৰীয়াৰ অতি মৰমৰ, ইফালে-সিফালে কৰ-কাটল তুলিব যাওঁতে তেওঁ মাধৱক লগত লৈ যায়। কেতিয়াবা মাধৱে চাউল, সিজাই; দুয়ো খায়। ক'ৰবাত টকা-সিকা হিচাপ অনুসৰি ৰায়তে আদায় দিব নোৱাৰিলে হৰসিঙ ৰবাই টান-কথা শুনাই শাস্তি দিয়ে। এই দুৰ্ব্যৱহাৰত মাধৱ অত্যন্ত দুঃখিত হয়। দুখীয়া হ'ল বুলিয়েই তাহাঁতক তেনেকৈ দুখ-যন্ত্ৰণা দিব লাগে নে? সৰু কালৰপৰা সমস্ত প্ৰাণীৰ প্ৰতি তেওঁৰ অপৰিসীম দয়া। তেওঁ মানুহৰ অন্তৰত দুখ নিদিবলৈ ৰবাক অনুৰোধ কৰে আৰু কেতিয়াবা হিচাপৰ ধনখিনি মাধৱে পনৰাই লেখকৰি উলিয়াই দিয়ে।

অকল মানুহেই নহয়, জন্তু-জানোৱাৰৰ প্ৰতিও তেওঁৰ অসম্ভৱ কৰুণা, সেই কাৰণে বোধকৰোঁ এদিন গোৱালক আশ্চাৰ্যন্বিত কৰি পালৰ ডাকু ম'হৰোৰেও মাধৱক খুচিবলৈ চেষ্টা নকৰি কাষেৰে পাৰ হৈ গ'ল।

অন্ত এদিন হৰসিঙ ৰবাৰ লগত হৰিপুখুৰি পাৰলৈ যাওঁতে বাটত তিতাচোমদাৰৰ নঙলাত আতিকাৰ হৈ ফুলিথকা এজোপা চম্পা ফুলৰ গছ দেখি মাধৱ থমকি ৰ'ল। তেওঁক এপাহ ফুল লাগে, চোমদাৰক ফুলৰ কথা কোৱাত প্ৰকাণ্ড গছজোপালৈ বগাই তেওঁ ফুল পাৰি দিব নোৱাৰে বুলি উত্তৰ দিলে। ওচৰত দীঘলীয়া হাকুটিও নাই, ইফালে মাধৱে একোপধ্যে নেৰিছে, তেওঁক ফুল এপাহ লাগিবই। উপায় নাপাই হৰসিঙ ৰবাই দুয়োহাতেৰে আকোৱালি গছজোপা জোঁকাৰি দিলে, আশ্চৰ্য কথা, লগে লগে সৰু ডাল এটিৰ লৈতে সাত আঙুলীয়া চম্পা এপাহ বাটত সৰি পৰিল। মাধৱে আনন্দ মনেৰে ফুল পাহ পিন্ধি আকৌ উজিৰৰ লগত বাট বুলিবলৈ ধৰিলে। এই ঘটনাত

উজিৰ নিমিত্ত মাত্ৰ, বৰং প্ৰকৃতিদেৱীয়ে যেনিবা তেওঁৰ প্ৰিয় পৰম মাধৱক চিনি পাই ফুল এপাহি অৰ্পণ কৰি ধন্য হ'ল।

চেমনীয়া মাধৱে বাহিৰত লগ-লগৰীয়াৰ সৈতে হাঁহি-মাতি থাকিলেও অন্তৰত তেওঁৰ ঈশ্বৰ-চিন্তা, এখন গভীৰ ধ্যান-নিষ্ঠ হৃদয়। ৰবাৰ লগত মাজে-সময়ে অলৈ-তলৈ গ'লেও, কেতিয়াবা চুবুৰীয়াৰ খা-খবৰ কৰিলেও সৰহদিন ঘৰতে থাকে কাৰণে এদিন হৰসিঙ ৰবাৰ চাকৰ এজনে মাধৱক উজিৰৰ ধাননি নিৰাবলৈ পথাৰত লৈ গ'ল। মাধৱে ধানৰ গজালিবোৰ কাটি বনখিনি ৰাখি থ'লে। হালোৱা এজনে এই কাৰ্য দেখি অবাক, ধাননিডৰা তেনেই নষ্ট কৰিলে। সি তেতিয়াই গৈ উজিৰক কৈ দিলে। হৰসিঙ ৰবাই এইকথা শুনি মাধৱক একো নক'লে, নজনা ল'ৰাটোক তেনেকৈ ধাননি নিৰাবলৈ মাতি নিয়াৰ কাৰণে আহম্মক চাকৰজনকহে গালি-শপনি পাৰি নিজে পথাৰলৈ গৈ মাধৱক লৈ আহিল। সেইদিনা মাধৱে নিয়াৰিকৈ নিৰাপি দিয়াহেঁতেন তেওঁক সদায় চাকৰ-বাকৰে কামলৈ পাচিলে-হেঁতেন আৰু তেতিয়া জাগতিক কাৰ্যত তেওঁ বেয়াকৈ আবদ্ধ হৈ পৰিলহেঁতেন।

কিছুদিনৰ পাছত হৰসিঙ ৰবাৰ মৃত্যু হ'ল। গিৰীহঁতৰ মৃত্যুত ৰবা-পৰিয়ালৰ ভালেখিনি ক্ষতি হৈ পৰিল। ইফালে গোটেই অঞ্চল-জুৰি দুৰ্ভিক্ষই দেখা দিলে। পইচা দিলেও ধান-চাউল এমুঠি বিচাৰি নোপোৱা হ'ল। গোবিন্দ গিৰীয়ে আগতে উজিৰৰ তহবিলৰপৰা যিখিনি পাইছিল, সেইখিনিও নোপোৱাত পৰিল। ল'ৰা-তিৰোতাক ভাত-মুঠি দিবলৈ তেওঁ অক্ষম, অসমৰ্থ।

ইফালে আকৌ শৰীৰত জিনজিনীয়া বাত, ঔষধ-পাতিৰ খৰছ আছেই, ইয়াৰ উপৰিও হাত-ভৰি সেকিবলৈ নিতৌ এতাষ তকান খৰিৰ প্ৰয়োজন। ঘৰখনত আয়-উৎপন্ন বুলিবলৈ একোৱেই নাই, অথচ খৰছৰ সুকণ্ডা বহুত। গোবিন্দ গিৰী নিৰুপায়ত পৰিল। পেটৰ দায়ত বাধ্য হৈ বাপেক-পুতেকে এদিন ভিক্ষাৰ জোলোঙা লৈ বাটে-পথে ওলাবলগীয়া হ'ল। তথাপিও প্ৰয়োজনীয় চাউল মুঠি

নিমিলে, ঘৰে ঘৰে অভাব-অনাটন-দুৰ্ভিক্ষ, কোনে কাক দিয়ে। দিনটো ব'য়ে-বতাহে ফুৰি মাথোন বাতিৰ সাজবহে কোনোমতে যোগাৰ হয়, পিছদিনা দুপৰীয়াৰ মাজলৈ খুদ-কণ এমুঠিও নাথাকে।

এদিন কাচিকটাৰ পাৰত এঘৰৰ নঙলা গচকি সোমাই গৈ মাধৱে দেখিলে, গৃহস্থজনে পাট-পলুৰ দলা এখন আগত লৈ অসন্তোষ মনেৰে বহি আছে। ভাঙৰৰ গছকত সকবোৰ লেতুসেতু হৈ পৰিছে, পোৱালিজাক দেখি গিৰীহঁতৰ মনত দুখ। মাধৱে মানুহজনক খুজি তিনিখন দলা অনালে, সক-বৰ আৰু মজলীয়া পলুবোৰ বাছি উলিয়াই তিনিওখন দলাত বেলেগ বেলেগকৈ মেলি পাত খাবলৈ দিলে। পলুবোৰে পাত খাবলৈ ধৰিলত গৃহস্থৰ মনত সন্তোষ লাগিল।

বোপা, তুমি কিবা সকামত আহিছা নে?—মানুহজনে সুধিলে।

মই ভিক্ষা বিচাৰি আহিছোঁ ককাই। —মাধৱে উত্তৰ দিলে।

উহু, এই সুন্দৰ ল'ৰাজন ভিখাৰী নহয়, তেওঁৰ পৰম উপকাৰী; বোপা নহাহেঁতেন পলুবোৰ উছন হৈ গ'লহেঁতেন। তেওঁ ভিতৰলৈ গৈ দুই দোনমান শুকান ধান আৰু শাক-পাচলি কিছু পৰম শ্ৰদ্ধাৰে আনি মাধৱক দিলে। সকলালত অভাব-অনাটনৰ সন্মুখীন হৈ ভিক্ষাবৃত্তি সাময়িকভাৱে গ্ৰহণ কৰাত বিশেষত্ব আছে। নিজৰ প্ৰয়োজনীয়খিনি আনৰপৰা খুজি-মাগি ল'লে মনৰ অকল লাজ-সংকোচেই নহয়, অন্তৰৰ অহমিকাখিনিও বহু পৰিমাণে আঁতৰি যায়। সেই কাৰণে কিছুমান ধৰ্ম-সম্প্ৰদায়ৰ মাজত ভিক্ষাবৃত্তি অন্যতম আচৰণীয় বিধি।

সেই নিশা মাধৱে দেউতাকক সুধিলে, তেওঁলোকৰ কোনোবা আত্মীয়-স্বজনৰ আশ্ৰয়ত অন্ততঃ দিন-চেৰেক থাকিব নোৱাৰিনে? গোবিন্দ গিৰীৰ মনত পৰিল, দক্ষিণে এঘৰ সম্পৰ্কীয় ককায়েক আছে। তেওঁ পুতেকৰ আগত সেই মানুহজনৰ কথা উল্লেখ কৰিলে। একে বংশৰ লোক, বিপদৰ সময়ত তেওঁ হয়তো কেইদিনমানলৈ চপাই ল'ব পাৰে।

পিছ দিনা পুৱা বৰ লুইত পাৰ হৈ দুয়ো বাপেক-পুতেকে বাটকুৰি

বাই সন্দিয়া পবত ককায়েকৰ ঘৰখন বিচাৰি উলিয়ালে। গিৰীহঁতৰ তেনেই সেমেকা আদৰ, অবজ্ঞা কৰি চেঁকীঘৰত এমুঠি সিজাই খাবলৈ দিলে। পুতেকৰ মনত অসন্তোষ, এনে কাঠচেতীয়া ঘৰত তেওঁ নাথাকে; ৰাতি পুৱালেই গুছি' আহিব। কোনোমতে ৰাতিটো কটাই পুৱা আহিবৰ সময়ত গিৰীহঁতে মুখৰ মাত এষাৰ দিবলৈও ইচ্ছা নকৰিলে।

ইয়াৰ পাছত গোবিন্দ গিৰী ল'ৰা-তিৰোতাৰ' সৈতে অন্য এজন-আত্মীয়ৰ ঘৰলৈ গ'ল। এইজন সম্বন্ধীয়া ভায়েক, আলহী সেই পোৱাত তেওঁ ঘৰত নাছিল; ক'ৰবালৈ ওলাই গৈছিল। বুঢ়ী মাক-জনীয়ে আথাৰচেবেক কথা পাতি ঘৰৰপৰা ৰৰ কুঠাৰখন উলিয়াই দি চোতালৰ চুকত পৰি থকা গাঁঠি-খৰিডোখৰ ফলিয়াবলৈ ক'লে। ৰাতিৰ সাজৰ কাৰণে গৃহস্থ আৰু আলহীৰ চুয়োখন জুহালত খৰি লাগিব।

মাধৱে কঁহ-কঁহকৈ টান কাঠ ডোখৰ একালৰপৰা ফলিয়াব ধৰিলে আৰু বুঢ়ীয়ে একোচা-তুকোচাকৈ ফলাখৰি কেইডুখৰি ঘৰৰ ভিতৰলৈ কঢ়িয়াই থাকিল। ভাবগতি বিষম যেন দেখি মাধৱে অৱশিষ্ট ফলাখৰি কেইডোখৰৰ ওপৰত কুঠাৰখন পেলাই তাৰে ওপৰত বহিল, বুঢ়ীয়ে সেই কেইচলা কঢ়িয়াব নোৱাৰিলে।

মুখ-আন্ধাৰি লগাৰ পাছত ঘৰৰ গিৰীহঁত উভতি আহি গোবিন্দ গিৰীক চোতালত বহি থকা দেখিও মুখেৰে নামাতিলে, পোনছাটে ঘৰ সোমাল। মাকে তেওঁৰেই সম্পৰ্কীয় ভায়েক বুলি কোৱাৰ পাছতো তেওঁ বিৰূপ মন্তব্য কৰিলে, থৰ থৰ কোনকালৰ ককাইৰ' নিদানকালত খাবলৈ আহিছে।

তথাপিও মাকে আলহীলৈ চাউল-চক দিলে। মনোৰমা আই চাউল সিজাই দেখিলে, ভাত তেনেই ভাকৰীয়া, পেটভৰাই খালে মাথোন গিৰীয়েককহে আঁটে। গোবিন্দ গিৰীক ভাতখিনি বাঢ়ি দিলে, তেওঁ আধা খাই বাকীখিনি পাততে এৰিলে। মাকৰ ভোক নাই বুলি কৈ অৱশিষ্টখিনি পুতেকক খাবলৈ ক'লে। কিন্তু

পুতেক লগত নহ'ল, তেওঁবো তোক নাই। শেষত গিৰীয়েকৰ পাছত এবা তাতগাম মাক-পুতেকে ভগাই খাই নিশাৰ ভোজন সামৰি শুই থাকিল। বিপদকালত ঐ টেঙাইও ভিভিৰ খজুৰতি তোলে, আত্মীয়-স্বজনে মুখ ভেঙুচাই পিঠি দিয়ে। মাধৱে পৰিয়ালৰ দুৰ্দিনত আপন-জনৰপৰা লাভকৰা অভিজ্ঞতাৰ তিতা-কেঁহাৰে জগতবাসীক শিক্ষা দিলে।

সেই নিশা খাখৰি-মাজীৰ কথা গোবিন্দ গিৰীৰ মনত পৰিল। বতুকাত থাকোঁতে এইজন মানুহক তেওঁ বাজ-দায়ৰপৰা ৰক্ষা কৰিছিল, তেওঁ হেনো অসম ৰাজ্যলৈ আহি বৰ মানুহ হৈছে। কিজানি বিপদকালত মাজী তেওঁলোকৰ মুখলৈ চাই, গোবিন্দ গিৰীৰ মনত আশা-নিৰাশাৰ অগা-ডেৱা।

পুৰা সম্পৰ্কীয় ভায়েকৰপৰা বিদায় লৈ তিনিও খাখৰ অভিমুখে খোজ ল'লে। কিছুদূৰ খোজকঢ়াৰ পাছত দুপৰীয়াৰ সূৰ্যৰ তাপত মাধৱৰ দেউতাক বৰ ক্লান্ত হৈ পৰিল। ভোক-বহীয়া পিতৃ গছ এজোপাৰ তলত টোপনি গ'ল। মাক-দেউতাকৰ দুখ-কষ্টলৈ লক্ষ্য কৰি পুতেকে তেওঁলোকৰ বাবে ক'ৰবাত কিবা অলপ পাই নেকি বিচাৰি ওলাল।

কাতিমাহ, আম-কঠাল কেতিয়াবাই শেষ হৈছে। গাঁওখনো অচিনাকি, কিছুদূৰ আগবাঢ়ি গৈ হুনবাৰী এখনত লাউৰ জালি এটি পাই মাধৱে সেইটোকে ছিঙি আনি বাঁহৰ চোঁচেৰে চুচি মাক-দেউতাকক খাবলৈ দিলে আৰু তেওঁ নিজেও অলপ খাই কিছু সুস্থিৰ হ'ল। তাৰ পাছত তিনিওজন আকৌ আগুৱাব ধৰিলে।

দুই-চাৰি বাটকবাক সুধি-পুচি তেওঁলোক খাখৰি মাজীৰ ঘাটত উপস্থিত হ'ল, কিন্তু নৈখন পাৰ হ'বলৈ ঘাটত নাও নাই। গোবিন্দ গিৰীয়ে খাখৰৰ ইপাৰৰপৰা ৰবকণা গিৰী অহাবুলি চিঞৰি চিঞৰি মাতিব ধৰিলে। নৈৰ পানী নিবলৈ অহা তিৰোতা এজনীয়ে সিপাৰে সেই চিঞৰ শুনি মাজীৰ আগত বাৰ্তা জনালে। মাধৱৰ দেউতাকৰ নাম চাৰিটা, ৰবকণা গিৰী, লাম-কণা গিৰী, মহোদৰ আৰু গোবিন্দ গিৰী।

ক'ত মাথব আৰু ক'ত বতুকা। ঘাঘৰি মাজীয়ে প্ৰথমতে বিশ্বাসেই কৰা নাছিল, পাছত ভাবিলে কিজানিবা হয়েই; বিশ্বাস-অবিশ্বাসৰ দোমোজাত ঘাটলৈ আহি তেওঁ দেখিলে, কথা সঁচা, তেওঁৰ পুৰণি বন্ধু নৈখনৰ সিপাৰে বৈ আছে। মাজীয়ে অলপো পলম নকৰিলে, তৰা-নৰা-ছিগি নাৱখন ইপাৰলৈ পাৰি দিলে।

## ঘাঘৰি মাজীৰ ঘৰত

ভাৰ্যা-পুত্ৰৰ সৈতে মাজীয়ে গোবিন্দ গিৰীক সসন্মানেৰে ঘৰলৈ আদৰি নিলে। মাজীৰ হৃদয় পৰম আহ্লাদিত, তেওঁ গোবিন্দ গিৰীৰ আৰু ঘৈণীয়েকে মনোৰমা আইৰ ভৰি ধুৱাই দিলে। মাধৱক ভৰি ধুবলৈ এলোটা পানী দিয়ালে। অলপ সময়ৰ ভিতৰতে অভ্যাগত-সকলক গাখীৰ-গুড়-চিৰাৰ জলপান খুৱাই আপ্যায়িত কৰিলে।

গোবিন্দ গিৰী ভালেখিনি সুস্থ হ'ল। মাজীৰ লগত সুখ-দুখৰ কথা আৰম্ভ কৰিলে, বন্ধু-পৰিয়ালৰ দুখ-কষ্ট, অভাৱ-অনাটনৰ কৰুণ বৃত্তান্ত শুনি সহৃদয় অন্তৰখন সহানুভূতিত পমি গ'ল। এমাহ-দুমাহ নহয়, যিমান দিনলৈ ইচ্ছা কৰে এইখন ঘৰকে আপোন বুলি থাকিবলৈ গোবিন্দ গিৰীক অনুৰোধ জনালে, মাজীৰ ঘৰ-দুৱাৰেই তেওঁলোকৰ ঘৰ-দুৱাৰ, ইয়াত কোনো সংকোচ কৰিবলগীয়া নাই।

ঘাঘৰি-মাজী আঢ্যৱন্ত লোক। এই অঞ্চলতে আছি তেওঁ মাটি-বাৰী লৈ খেতি-খোলা কৰি চহকী হৈছে। চাৰিখন হাল বায়। ভাল ঘৰ এভুখৰি কটাই-পিটাই প্ৰয়োজনীয় বয়-বস্তুৰ সৈতে নিঃস্ব বন্ধু-পৰিয়ালটো তেওঁ অতি হাবিয়াসেৰে সংস্থাপন কৰিলে।

অভাৱ-অনাটন নোহোৱাকৈ গোবিন্দ-গিৰীৰ নিৰীহ দিনবোৰ আগুৱাই গ'ল।

ইতিমধ্যে মনোৰমা আইৰ ছোৱালী এজনী জন্মিল, নাম ৰাখিলে উৰ্বশী। এই সুলক্ষণীয়া, কণমানিজনীয়ে দাং-দতীয়া ঘৰখন হাঁহি-কান্দোনেৰে পোহৰাই তুলিলে।

পুতেক মাধৱ লাহে লাহে ডাঙৰ হৈ আহিছে। তেওঁ অধ্যয়ন-চৰ্চা

অটুট ৰাখি বিশ্বজগতৰ প্ৰতিটো ঘটনা আৰু কাৰ্য বিশ্লেষণ কৰি প্ৰকৃত জ্ঞান-আহৰণ কৰাত ব্যস্ত হৈ পৰিল। যাধৱ অঞ্চলৰ সৰু-ডাঙৰ সকলোৱে মাধৱক ভাল পায়, শ্ৰদ্ধা কৰে আৰু তেঁৱো সকলোৰে প্ৰতি সমানে সহানুভূতিশীল, যাধৱৰ হাঁহি-কান্দোনেই তেওঁৰো হাঁহি-কান্দোন। সেই সময়তে মাধৱ এজন মহৎ অন্তৰৰ অধিকাৰী।

যাধৱি মাজীৰ হালকেইখনৰে গোটেইখিনি ভূঁই মাটি সামৰিব নোৱাৰে, বছৰকেইভৰা ছনপৰি থাকে। সেয়েহে এদিন মাজীয়ে গোবিন্দ গিৰীক পৰামৰ্শ দিলে, তেওঁলোকৰে হালোৱাই চহাই থোৱা মাটিত অলপ তদাৰক কৰি নিজা বৰীয়াকৈ ধান-মাহ সিঁচিব লাগে; কাৰণ মাজীৰ ভঁড়ালৰ খাই-বৈ থাকিলেও সময়ত টকা-সিকাৰ প্ৰয়োজন হ'ব পাৰে।

এই কথাষাৰ দেউতাকে মাধৱৰ কাণ চোৱালত, তেওঁ মাজীৰ হালোৱাই পৈকদিয়া মাটি এডৰাত মাণিকী-মধুৰিৰ কঠিয়া কিছু কলে আৰু অন্য এডৰাত ভাদৰ কেইদিনমান যাওঁতে এমুঠীয়ামান মাটি-মাহৰ গঁচ সিঁচি থৈ আহিল। মাধৱে তৎ ধৰিবই নোৱাৰিলে, মাহবোৰ বৰ ঘন হ'ল, একে ঠাইতে বেত মেলা দিলে। হালোৱা এজনে ইয়াকে দেখি আপচোচ কৰিলে, নিজেও নাজানে, আনৰো দিহা নলয়, মাধৱে মাটি-মাহ সিঁচি মূল গঁচখিনিও হেৰুৱালে।

কথাষাৰ শুনি মাধৱে মাজীৰ গৰু এপাল লৈ গৈ মাহডলিখন এফালৰপৰা গছকালে। বোকা উঠিল, মানুহে দেখি ইকাণ-সিকাণ কৰিবলৈ ধৰিলে, আগতে কিজানি মূল গঁচ গাল ওলালহেঁতেন, এতিয়া সমূলঞ্চে নাৰ হ'ল। সেই নিশা দবা-পিটা বৰষুণ এজাক আহিল। কেইদিনমান পাছত দেখা গ'ল, এহাতৰ অন্তৰে অন্তৰে একোজোপা মাহ-লতা বগাই লহপহকৈ বাঢ়ি যাব ধৰিছে। পথৰুৱা মানুহে দেখি আচৰিত হ'ল। ল'ৰাকালৰপৰা খেতি-বাতি কৰা কৌশল মাধৱে ভালকৈ জানিছিল, অজানা একোৱেই নাই, ধ্বংসস্তূপৰ মাজতো তেওঁৰ হাতত সৃষ্টিৰ উন্মেষ।

এনেকৈ প্ৰতি মোচনত ধান-মাহ-সৰিয়হ বিকি সংগৃহীত ধনখিনি

তেওঁ ধাকৰ উছন্নিত জমা দিবলৈ ধৰিলে। চাওঁতে চাওঁতে কেইবছৰমানৰ ভিতৰতে জমাৰ অংক কিছু শকত হ'ল।

জাত-কৰ্মৰ কাল কেতিয়াবাই উকলিল। অৰ্থ-সংকটৰবাবে দেউতাকে পিছ হুহকি আছিল, কিন্তু মাজীয়ে চুলীয়া-ফুলীয়া মকাই মহা আড়ম্বৰেৰে তেওঁৰ ঘৰতে মাধৱৰ চূড়াকৰণ কৰ্ম সমাপন কৰালে।

মাজীৰ ঘৰত গোবিন্দ গিৰীৰ চৈধ্য বছৰ উকলি গ'ল। উৰ্বশীকো দহ বছৰ, গৌৰীদানৰ বয়স কেতিয়াবাই পাৰ হ'ল, তথাপিও তাইক হিয়া দি এঘৰলৈ উলিয়াই দিব লাগে। মাধৱৰ মাকে কোৱা কথাষাৰ দেউতাকে আঁতকাল কৰি চালে, এবা ছোৱালীজনীৰ বিয়াৰ বয়স হ'ল। পিচে ঘাঘৰৰ আশে-পাশে কায়স্থকুলীয়া মানুহ নাই, কালৈ তেওঁ ছোৱালী যাচিব ?

তেওঁ শুনিছে, শংকৰদেৱৰ ব'টাৰপৰা ধুৱাহাটলৈ আহিছে, তেওঁৰ লগত জ্ঞাতি-মিত্ৰ-ভাই-বন্ধু অনেক বৈছে। সেই ঠাইলৈ গ'লে নিশ্চয় উৰ্বশীৰ কাৰণে দৰাৰ সন্ধান পোৱা যাব। কথাষাৰ তেওঁ মাজীৰ লগত আলোচনা কৰিলে। বন্ধুবিচ্ছেদ বেদনাদায়ক যদিও; সমস্যাটোৰ বিষয়ে চিন্তা কৰি ঘাঘৰি-মাজী সন্মত হ'ল। আই লখিমীজনা সুপাত্ৰস্থ হওঁক।

পৰিয়ালটোৰ এবছৰ জোৰাকৈ ধান-মাহ-শৰিয়হ-লোণ-খাৰ-কচু কোমোৰা-কাণি-কাপোৰ বৰ নাৱত ভৰা দি, হাতত কেইটামান টকাৰে সৈতে বৰকণা গিৰীৰ পৰিয়ালটো বিদায় দিলে। তালৈখিনি দূৰলৈ মাজী তেওঁলোকৰ লগত আগবাঢ়ি আহিল।

## উৰ্বশীৰ বিয়া আৰু বৰদোৱালৈ প্ৰত্যাবৰ্তন

গোবিন্দ গিৰীৰ নাৱখন ঘাঘৰ এৰি বুঢ়ী লুইতত সোমাল। তাৰ পাছত ধুৱাবোল খুঁজিয়েদি কলাকটা হৈ ভঙাবি-ডুবি পালে। সেই ঘাটত নাৱ বন্ধাই ছপৰীয়াৰ সাজৰবাবে খোলা চিকুনাই লেপি-মচি ৰন্ধাৰ আয়োজন কৰিছে মাখোন, এনেতে ৰাজহুৱা গামোচা লৈ স্বাস্থ্যবান ডেকা এজন নৈত গা ধুবলৈ আহিল।

ক'ব মানুহ? তাঁহাতৰ ঘাটত নাম উপাই বন্ধাব আয়োজন কৰিছে আৰু লগত এজনী টুকটুকীয়া গাল-মুখৰ কোন্ ছোৱালী? তেকা চকু-হালত এটি স্বাভাৱিক প্ৰশ্ন। তাৰ ভবিষ্যত খবৰকি ব'ল। এখোজ দুখোজকৈ গোবিন্দ গিৰীয় কাষ চাপিল।

তেকাজন গয়াপাণি, ৰামদাস ভূঞা; সৰস্বতী ভূঞা ৰংপুৰ বিষ্ণুৰ পুতেক। গোবিন্দ গিৰীৰ লগত ৰামদাসৰ চা-চিনাকি হ'ল। সজ চৰিত্ৰৰ কায়স্থকুলীয়া ল'ৰা এজন পালে ছোৱালীজনীৰ বিয়া পাতিবলৈ মন কৰি তেওঁলোক ওলাইছে। সুবিধা পালে পুতেকলৈও এজনী বোৱাৰী আনিব লাগে।

প্ৰথম সাক্ষাতত ওপোজা প্ৰেমৰ কাৰণে নহয়, দায়িত্ব গ্ৰহণ কৰি জীৱনৰ বাটেদি আগবঢ়াই লৈ যোৱাৰ উদ্দেশ্যৰে কিছুপৰ গমি চাই ৰামদাসে উত্তৰ দিলে, তেওঁ কুলীন কায়স্থৰ ল'ৰা, যদি ইচ্ছা কৰে ছোৱালীজনী তেওঁলৈ দিব পাৰে, তেওঁৰ সন্মতি আছে।

দুবৈৰ গংগা ওচৰতে, গোবিন্দ গিৰীয়ে ভাবিলে, তেকাজন সৎ-বংশজাত, সুশ্ৰী আৰু তেওঁ অনুমানকৰামতে এইজনেই উৰ্বশীৰ লায়েকৰ মানুহ হ'ব লাগে। প্ৰস্তাবটো তেওঁৰ মনত লাগিল, আপত্তি নকৰিলে। উৰ্বশীৰ মাক আৰু ককায়েকেও ইয়াত হয়ভৰ দিলে।

বিয়াৰ বন্দোবস্ত হোৱাৰ পাছত ৰামদাসে ভৰা নাৱৰ বয়-বস্তু-সমূহ নিজৰ ঘৰলৈ কঢ়িয়াই নিলে। নাৱৰীয়াইতক ঘাঘৰলৈ বিদায় দি গেবিন্দ গিৰী সপৰিয়ালেৰে ৰামদাসৰ লগে লগেগ'ল। তেওঁলোকক এটি নতুনকৈ সাজি উলিয়া ঘৰত থাকিবলৈ দিলে। গাঁওখন হোকোবাকুচি, পৰিবেশটো বেয়া নালাগিল।

দিন-বাৰ চোৱাই উৰ্বশীক ৰামদাসলৈ বিয়া দিলে।

ছয় মাহমান পাছত বৈণীয়েকক জীয়েক-জোঁৱায়েকৰ লগত থৈ গোবিন্দ গিৰী মাধৱক সাৰথি কৰি বণ্ডকাত থকা বৰপুতেকৰ ওচৰলৈ ওলাল। বহু বছৰ ল'ৰাজনৰ খা-খবৰ পোৱা নাই, তেওঁৰ বাপেকী মন চেংচেঙাই আছে। এখন ব্যৱসায়ী নাৱত দুয়ো বাপেক-পুতেকে উঠাই অকণ উলিয়াই বহিল।

কেইদিনমানৰ পাছত তেওঁলোক বগুৰাত উপস্থিত হ'ল। বৰ পুতেক দামোদৰে বহু বছৰৰ মূৰত দেউতাকক দেখি মনৰ আবেগত কান্দিব ধৰিলে। গোবিন্দ গিৰীৰ চকুহালো সেমেকি উঠিল। তেওঁ পুতেকক সান্ত্বনা দিলে। বৰ পুতেক কিছু সুস্থ হৈ দেউতাকৰ ভৰি ধুৱাই আদৰ-সাদৰকৈ বহিব দি লগত লৈ অহা ডেকাজনৰ পৰিচয় সুধিলে। দেউতাকে দামোদৰৰ সৰু ভায়েক বুলি মাধৱৰ চিনাকি দিয়াত ককায়েক আৰু নবৌয়েকৰ মনত আনন্দৰ সীমা নাইকিয়া হ'ল।

বগুৰাৰ পুৰণি ঘৰখনত দুয়ো পুতেক আৰু বোৱাৰীয়েকৰ লগত গোবিন্দ গিৰীৰ দিন কেইটা সুখ-সন্তোষৰ মাজত অতিবাহিত হ'বলৈ ধৰিলে। নবৌয়েকৰ পুত্ৰ সন্তান নাই, দেৱৰেকক তেওঁ পুত্ৰবোধে মৰম-চেনেহ কৰে। মাধৱৰ সজ আচৰণলৈ লক্ষ্য কৰি ককায়েক বৰ সন্তুষ্ট, তেওঁ দেউতাকৰ সাক্ষাতত কৈছে, মাধৱক আৰু যাবলৈ নিদিয়ে, নিজৰ লগতে ৰাখিব।

শিক্ষাগ্ৰহণৰ কোনো নিৰ্দিষ্ট বয়স নাই, সুবিধা পালে মানুহে যিকোনো বয়সতে বিদ্যাচৰ্চাত মনোনিবেশ কৰিব পাৰে। দেউতাকে ৰাজেন্দ্ৰ অধ্যাপকৰ ছাত্ৰ-শালিত মাধৱক ভৰ্ত্তি কৰাই দিলে। হৰসিত বৰাৰ টোলত আহৰণকৰা প্ৰাথমিক শিক্ষা আছিলেই, এতিয়া অলপ দিনৰ ভিতৰতে মাধৱে ব্যাকৰণ, পুৰাণ-ভাৰত-ভাগৱত আদি শাস্ত্ৰত বিশেষ ব্যুৎপত্তিলাভ কৰি এজন বিচক্ষণ পণ্ডিত হৈ উঠিল। তেওঁৰ বুদ্ধি প্ৰখৰ, আগ্ৰহ আৰু মনোযোগ গভীৰ, এবাৰ কোনো বিষয়ে শুনিলে মনত ৰৈ যায়, পুনৰায় ক'ব নালাগে।

এদিন হঠাতে গোবিন্দ গিৰীৰ হৃদৰোগত মৃত্যু হ'ল।

দুয়ো পুতেকে নিকিটা নদীৰ পাৰত দেউতাকৰ কাঠ-সংকাৰ কৰিলে।

শ্মশানৰপৰা আহি ককায়েক দামোদৰ অত্যন্ত চিন্তিত হৈ ভায়েকক ক'লে, তেওঁ নামতহে ভৰালী বৰুৱা, ইকালে হাতত সৰহ ধন নাই, তিতিক বাটী টকীয়া ধাৰ লাগিয়েই আছে। শ-হেজুৰি হাতত নাথাকিলে ইয়াত পাৰিত্ৰিক-কৰ্ম সমাধা কৰি গাঁৱৰ ৰাইজক ভোজ-ভাত খুৱাই

সকলোৱে কৰিব নোৱাৰি।” কথাটো সচাঁকৈয়ে ঠিক, ভুক্তিভোগীৰ কাৰণেই, বামুণৰ দান-দক্ষিণাতো আছেই, কিন্তু তেওঁৰ হাতত অকণো টকা নাই। ধাৰ-ধাৰ কৰাতো উপায় নাই।

মাধৱে ককায়েকৰ নিৰ্ভৰ দিলে, অলপীয়া খৰছতে তেওঁ সকলো-কৰ্ম শেষ কৰিব, চিন্তা কৰিব নালাগে। যথাসময়ত আহিলে আগে ককায়েকৰ-পৰা কেইটামান টকা লৈ আধলি-মহা-আধমহা এমখাতৈল লগতাই বামুণৰ ঘৰে ঘৰে গৈ অতি বিনম্ৰভাৱে মাধৱে দক্ষিণা দি আহিল। ঘৰত বহি দক্ষিণা পোৱাত শ্ৰাদ্ধলৈ আৰু কোনো বামুণ নাহিল। দামোদৰ ভায়েকৰ বুদ্ধিক ভূয়সী প্ৰশংসা কৰি দেউতাকৰ পাৰলৌকিক ক্ৰিয়া সুচাৰুকৈ সমপন্ন কৰিলে।

কিন্তু মাছ-চোৰনিৰ দিনা কাণ্ড এটা ঘটিল। সেই সময়ত বগুৰুবা অঞ্চলত মাছ দুষ্প্ৰাপ্য, মাধৱ বজাৰলৈ গৈ ভোজৰ কাৰণে দুটা ডাঙৰ ভকুৱা মাছ কিনি আনিলে। দুয়োটা মাছ গেলা, বাটৰ মানুহে দুৰ্গন্ধত নাক কোঁচাই কোৱা-কুই কৰিলে, ইহঁতক খাইছে ওঁকিব, গেলা মাছ কোনোৱে নাখায়।

ঘৰ পোৱাত ককায়েকে দেখি বিচুৰ্তি খালে, এই মাছ খাইজক খুৱাবলৈ গ'লে ভোজৰ ভাত পেলনি যাব, আকৌ ওঁৰভৰি পুনৰাই ভোজ খুৱাব লাগিব। এনেই টকাৰ নাটনি, তাতে আকৌ নতুন খৰছৰ বাট। চিন্তা কৰি দামোদৰ বিমৰ্ষ হৈ পৰিল। ভায়েকে মাছ কিনিবলৈ নাজানিলে, সভীয়াকৈ পোৱাত গেলা মাছকে লৈ আহিলে।

মাধৱে নিজে আজা বাঢ়িব বুলি কৈ ককায়েকক চিন্তা কৰিবলৈ হাক দিলে। তেওঁ মাছ দুটাৰ বাকলি গুচাই কুটি-বাছি-ধুই জালকৈ চেপি উতলা পানীত পেলাই, তাৰ পাছত তুলি আনি ডুবুৰিয়াই খাৰ, টেঙা, ভাজিকৈ কেইবা বিধৰ আজা বাঢ়িলে। জালুক, ধনী, পাঁচফুৰন আদি মচলাৰ গোন্ধত কেউখন আজা আমোদিত হ'ল। গন্ধ আৰু মাটি মাছৰ জাইলো বাঢ়িলে দুখনকৈ। গঞা-ভাৰতীয়ে খাইছে আজা কেইখন টকালি পাৰি খাই মাধৱক শলাগি পৰুৱ ভুঞ্জিবে খাইছে গ'ল। মাধৱৰ অৱদানা একোৱেই নাই, গেলা-পেলনীয়া তেওঁক

হাতত সুস্বাদু হৈ উঠে। ককায়েকে মাধৱৰ কার্য বাককৈ ভাল লাগিলে।

মাধৱৰ মাককৈ মনত পৰিল। কেইদিনমানৰ পাছত ককায়েকৰ অনুমতি-সাপেক্ষে এখন বেহেকরা নাৱত উঠি তেওঁ হোকোবাকুচি অভিমুখে যাত্রা কৰিলে।

ঘৰপাই পিতৃ-বিয়োগৰ দুঃসম্বাদ ব্যক্ত কৰিলত, মাধৱৰ মাক কান্দি-কাতি অস্থিৰ হ'ল। স্বামী গুৰুৰ নিপাত, মনোৰমাই হাতৰ-কাণৰ সোলোকাই কপালৰ ফোটটো মচিলে। পিতৃৰ মৃত্যু-খবৰ শুনি উর্বশীয়েও হুক হুকাই কান্দিলে। মাক-জীয়েকৰ কান্দোনৰ রোল উঠিল। মাধৱে সুয়োগবাকীক মধুৰ বুজনিৰে সান্ত্বনা দিলে।

মাধৱ সুবিদ্বান, ধীৰ-স্থিৰ-নম্র আৰু অসম্ভৱ ধৈর্যশীল। তেওঁৰ কথা-বতৰা আৰু আচৰণত গাঁৱৰ সকলো মানুহ মুগ্ধ, তেওঁৰ ন্যায়-নিষ্ঠতাত কাৰো সন্দেহ নাই। বৈনায়েক ৰামদাসৰ ঘৰত আছে যদিও সদায় এইদৰে থাকিব নোৱাৰি। হাতত টকা-সিকা হ'লে বেলেগকৈ থকা ভাল। মাধৱে অর্থ-সংকট আঁতৰাবলৈ পাণ-তামোলৰ ব্যৱসায়ত হাত দিলে। ঘৰে ঘৰে গৈ পাণ-তামোল কিনি লৈ আহি হাট-বজাৰত বিক্রী কৰে। ইয়াৰ ফলত দুই-চাৰি টকা বাহি হোৱাৰ লগতে মানুহৰ সৈতে তেওঁৰ সম্পর্ক গভীৰ হৈ উঠে আৰু আনৰ সুখ-দুখো ভালকৈ উপলব্ধি কৰিব পাৰে।

উর্বশীয়ে এদিন মজিয়ালি বেৰৰ আঁৰত বৈ চোতালত বহি থকা ভাইটিৰ আগত ক'লে, মাধৱৰ নিমিত্তে এজনী ছোৱালী বিচাৰিব লাগে। সেই মর্মে বৈনায়েক ৰামদাসে অলপ দিনৰ ভিতৰতে মাধৱৰ কাৰণে ছোৱালী এজনী খোজা-খুটা কৰি দিন-বাৰ চোৱাই খাৰু-মণি পিন্ধাই ৰাখিলে। ছোৱালীজনীৰ নাম বাৰাণশী, ঘৰৰ আর্থিক অৱস্থা বৰ টনকীয়াল নহয়। মাধৱেও আপত্তি কৰা নাই, সেইজনীকে বিয়া কৰাব; কিন্তু এবাৰ নগুকালৈ গৈ এই বিষয়ে ককায়েকক সুধি আহিব।

এবছৰমান মাকৰ লগত কটাই মাধৱ পুনৰাই নগুকালৈ গ'ল।

তেওঁ ককায়েকক বিয়াৰ বিষয়ে অৱগত কৰাই পৈত্ৰিক সম্পত্তিৰ অংশ বিচাৰিব। পুতেক হিচাপে তেওঁৰো সেই সম্পত্তিত অধিকাৰ আছে।

ভায়েকক দেখি দামোদৰ আনন্দিত হ'ল। নবৌয়েকেও বৰ ভাল পালে। ঘকৰা কথাৰ বুজলৈ মাধৱে জানিব পাৰিলে, ককায়েকৰ ধাৰ-ঋণ বহুত, ধান-ধন বহুতক দিব লগীয়া হৈছে। খেতিৰ ধান-মুঠিৰে বছৰ-মৰাকৈ খাব নোজোৰে। মাধৱ দুই-তিনি দিনমান থকাৰ পাছতেই ককায়েকক ক'লে, অনাচাৰ-অনীতিৰ কাৰণে ঘৰখন অভাৱ-অনাটনে গিলি পেলাইছে।

কিহত অনাচাৰ দেখিলি? দামোদৰে সুধিলে।

ৰাতি নৌ পুৱাওতে ঘৰ মচি বাহী গাৰে ভাত ৰন্ধা, তেৰপৰ বেলিলৈ গাই নিখাঁৰাই দামুৰি বান্ধি 'থোৱা, বেলি নৌ উঠোতেই পথাৰত গৈ হালবোৱা আৰু বেলি লহিয়াই যোৱাৰ পাছতো হালৰ গৰু মেলি নিদিয়া অনীতি ;—মাধৱে উত্তৰ দিলে।

ককায়েকৰ সম্মতি লৈ মাধৱ হালোৱাৰ লগত খেতি-পথাৰলৈ ওলাল। অনীতি-অনাচাৰ ঘৰৰপৰা আঁতৰ কৰিলে। আগতে যি পৰিমাণৰ মাটিত খেতি কৰিছিল, তাৰ আধাভাগহে চহাবলৈ ল'লে। দুপৰ নৌহঁতেই হাল মেলিবলৈ দিয়ে, পথাৰলৈও পলমকৈ যায়। ককায়েকে প্ৰথমতে ভাবিছিল, ভায়েকৰ খেতি তথৈবচ হ'ব, আগৰ সমানে নহ'ব কিজানি। কিন্তু মাধৱে তেওঁক নতুনকৈ আৰু এটা ভঁড়াল সজাবলৈ উদ্‌গনি দিলে।

শেষত দেখা গ'ল ভায়েকৰ কথা সচাঁ, দুটাকৈ ভঁড়াল ধানেৰে পূৰ হ'ল। মাহ-সৰিয়হ-গুবো চপালে ওৱাদানিকৈ। ঘা-ঘৰত কৃষিকৰ্মৰ পাতনি মেলি বণ্ডুকাৰ পথাৰত ইয়াৰ পূৰ্ণ-বিকশিত স্বৰূপ জগতত দেখুৱাবলৈ তেওঁ সমৰ্থবান হ'ল। অৱশ্যে খেতি-খোলা কৰি জীৱননিৰ্বাহ কৰা তেওঁৰ উদ্দেশ্য নহয়, কৃষিকৰ্মৰ উজ্জ্বল আদৰ্শ জন-সমাজত প্ৰচাৰ কৰাহে তেওঁৰ একমাত্ৰ লক্ষ্য।

ককায়েক ভৱানী বৰুৱাৰ হঠাতে অসুখ হ'ল, জৰ-কাঁহ। কাৰ্যালয়লৈ অহা-যোৱা কৰিব নোৱাৰে। ইফালে কামৰ ভিৰ,

ৰাজা বাহাদুৰক কৈ-মেলি ভায়েকক তেওঁৰ ঠাইত সাময়িক ভাবে মকৰল কৰাই ৰাখিলে। কেইদিনমানৰ ভিতৰতে মাধৱৰ কাৰ্য-দক্ষতাত জমিদাৰ প্ৰতাপৰায় ভূঞা ৰৰকৈ অভিভূত হৈ পৰিল। মাধৱৰ যুক্তি অখণ্ডনীয়, নিৰ্ভুল আৰু ন্যায়নিষ্ঠ। বা-বিষয়াবপৰা সাধাৰণ প্ৰজালৈকে সকলোৱে তেওঁক ভাল পায়, শ্ৰদ্ধা কৰে।

প্ৰতাপ ৰায় ভাবিছিল, মাধৱক অন্ত এটি উচ্চ-পদত নিগাজিকৈ ৰাখিব; কিন্তু ৰাজ-বিষয়ৰ প্ৰতি তেওঁৰ লেশমানো ধান্দা নাই। ককায়েকৰ দেহ সুস্থ হৈ উঠাৰ পাছত ভায়েকে আনন্দমনেৰে তেওঁৰ হাতত কাৰ্যভাৰ অৰ্পণ কৰি জা-জঞ্জালৰপৰা আঁতৰি আহিল। নিৰাসক্ত মাধৱ ৰাজ-বিষয়ত আবদ্ধ হৈ পৰিলে পৰমাৰ্থৰ-বাট বিচাৰি নাপাব বুলি হয়তো তেওঁ মনে মনে থাৱৰ কৰিলে।

ককায়েকে এদিন স্থাৱৰ-অস্থাৱৰ সকলোখিনি পৈত্ৰিক সম্পত্তি সমানে দুভাগ কৰি তাৰ এভাগ ভায়েকক দিলে। তেওঁ ভাবিলে, পিতৃ-সম্পত্তিৰ মালিকী স্বত্ব পাই মাধৱে বগুকাতে ঘৰ-সংসাৰকৰি ককায়েকৰ আশ্ৰয়হে থাকিব। কিন্তু নিজৰ অংশ গ্ৰহণ কৰাৰ পাছত ককায়েক-নবৌৱেকক অবাক কৰি মাধৱে তেওঁৰ সম্পূৰ্ণ অংশখিনি পুনৰাই দামোদৰক ঘূৰাই দিলে। মাধৱ নিৰ্লোভী, অৰ্থ-সম্পত্তি, মাটিবাৰী তেওঁৰ মানত খেৰকুটাতকৈও মূল্যহীন, সেই মহান ত্যাগ আৰু নিৰ্লোভৰ আদৰ্শ জগতৰ আগত প্ৰকাশ্যে ডাঙি ধৰিলে। এনে ত্যাগী পুৰুষৰ নিদৰ্শন পৃথিৱীত বিৰল, মাথোন কেইগৰাকীমান মহাপুৰুষৰ জীৱনতহে দেখা যায়।

নবৌয়েকে মাধৱক বৰ মৰম কৰে, ককায়েকেও। ঘৰখনৰ লগুৱা-লিগিৰীহঁতেও তেওঁক শ্ৰদ্ধা কৰে, সকলো কথাতে সমীহ কৰি চলে। ওচৰ-চুবুৰীয়া ভট্টাচাৰ্য, কন্দলি প্ৰভৃতি পণ্ডিতসমাজৰো মাধৱ আদৰণীয়, তেওঁৰ ব্যক্তিত্ব আৰু ব্যৱহাৰত সকলো মুগ্ধ। তথাপিও গহীন-গম্ভীৰ মনটো কেতিয়াবা অধৈৰ্য হৈ পৰে, অসহনীয় হৈ উঠে। দুৰ্গা-স্তৱ গোৱাৰ পাছতো শান্তি নাপায়, মাকৰ কথা মনত পৰে, উজাই আহিবলৈ ইচ্ছা হয়।

ককায়েকৰ আগত মনৰ ইচ্ছা প্ৰকাশ কৰিলত, তেওঁ খা-খৰছ বহন কৰি উজনিলৈ অহা মুদৈ এজনৰ নাৱত ভায়েকক পঠিয়াৰ ব্যৱস্থা কৰিলে। এদিন উজাই অহাৰ পাছত মাধৱৰ পেট-কামোৰণি হ'ল, কেইবাবাৰো শৌচ কৰিলে। তেওঁ ভাবিলে, এই অসুখীয়া অৱস্থাত গৈ থাকিলে নাৱৰ ভিতৰত যদি অসুখ বাঢ়ি যায়, তেতিয়াহ'লে মুদৈৰ অথন্তৰ হ'ব। তেওঁ আৰু আগ নাবাঢ়ে, সেইখিনিতে নমাই থৈ যাবলৈ নাৱৰীয়াইঁতক নিৰ্দেশ দিলে। সিহঁতে পলম নকৰি পানী-জিয়লিৰ কাষত মাধৱক এৰি নাৱখন আকৌ উজাবলৈ ধৰিলে। তেওঁ অনুমান কৰিলে, ওপৰত ছয়-সাত হাত ওখ নৈৰ খিয় গৰা। দুৰ্বল শৰীৰেৰে কোনোমতে পাৰলৈ উঠি যাব নোৱাৰে, বল-শক্তি সকলো হেৰাল।

পাৰত গৰখীয়া ল'ৰাই গৰু চৰাইছে, সিহঁতৰ গৰু খেদা শব্দ, হাই-হুই কথা-বতৰা মাধৱৰ কাণত পৰিল। তেওঁ সেহাই সেহাই ল'ৰাইঁতক মাতিলে। সিহঁত ওচৰলৈ অহাত তেওঁক পাৰলৈ তুলিব ক'লে। অহোপুৰুষাৰ্থ কৰি মাধৱক নৈৰ পাৰত তোলা হ'ল। কেইজন-মানে দৌৰা-দৌৰিকৈ ভৱালী বৰুৱাৰ ঘৰত খবৰটো দিবলৈ গ'ল।

ককায়েক ঘৰত নাই, নবৌয়েকে মানুহ পঠিয়াই সাঙী-ভাৰেৰে মাধৱক ঘৰলৈ অনালে। তেজ-গ্ৰহণী ৰোগ, বেজে চোৱা-চিতাকৰি ঔষধ দিলে। নবৌয়েকে ঔষধ-পথ্য নিয়মিতভাৱে খুৱাই ৰোগীৰ পৰিচৰ্যাত ব্যস্ত হৈ পৰিল।

বেজৰ চিকিৎসা আৰু নবৌয়েকৰ ঐকান্তিক শুশ্ৰূষাৰ ফলত অলপ দিনৰ ভিতৰত মাধৱ গা-টঙাই উঠিল।

ছয় মাহ পাৰ হৈ গ'ল। ধুৱাহাটা অভিমুখে ওলোৱা ধনাই মুদৈৰ ভামোল বোজাই দিয়া নাৱত ককায়েকে মাধৱক পঠিয়াই দিলে। পাৰিষাৰ আগত ওলোৱা ভায়েক হঠাতে অসুস্থ হৈ পৰাত যাবলৈ সক্ষম হোৱা নাছিল, এতিয়া যাওঁক, ঘৰত মাকে চিন্তা কৰি আছে।

ভাদমহীয়া ব্ৰহ্মপুত্ৰ, প্ৰকাণ্ড একোটা বলিয়া ঢৌ, ঢৌৰ পাছত আৰু ঢৌ, প্ৰবল চাকনৈয়া আৰু সোঁতত উটি অহা জাঁজি। মাধৱক

নাৰখন সাৱধানেৰে উজাই গৈছে। কেইদিনমানৰ পাছত হোকোবা-কুচিৰপৰা ভটিয়াই যোৱা লোণ-ব্যৱসায়ী হীৰমল মুদৈৰ লগত মাধৱৰ ভেটাভেটি হ'ল। দুয়োখন নাৱ ৰখালে, একে গাঁৱৰ মানুহক পাই মাধৱে মাক আৰু ভনীয়েকহঁতৰ খবৰ সুধিলে। মুদৈ ভেতিয়া উত্তৰত ক'লে, মাধৱৰ মাকৰ টান নৰীয়াপাটীত পৰি আছে। খৰখেদাকৈ গ'লেও পুতেকে লগ পায়নে নাপায় সন্দেহ।

দেউতাকক হেৰুৱালে, মাকৰো মুমূৰ্ষু অৱস্থা; মাধৱৰ দুশ্চিন্তা বাঢ়িল। কি উপায় আছে? উৰি যাব নোৱাৰে, আই ভগৱতীলৈ তেওঁ এহাল বগা-পঠা মানত কৰিলে। গোসাঁনী সদয় হৈ মাকক নিৰাময় কৰি তোলক, আগত দুৰ্গা-পূজাত বলি উছৰ্গা কৰাব। উগুল-থুগুল মনেৰে তেওঁ নাৱৰ টিঙত বহি ভটিয়নি সোঁতলৈ চাই ৰ'ল। নাৰৰীয়াহঁতে প্ৰাণটাকি বঠা মাৰিবলৈ ধৰিলে।

কেইদিনমানৰ পাছত নাৱখন ভগুৱাৰীডুবিৰ ঘাটত চাপি মাধৱক নমাই থৈ গ'ল। তেওঁ ততাতৈয়াকৈ ঘৰলৈ খোজ ল'লে। অন্তৰখন অস্থিৰ, আৰাধ্যা গোসাঁনী মাক ইহসংসাৰত বাচি আছে নে নাই? দুখোজৰ বাট এখোজতে অতিক্ৰম কৰি তেওঁ আগুৱাই গ'ল।

চোতালত ভৰি দিয়াৰ পাছতহে তেওঁৰ জিভালৈ পানী আহিল। আই ভগৱতীৰ সঁচাকৈ অশেষ কৃপা, তেওঁ মাকৰ শৰীৰ আৰোগ্য কৰি তুলিছে। করুণাময়ীৰ চৰণত মাধৱে মনে মনে সহস্ৰ প্ৰণাম জনাই মাকৰ ভৰিহাল চুই সেৱা কৰিলে।

ভাদ উকলি আহিন পৰিল, শাৰদীয় দুৰ্গাপূজালৈ আৰু বেছি দিন নাই। মাধৱে এদিন পাণ-তামোল বেহাই ঘৰলৈ আহি বৈনায়েক ৰামদাসৰ হাতত দুই টকা গুজি দি তাৰে এহাল নিখুঁত বগা-পঠা কিনি আনিবলৈ ক'লে।

এদিন-দুদিনকৈ কেইবাদিনো পাৰ হ'ল। দুৰ্গাপূজা ওচৰ চাপিল, তথাপি ৰামদাসে পঠা-ছাগলি ঘৰলৈ অনা নাই। কাহানিবাতে টকা দিয়া সত্বেও বৈনায়েকে ইমান গাফিলতি কৰিছে কেলৈ? তেওঁৰ

খং উঠিল, তেতিয়াই বৈনায়েকক বঙা-চকু দেখুৱাই সুধিলে, এই হেমাহিৰ কাৰণ কি ?

ৰামদাসে শংকৰ দেৱৰ এচৰত শৰণ লৈছে, নিজে কোনো জীৱক হিংসা নকৰে আৰু আনকো সেই কামলৈ উদ্‌গনি নিদিয়ে। নাহকত তৰ্ক কৰিব বুলি মাধৱৰ আগত তেওঁ এই বিষয়ে কোৱা নাছিল যদিও, ছাগলি নিকিনিবলৈ মনে মনে দৃঢ় সংকল্প লৈছিল। সেইদিনা মাধৱৰ খঙৰ প্ৰকোপ দেখি বাধ্য হৈ ৰামদাসে উত্তৰ দিলে, মাধৱে মুবুজাকৈ ধৰ কৰাই আছে, প্ৰত্যেক জীৱেই পৰম ব্ৰহ্মৰ অংশ, সেই জীৱ বধ কৰিলে পুণ্য লাভ নহয়; নৰকত যাতনা ভুগিব লাগে। প্ৰকৃত কল্যাণকামীজনে কেৱল কৃষ্ণক ভজি ঘোৰ সংসাৰ তৰিব পাৰে।

কথাষাৰ শুনি মাধৱৰ মনৰ কোনোবাখিনিত খুকুৰি লাগিল, তেওঁ বৈনায়েকক সুধিলে, এইকথা তেওঁ ক'ত শুনিলে? শৰৎ-কালৰ দেৱী-পূজা বেদ-বিহত আৰু ইয়াত বলি-বিধানৰ ব্যৱস্থা আছে। বৈনায়েকে মূৰ্খৰ আগতহে যেনিবা ধৰ্ম-বিষয়ক জ্ঞান দিবলৈ আহিছে। টকা-পইচা দিয়া সত্ত্বেও ছাগলি নিকিনি বৰ বৰ কথা আওৰাই ফুৰিছে।

কথা বঢ়োৱাই লাভ নাই, ৰামদাসে বিনা সংকোচে উত্তৰ দিলে, বলি-কটা প্ৰয়োজনীয় হয় নে নহয়, ইয়াৰ মীমাংসা শংকৰ দেৱে কৰিছে; গতিকে, তেওঁৰ ওচৰলৈ গ'লে মাধৱক এই বিষয়ে বিতংকৈ বুজাই দিব।

শংকৰ ক'ত থাকে? মাধৱে প্ৰশ্ন কৰিলে।

তেওঁ ধুৱাহাটা-বেলগুৰিত আছে। ৰামদাসে উত্তৰ দিলে।

মাধৱ তেতিয়াই যাব ওলাল। শংকৰৰ আগত যুক্তি-তৰ্ক উত্থাপন কৰি তেওঁ বলি-বিধানৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰি দেখুৱাব। শাস্ত্ৰৰ বচন খণ্ডন কৰিবলৈ কাৰ সাধ্য আছে ?

বেলিটো পশ্চিম আকাশেদি ভাটিয়াই গৈছে। সেই-দিনা গ'লে ঘূৰি আহোঁতে বহুত ৰাতি হ'ব। ৰামদাসৰ কথাত মাধৱৰ

সম্মত হ'ল, পিছদিনা পুৱা দুয়ো শংকৰৰ ওচৰলৈ যাব। মহামায়াক চিন্তি মাধৱে নিশা চাইডাঁৰ কটাই দিলে।

ৰাতি পুৱাল, বহু সম্ভাৱনাপূর্ণ এটি নতুন দিন বিশ্বই আদৰি আনিলে। ৰামদাস আৰু মাধৱ দুয়ো গা-পা ধুই ভাল কানি-কাপোৰ পিন্ধি নতুন মলা-চক এটাত পাণ-তামোল এফেৰি লৈ ধুৱাহাটা-বেলগুৰি অভিমুখে খোজ ল'লে। সেইকালত সাধু-সজ্জন আৰু মান্য ব্যক্তিৰ লগত সাক্ষাৎ কৰিবলৈ যাওঁতে পাণ-তামোল লৈ যোৱা প্রথা আছিল বাবে মাধৱেও মলা-চক এটা নিজা ৰবীয়াকৈ ল'লে। তেওঁ মনে মনে ভাবিলে, শংকৰক সেৱা নকৰে, তেওঁৰ লগত শাস্ত্ৰৰ তত্ত্ব-বিচাৰ কৰিব।

## গুৰু-শিষ্যৰ অপূর্ব মিলন

গুৰুজনাই প্রাতঃকৃত্য সমাপন কৰি পুৱাৰ প্রসঙ্গৰ পাছত সাক্ষাৎ জ্ঞান-মূর্তিৰ ৰূপত ভকতৰ সৈতে কৃষ্ণকথা চর্চা কৰি আছিল। সেইখিনি পাই ৰামদাসে সভক্তিৰে গুৰুজনাৰ চৰণত প্রণাম জনালে, মাধৱেও শ্ৰীমন্ত শংকৰক সেৱা এটি নজনোৱাকৈ থাকিব নোৱাৰিলে। তেওঁৰ শাৰীৰিক কান্তি দেখি মাধৱ ৰোমাঞ্চিত হ'ল।

ৰামদাসৰ মধ্যস্থতাত পৰিচয় পালে ; মনোৰোমা বায়েকৰ পুতেক মাধৱ, ইমানজন হৈছে শংকৰদেৱে চিনিবই পৰা নাছিল। ৰামদাস আৰু মাধৱ দুয়ো দুখন চাৰিত বহিল। ৰামদাসে কথাবাৰ উলিয়ালে, বলি-বিধান শাস্ত্র-বিহিত কর্ম হয় নে নহয় ইয়াক নির্ণীত কৰিবলৈ মাধৱ উপস্থিত হৈছে।

শংকৰ দেৱ তেতিয়া তেসত্তৰ বছৰীয়া আৰু মাধৱৰ বয়স তেত্ৰিছ বছৰ চাৰি মাহ। অধ্যয়ন-পুষ্ট মাধৱে ক'লে, বেদৰ বিহিত কর্ম হিচাপে শৰৎকালত শক্তি-স্বৰূপিণী দুর্গাদেৱীক পূজা কৰিব লাগে। বেদৰ এই আজ্ঞা নামানাসকল দুৰাচাৰ, মহাপাপী আৰু তেওঁলোক নৰকত পচে। পিতৃপুৰুষে তেওঁলোকৰ হাতেদি জল-পিণ্ড গ্রহণ নকৰে,

কোটি জনমতো তেওঁলোকৰ মুক্তি নাই। ঈশ্বৰৰ আজ্ঞা অনুসৰি মাধৱে দেৱী-পূজা আৰু বলি-বিধান সমৰ্থন কৰিছে।

মাধৱে উত্থাপন কৰা প্ৰবৃত্তিমাৰ্গৰ কথা কেই আষাৰৰ উত্তৰত শংকৰদেৱে ক'লে, ঋষিসকলে বেদৰ ব্যাখ্যা যেনেকৈ দিছে, এচাম স্বাৰ্থান্বেষী লোকে ভক্তি বাদ দি তাৰ অৰ্থ যেনি-তেনি পোনাইছে। তপ-জপ-যজ্ঞ কৰি ব্ৰহ্মলোকত উপনীতসকলেও পুণ্যৰহিত হ'লে পুনাই নৰকত পৰে। ঈশ্বৰত সমৰ্পিত নহলে বেদ-বিহিত কৰ্মৰ ফল নহয়। পশু-বধ পূজাৰো কাম নাই, পশু বধ কৰি যদি মানুহ স্বৰ্গলৈ যায়, তেনেহ'লে নৰকত কোন পৰে? যাগ-যজ্ঞ পূজা-পাটল প্ৰবৃত্তিৰ পথ, ই অতি দুষ্কৰ।

জগতৰ আদ্যাশক্তি মহামায়া, তেঁৱেই সৰ্ববিঘ্ন বিনাশিনী; তেওঁক পূজা কৰাৰ সাৰ্থকতা মাধৱে পুনৰাই ডাঙি ধৰিলে। ৰাম ৰায়, ৰামদাস প্ৰভৃতি ভকতসকল নীৰৱ দৰ্শক, তেওঁলোকে প্ৰাণভৰি দুয়োজনা পণ্ডিতৰ বাদানুবাদ উপভোগ কৰি আছে।

শংকৰদেৱে তেতিয়া মাধৱদেৱৰ আগত উল্লেখ কৰিলে:

যথা তৰোৰ্মূল নিঃসেচনেন
তৃপ্যন্তি তৎ স্কন্ধ ভূজোপশাখাঃ।
প্ৰাণোপহাৰ চ্চ যথেন্দ্ৰিয়াণাং
তথাচ সৰ্ব্বাৰ্চ ন মচ্যুতে জ্যয়া ॥ ২৬৪ ॥

যেনেকৈ গোৰত পানী ঢালিলে ডাল-পাতৰ ওপৰত ছটিয়াই দিলে গছজোপাই তৃপ্ত নলভে আৰু যেনেকৈ ভোকাতুৰে নাখাইনৰৈ আ-অলংকাৰ আৰু কানি-কাপোৰেৰে সৰ্বঅংগ ঢাকিলেও তৃপ্ত নহয়; তেনেকৈ সমস্ত দেৱতাৰ মূলীভূত ঈশ্বৰ কৃষ্ণক ভক্তি নকৰি অন্য দেৱ-দেৱী পূজা কৰিলেও ফল নেপায়।

শংকৰদেৱে আকৌ ক'লে, পুৰাণৰ সূৰ্য মহাভাগৱত। আকাশত জোন উদয় নোহোৱালৈ জোনাকি-পৰুৱাই পোহৰ বিলায়, কিন্তু পুৱকালে যেতিয়া সূৰ্য উঠে জোনাকি-পৰুৱা আৰু চন্দ্ৰৰ কিৰণ

বাধাপ্ৰাপ্ত হয়। শাস্ত্ৰসমূহৰ কথা জোনাকি-পৰুৱাৰ দৰে, পুৰাণ-সমূহ জোনৰ কিৰণ ; কিন্তু ভাগৱত সূৰ্যৰ নিচিনা ভাস্বৰ।

মাধৱে উপলব্ধি কৰিলে, কথাষাৰ সঁচা। ইয়াক খণ্ডন কৰিবলৈ তেওঁ কোনো শাস্ত্ৰীয় যুক্তি বিচাৰি নাপালে। মাধৱে আৰু পলম নকৰিলে, তেওঁ হাত-যোঁৰকৈ থিয় হৈ পুনৰাই শংকৰ দেৱৰ আগত আঠু ল'লে। গুৰুজনাই ভাবিলে, মাধৱে কিজানি ঘৰলৈ বিদায় লোৱাৰ উদ্দেশ্যৰে পুনৰবাৰ সেৱা জনালে।

শংকৰদেৱে সুধিলে, বঢ়া-পো, উঠিলাই নেকি ?

নহয় বাপ, এইবাৰ আপোনাক গুৰু মানি সেৱাকৰা হৈছে।

গুৰুজন আশ্বস্ত হ'ল, তেওঁ দুই হাতেৰে মাধৱক তুলি ধৰিলে।

কি কৰ্ম কৰি মানুহে সংসাৰ তৰিব পাৰে ?—মাধৱে প্ৰশ্ন কৰিলে।

শংকৰদেৱে ইয়াৰ উত্তৰত ক'লে, সৎ-সঙগ বিনে ভক্তিসাধন নহয়। ভাগৱতৰমতে প্ৰথমে মহন্তৰ সেৱা, এই সেৱা শুদ্ধ হলেহে তেওঁৰ কৃপা ওপজে, হৰি-কথা শুনিবলৈ মন দৃঢ় হয়। কৃষ্ণৰ প্ৰতি প্ৰেম গভীৰ হলেহে শুদ্ধ-ভক্তি হ'ব আৰু তেতিয়া দেহ-ব্যতিৰেকে আত্মাক সাক্ষাতে উপলব্ধি কৰিব।

শাস্ত্ৰৰ বিধানমতে গুৰু-সেৱাত ভক্তি-মুক্তি সকলো পায়।

প্ৰায় ডেৰপৰ বেলা শংকৰ-মাধৱৰ মাজত বাদানুবাদ আৰু শাস্ত্ৰীয় আলোচনা চলিল। নিবৃত্তি আৰু প্ৰবৃত্তিমাৰ্গৰ বিচাৰ হ'ল। নিবৃত্তিমাৰ্গৰ শ্ৰেষ্ঠত্ব মাধৱে স্বীকাৰ কৰিলে। গধূলিৰ আগে আগে ঘৰ পোৱাকৈ সেইদিনালৈ ৰামদাসৰ লগত তেওঁ উভতি আহিল।

পিছদিনা উপবাসে বৈ মাহ চাউল-কৰা-পুৰাকল-পাণ-তামোল আৰু ভূনি-পচৰাৰ সৈতে মাধৱ গুৰুথানত উপস্থিত হ'ল। জহৰীয়ে হীৰা-মুকুতা চিনি পোৱাৰ নিচিনাকৈ শংকৰদেৱে প্ৰথম দৰ্শনতে মহাভক্তিনিষ্ঠ মাধৱক চিনি পাই আগদিনাই মাতি থৈছিল। গুৰুজনাই পৰম আগ্ৰহেৰে মাধৱক শৰণ দিলে, কৃষ্ণ নামৰ মাজেদি

গুৰু-শিষ্যৰ সম্বন্ধ ঘটিল। পুণ্যতীৰ্থ ভাৰতৰ বুকত আৰু এটি মহা জীৱনৰ নৱ উন্মেষ আৰম্ভ হ'ল।

শংকৰ-মাধৱৰ এই মিলন উত্তৰ-পূব-ভাৰতৰ নৱ বৈষ্ণৱ আন্দোলনৰ পটভূমিত বিশেষ মহত্বপূৰ্ণ ঘটনা। গুৰু-শিষ্য, সেব্য-সেৱকৰ অপূৰ্ব ভাও লৈ দুয়োজনা পুৰুষে জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সমস্ত লোকক এক মহান ভাগৱতী সমাজত স্নেহৰ ডোলেৰে সাৱটি ল'লে। বেজবৰুৱাই সেয়েহে শংকৰ-মাধৱৰ মিলনক মণি-কাঞ্চন সংযোগ বুলি সাৰ্থক মন্তব্য দিছে। প্ৰকৃততে এই মিলনত ইজন-সিজনৰ পৰিপূৰক, একে একে এক হৈ থাকিল ; তেওঁলোক দুই নহল।

১৫২২ খৃষ্টাব্দৰ দুৰ্গা-পূজাৰ আগে আগে এই 'সোণত সুৱগা' মিলন সংঘটিত হ'ল। দুই-চাৰিদিনৰ পাছতেই দুৰ্গা-পূজা আহিল, মাধৱ দেৱে নৈবেদ্যৰ উপচাৰ যতনাই বাম বাম গুৰুক মাতি লৈ গৈ ঘৰতে এভাগ বিষ্ণু-পূজা কৰাই, কিছু মাহ প্ৰসাদ শুদ্ধভাৱেৰে গুৰু-গৃহলৈ আনিলে। বিষ্ণু স্বয়ং ভগবান, বিশ্ব ব্ৰহ্মাণ্ডৰ মূল। পূৰ্বতে যিহেতু পূজাৰ সংকল্প কৰিছিল, দৃঢ় মনৰ মাধৱে সেয়েহে বোধকৰোঁ বিষ্ণু-পূজা এভাগ কৰাই ইয়াক পূৰ্ণ কৰিলে। ইয়াৰ পাছত আৰু কোনো সময়ত তেওঁ এপাহি ফুল-বেলপাতো দেৱতাৰ নামত দিয়াৰ নিদৰ্শন নাই।

গুৰুজনে নতুন মলা-চকত লৈ যোৱা মাহ-প্ৰসাদ দেখি প্ৰথমতে মনত অলপ সংকোচ কৰিলে। তেওঁৰ সেই ভাৱলৈ লক্ষ্য কৰি মাধৱে সেইয়া বিষ্ণু-পূজাৰ নৈবেদ্য বুলি কৈ সন্দেহ দূৰ কৰিলত, শংকৰদেৱে আগ্ৰহেৰে প্ৰসাদখিনি ঘৰলৈ পঠিয়াই দিলে।

ইয়াৰ পাছত মাধৱদেৱে সদায় গুৰুথানলৈ আহি দুয়ো বেলা ধৰ্মকথা শুনিবলৈ ধৰিলে। প্ৰায়েই নাম-কীৰ্তন হয়, কীৰ্তনৰ মধুৰ ধ্বনিয়ে ধুঁৱাহাটা-বেলগুৰিৰ আকাশ-বতাহ মুখৰিত কৰি পৱিত্ৰ-নিৰ্মল পৰিবেশ গঢ়ি তোলে। শংকৰদেৱে নতুনকৈ ৰচনা কৰা কীৰ্তন-ঘোষাৰ প্ৰহ্লাদ চৰিত্ৰ আৰু শিশু-লীলাৰ পদবাজি সেই কীৰ্তনত গোৱা হয়। সুকণ্ঠী মাধৱদেৱ ডাইনা-পালী, তেওঁ হৰিকথাৰ অমৃত ৰসেৰে ভকত সমাজৰ অন্তৰ দ্ৰবীভূত কৰে।

এবাৰ কংসবধৰ পদকীৰ্ত্তন কৰি থাকোঁতে ৰাম ৰাম গুৰু ভক্তি-প্ৰেম-ভাবত বাৰুকৈ অভিভূত হৈ সভাঘৰৰ প্ৰকাণ্ড খুটা এটা উভালি কান্ধত লৈ যাবলৈ ধৰিলে, কৃষ্ণ-ভাবত তেওঁ কংস বধ কৰিব। তেওঁৰ সেই কাণ্ড দেখি সভাসদসকল সন্ত্ৰস্ত হৈ উঠিল, মাধৱদেৱ তেতিয়াই বেগাবেগিকৈ আগবাঢ়ি গৈ খুটাটো দূৰলৈ দলিয়াই দি পৰিস্থিতি চম্ভালিলে।

অন্য এদিন প্ৰহ্লাদ-চৰিত্ৰৰ পদ গাই থাকোঁতে ভক্তি-প্ৰেমত বিভোৰহৈ ৰামদাসে ওচৰতে দপদপাই জ্বলি থকা জুই কুৰাৰ ওপৰত জপিয়াই পৰিল। সেই দিনাও মাধৱে জ্বলন্ত জুইৰ মাজৰপৰা তেওঁক নিৰাপদে তুলি আনিলে। ৰাম ৰাম গুৰু আৰু ৰামদাস দুয়ো ওজা হৈ পদ গাইছিল, মাধৱে পদসমূহৰ অৰ্থ ভাঙি দিছিল যদিও, তেওঁৰ সুতীক্ষ্ণ দৃষ্টি আছিল সকলোৰে ওপৰত।

পুৱা-আবেলি, দুয়ো বেলা মাধৱদেৱ গুৰুজনাৰ ওচৰত থাকে, নাম-কীৰ্ত্তন কৰে, গীতা-ভাগৱত শুনে আৰু গুৰুজনৰ শ্ৰীমুখেদি ওলোৱা হৰি-কথাত তেওঁৰ মন তৃপ্ত হয়। প্ৰসঙ্গৰ অন্তত কেতিয়াবা গুৰুজনক ভক্তি-ধৰ্ম্ম বিষয়ক কথা সোধে, শংকৰদেৱে উত্তৰ দিয়ে; অইন ভকত সবে তত্ত্ব-কথাৰ স্বাদ প্ৰাণ-ভৰি উপভোগ কৰে। এনেকৈ অসমৰ পৱিত্ৰ মাটিত গুৰু-শিষ্য-পুণ্য-কথাৰ ঐতিহ্যৰ বৰ ভেটি স্থাপিত হ'ল।

এদিন পুৱাতে আহি ধৰ্মচৰ্চাত ব্যস্ত হৈ বেলি ভটিয়াই যাওঁতে ঘৰলৈ গৈ মাধৱদেৱ আকৌ আবেলিৰ প্ৰসঙ্গৰ কাৰণে বেগতে গুৰু-গৃহলৈ আহিল। ভাতমুঠি সিজালেনে নাই? গুৰু-পত্নীৰ মনগী অন্তৰত সন্দেহ হ'ল। তেওঁ ৰামানন্দৰ বাপক নিবেদন কৰিলে, কাইলৈ দুপৰীয়াৰ সাজ তেওঁলোকৰ ঘৰত ল'বলৈ মাধৱক ক'ব লাগে।

পিছদিনা মাধৱদেৱ আহিলত ঘৈণীয়েকৰ ইচ্ছা অনুসৰি গুৰু-জনাই তেওঁক দুপৰীয়াৰ ভাতমুঠি তাতে খাই আহিবলৈ ক'লে। গুৰুপত্নী সাক্ষাৎ লক্ষ্মীস্বৰূপা, তেওঁৰ হাতৰ এমুঠি খাবলৈ অনুগৃহীত হোৱা পৰম ভাগ্যৰ ফল; ইয়াত তেওঁৰ লেশমানো আপত্তি নাই।

কিন্তু প্ৰসাদমুঠি গ্ৰহণ কৰাৰ আগতে তেওঁ জগত-মাতৃৰ আখলত এবাৰ চকু ফুৰাই আহিব। শংকৰদেৱে অলপ হাঁহি মাধৱৰ প্ৰস্তাৱত সন্মতি দিলে।

পাক-ঘৰত সোমাই মাধৱদেৱে দেখিলে, এচুকত ঘৰ-দেউতি পূজাৰ আসন, চাকি-ধূপ, ঘট, পাত পাতিলা আদি বিবিধ উপকৰণ। মাধৱ আচৰিত হৈ আই গোসাঁনীক সুধিলে, সাক্ষাৎ ঈশ্বৰ ঘৰত থকা সত্ত্বেও এইবোৰ তেওঁ কেলৈ ৰাখিছে?

কালিন্দা আই থোঁতা-মাজা খাই উত্তৰ দিলে, ল'ৰা-ছোৱালী কেইটি আছে, তাহাঁতৰ কল্যাণৰ বাবে নিতৌ পূজা-অৰ্চনা এভাগকৰে অন্যকথা একো নহয়।

এইকথা শুনি মাধৱে খেদকৰি ক'লে, এখন ঘৰৰ ভিতৰতে আই মাতৃয়ে তেওঁৰ স্বামীক চিনি নাপালে, নুবুজিলে। এইজনা ঈশ্বৰ পুৰুষে পূজা-পাটল-যাগ-যজ্ঞ গুছাই একশৰণীয়া নামধৰ্ম প্ৰচাৰ কৰি ফুৰিছে; হাজাৰ হাজাৰ লোকে পৰম নিষ্ঠাসহ তেওঁৰ অভয় চৰণত আশ্ৰয় লৈ সংসাৰ তৰিব লাগিছে অথচ এনে এজন ব্ৰহ্মজ্ঞানী পুৰুষৰ সহধৰ্মিণী হৈ এতিয়াও মান্ধাতাকালৰ নেওচা যোৱা বিশ্বাস-বোৰতে লাগি আছে; ই সঁচাকৈ বৰ দুৰ্ভাগ্যজনক।

মাধৱদেৱে ঘৰ-দেউতি ডাঙি পাত-পটুৱা সমস্তকে লগুৱা এজনৰ হতুৱাই কলাকটা জানত উটুৱাই দিয়ালে চৰু হাড়ি পেলাই পাক-ঘৰটো নতুনকৈ লিপ-মচা কৰাই গুৰুপত্নীক পুনৰাই গা ধুৱাই তেওঁক চাউল সিজাবলৈ দিলে। বেলি ভাটিখিনিলৈ ভটিয়াই যোৱাতহে গুৰুজনাৰ সৈতে পৰম তৃপ্তিৰে ভোজন কৰিলে।

শংকৰদেৱৰ ওচৰত শৰণ লোৱাৰ পাছৰপৰা মাধৱদেৱ স্বপাকী, নিৰামিষাহাৰী আৰু আড়ম্বৰহীন আছিল। পিন্ধা-উৰাও তেনেই সাধাৰণ, এখন ভুনি, হাতৰ তলেদে উৰি গলধনৰ ওপৰত গাঁঠি মাৰি লোৱা এখন চাদৰ আৰু ওপৰত জাৰ জহ অনুযায়ী এখন পচৰা, বৰ কাপোৰ। পাছত তেওঁ মূৰত পাগুৰি মাৰিছিল।

সেইদিনা গুৰুপত্নীৰ হাতৰ প্ৰসাদমুঠি গ্ৰহণ কৰাৰ উদ্দেশ্য

আছিল, কালিন্দী আইৰ অন্তৰত বহুদিনীয়াকৈ শিপাই থকা সংস্কাৰ দূৰীকৰণ আৰু পতিৰ ধৰ্মই যে পত্নীৰ ধৰ্ম সেই কথাবো নিবাৰণ। হয়তো শংকৰদেৱে নিজে কৈ-মেলি ঘৈণীয়েকৰ পূৰ্ববিশ্বাস আঁতৰাবলৈ সক্ষম হোৱা নাছিল, গুৰুৰ কৃপাত মাধৱদেৱে সেইয়া অসম্ভৱ দৃঢ়তাৰে নিৰ্মূল কৰিলে। তাৰ পাছত তেওঁ কাৰো হাতে-পাগে খোৱাৰ নিদৰ্শন নাই; অৱশ্যে শেষবাৰ শংকৰদেৱ কোচ-বেহাৰলৈ যাওঁতে গণককুচিত এনিশা ৰৈছিল, সেইনিশা ৰামানন্দ ঠাকুৰে চাউল সিজালে আৰু বৃদ্ধ বয়সত মাধৱদেৱ বেহাৰত থাকোঁতে শৰীৰেদি নোৱাৰাত ভাগিনেকে ৰামচৰণ ঠাকুৰে চাউলমুঠি সিজাই দিছিল। সেই সময়ত ৰামচৰণে ঘৰৰ লগত সম্পৰ্ক ৰখা নাছিল।

দ্বিতীয়বাৰ বাণ্ডুকালৈ যোৱাৰ আগে আগে মাধৱৰ কাৰণে ছোৱালী এজনী চোৱা-মেলা কৰি খাৰু-মণি পিন্ধাই ৰখাৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। গুৰু-গ্ৰহণৰ পাছত তেওঁৰ মানসিক পৰিবৰ্তন হ'ল, সংসাৰৰ প্ৰতি একেবাৰেই নিস্পৃহ হৈ পৰিল। বিয়া-বাৰু কৰালে তেওঁ ধৰ্মজীৱন ব্যহত হোৱাৰ ভয় কৰিলে। শ্ৰেয়সক পাবলৈ হ'লে প্ৰেয়সক বাদ দিবই লাগিব। ওহো, মাধৱ বিয়াৰ বান্ধোনত সোমাই নপৰে। সেইবুলি কইনাঘৰক আশাদি ৰাখিব নোৱাৰি, এইটো আচৰণ কেতিয়াও ভদ্ৰোচিত নহয়। তেওঁ বিয়াৰ বন্দৱস্ত নাকচ কৰি আ-অলংকাৰখিনি ঘূৰাই আনিব।

গুৰুজনৰ আজ্ঞা লৈ মাধৱে দুখনকৈ গজগজীয়া খাটি ভাৰে লৈহে এদিন ছোৱালীৰ ঘৰত উপস্থিত হ'ল। ঘৰখনৰ লেবেলা আদৰ, সোধ-পোচ নাই। তেওঁ লৈ যোৱা ভাৰ দুখনো নচপালে। কি কাণ্ড? মাধৱে বুজিলে তেওঁৰ কাৰ্য সিজিব। তেতিয়া গিৰীহঁতে শুনাকৈ ক'বলৈ ধৰিলে, তেওঁ বিয়াৰ দিন-বাৰ ঠিক কৰিবলৈ আহিছে। বিয়াৰ পাছত নছোৱালীক লগত লৈ গৈ বাণ্ডুকাত থাকিব।

কইনাৰ বাপেক ওলাই আহিল, ক'ৰ বণ্ডুকা? হয়তো পশ্চিমে ক'ৰবাত পথি নোযোৱা ঠাই। উহু তেওঁৰ জীয়ৰী দূৰলৈ নিদিয়ে, মনে মনে তেওঁ থিৰ কৰি থৈছে। চেলু এটি বিচাৰি উলিয়াই প্ৰকাশ্যে

তেওঁ ক'লে, ইমানদিন দৰাঘৰীয়াৰ কোনো খা-খবৰ নোহোৱাত ছোৱালীজনী অন্য এঘৰলৈ দিয়া হ'ল।

মনেৰে স্বস্তিৰ নিশ্বাস কাঢ়িলেও মাধৱে তেওঁৰ উদ্দেশ্য পূৰণৰ অৰ্থে উত্তৰ দিলে, সেইটো হ'ব নোৱাৰে, ছোৱালী তেওঁক লাগিবই আৰু বিয়াৰ দিন-তাৰিখো সিদিনাই খাটাং কৰিব।

মাধৱৰ দৃঢ়তাত ছোৱালীৰ বাপেকে ভয় খাই কথা বঢ়াবলৈ নুখুজি দৰাঘৰীয়াই দিয়া আ-অলংকাৰ আৰু পূৰ্বতে পোৱা ভাৰ-ভেটীৰ মূল্যৰ সৈতে সকলোখিনি উলিয়াই দিলে। বৈবাহিক বান্ধোনৰ সাম্ভাব্য সম্পৰ্ক তেনেকৈ ছিঙি থৈ মাধৱ আনন্দ মনেৰে গুৰুজনৰ ওচৰলৈ আহি সমস্ত বৃত্তান্ত নিবেদন কৰিলে।

শংকৰদেৱৰ পেট-মচা জীয়ৰী ৰুক্মিণী, মাকে মতা নাম বিষ্ণু-প্ৰিয়া। ৰূপ-লাৱণ্য বৈ পৰা, বেছ স্বাস্থ্যৱতী। কেতিয়াবা মাধৱ ঘৰলৈ গ'লে জীয়ৰীজনীৰ হাতত পানীৰ লোটাটো, তামোলৰ শৰাইখন আৰু কেতিয়াবা বহিবলৈ দিয়া ঢৰাখন মাকে পঠিয়াই দিয়ে। গুৰু-কন্যাৰ লগত মাধৱে আষাৰ-চেৰেক কথাও পাতে।

কালিন্দী আইৰ একান্ত ইচ্ছা, সজ চৰিত্ৰবান মাধৱলৈ বিষ্ণু-প্ৰিয়াক বিয়া দিব। কথাষাৰ গিৰীয়েকৰ কাণ চোৱালে, গুৰুজন মনে মনে থাকিল, একো মন্তব্য নিদিলে। আকৌ এই বিষয়ে ঘৈণীয়েকে কেইবাদিনো সোঁৱৰাই দিয়াত, মাধৱ সম্মত নহ'ব বুলি জানিও আইৰ মনৰ খুকুৰি মাৰিবলৈ গুৰুজনে থিৰ কৰিলে।

পিছদিনা নাম-প্ৰসঙ্গ আৰু হৰি-কথা চৰ্চা কৰি গুৰুজনক প্ৰণাম জনাই মাধৱদেৱ ঘৰলৈ ওলোৱাত শংকৰদেৱে সঁহাৰি দিলে—বঢ়াৰ পো, বাক্য এষাৰি বুলিব খুইছোঁ, ৰখা নে নৰখা?

মাধৱক প্ৰথম লগ পোৱা দিনৰপৰা শংকৰদেৱে বঢ়াৰ-পো সম্বোধনেৰে মাতে। কাৰণ, বহু বছৰ আগতে মাধৱৰ দেউতাক গোবিন্দ গিৰীক দ্বিতীয়বাৰ বিয়া-বাৰু কৰাই দি ব'টাৰ পাৰত বৰাৰ-বিষয়-বাবত নিয়োগকৰি পঠিয়াই দিছিল। সেই কাৰণে সম্পৰ্কীয় ভাগিনেক হ'লেও শংকৰদেৱে মাধৱক বঢ়া-পো বোলে। চৰিত পুথি-

সমূহত ৰঢ়া, ৰবা একেই অৰ্থত ব্যৱহাৰ কৰিছে। পূৰণি অসমীয়াত -ৰ, ঢ়, আৰু ড়-ৰ প্ৰাৰ্থক্য চকুত নপৰে।

সুতীক্ষ্ণ বুদ্ধিৰ মাধৱে থাউকতে কথাৰ ঢাল বুজিব পাৰি লাহেকৈ ক'লে সবেখানি কৰা যাব, এটিহে ৰাখিব নপাৰিম। জীৱৰ কুশল-হেতু আপোনাক গুৰু মনা হৈছে। মায়াময় বিষয় পশু-পক্ষীৰ শৰীৰতো পায়, আকলাগি আশা-ভাৰষা কৰা নাই বাপ।

—বঢ়া-পো, গড় বান্ধি যুঁজিলে সজ, প্ৰাণৰ সংশয় নাথাকে। বিনা গড়ে যুঁজিলে ভয়।

—বাপ, গড় বান্ধি যুঁজাক একা ক্ষত্ৰিয় বোলে কোনে? বিনা গড়ে যুঁজিলেহে যুঁজাক।

তুমি কাৰ বলপাই এনেকৈ কৈছা?—গুৰুজনাই প্ৰশ্ন কৰিলে।

বিচক্ষণ মাধৱে অতি নম্ৰভাৱে তপৰাই উত্তৰ দিলে, তেওঁ শ্ৰীগুৰুৰ অভয় পদধূলাৰ প্ৰসাদতহে তেনেকৈ ক'লে।

শংকৰদেৱ এই কথাত পৰম তৃপ্ত হৈ স্বীকাৰ কৰিলে, বছৰচেৰেক আগতে তেওঁ মাধৱৰ সঙ্গ পোৱাহেঁতেন দ্বিতীয়বাৰ দাৰপৰিগ্ৰহ নকৰিলেহেঁতেন।

ইয়াৰ পাছতো কালিন্দী আই মাধৱক জোঁৱাই হিচাপে পোৱাৰ আশা একেবাৰে এৰি দিয়া নাছিল। মাধৱে সেইকথা বুজিব পাৰি এদিন সকলোকে অবাক কৰি নঙলামুখত লগপোৱা বিষ্ণুপ্ৰিয়াক কান্ধত তুলি লৈ গুৰুজনৰ সম্মুখত নমাই দিলে। মাধৱৰ মনত গুৰুকন্যা সৰ্বকালে সেৱাৰ যোগ্যা, তেওঁৰ হতুৱাই লাচনি-পাচনিখন কৰোৱা দোষণীয়।

সেই দিনাৰপৰা গুৰু-পত্নীয়ে নিৰ্গুণত গুণ লগাবলৈ চলোৱা বৃথা প্ৰচেষ্টা একেবাৰে পৰিত্যাগ কৰিলে।

মাধৱদেৱ ওঠৰ বছৰকাল শংকৰদেৱৰ সঙ্গত ধুৱাহাটা বেলগুৰিত নামধৰ্ম প্ৰচাৰৰ মুখ্য সহায়ক হিচাপে আছিল। এই কেইবছৰত নিয়মিতভাৱে ধৰ্মচৰ্চাৰ উপৰিও গুৰুজনৰ পাৰিবাৰিক কাম-কাজতো ঐকান্তিক সেৱা আগবঢ়োৱাৰ ঢেৰ দৃষ্টান্ত আছে। শুদ্ধ আৰু নিষ্কামভাৱে গুৰুসেৱা কৰা তেওঁৰ ধৰ্ম-জীৱনৰ অন্যতম আদৰ্শ।

এবাৰ যোগধাৰি বিলৰ পাৰত শংকৰদেৱৰ হালোৱাইঁতে সঁৰিয়হ এডৰা বৈছিল। পথাৰখন দ, গোটেইডৰা সঁৰিয়হ পুৰঠ হ'ল, ছুঁইবোৰ শুকাল, কোঁচাই অনাৰ সময় হ'ল। গুৰুজনক মানুহ লগাৰ কথা কোৱা হ'লত তেওঁ কাণসাৰ নকৰাকৈ থাকিল। মাধৱে এই বিষয়ে অৱগত হৈ কিছু পৰিমাণৰ মাহ-চাউল আৰু পাণ-তামোল গোটাই লৈ বিলৰ পাৰত উপস্থিত হ'ল। সেইদিনা আছিল একাদশী, বাইজ একগোট হৈ জাল-জুলুকি-প'ল হাতে হাতে লৈ বিলত মাছ ধৰিবলৈ নামিল।

মাধৱে হালোৱা ডুজনমানৰ হতুৱাই শুকান-কাঠ বিচাৰি অনাই একুৰা ধমধমীয়া জুই জ্বলালে। পুহৰ শেহতীয়া প্ৰচণ্ড ঠাণ্ডাৰ কোবত নাছমৰীয়া বাইজ ঠেৰেঙা লাগি বিলৰ পাৰলৈ উঠি জুইকুৰাৰ কাষ চাপি বহিল। মাধৱে তেওঁলোকক একোমুঠিকৈ মাহ-চাউল আৰু তামোল খাবলৈ দিলে। বাইজ মাধৱৰ ওপৰত পৰম তুষ্ট হ'ল, তেওঁলোকে মাধৱৰ কিবা কাম থাকিলে উপযাচি কৰি দিবলৈ আগবাঢ়িল। সেই ছেগতে তেওঁ বাইজৰ হতুৱাই গুৰুজনৰ সঁৰিয়হ ডৰা তুলাই-কোচাই পথাৰত দমাই ৰখালে। পাছত লগুৱাই ঘৰলৈ আনিলে।

এদিন ধাৰাসাৰ বৰষুণ, মাধৱ ভঙাৰী-ডুবিৰপৰা গুৰু থানলৈ আহি গমপালে, ঘৰত উখোৱা চাউল নাই; গুৰুজন উপবাসে থাকিবলগীয়া হৈছে। পিছদিনা ব'দ ওলাল, মাধৱে গুৰুজনৰ ভঁৰালৰপৰা ধান কেইপুৰামান উলিয়াই নিয়াই, খোলা-চৌকা কৰি সিজাই, কাউৰি-শালিকা ধানত পৰিব নিদিয়কৈ শুকাই-মেলি বৰ ডুলিত ভৰাই চাঙৰ ওপৰত থৈ দিলে। ডাৱৰীয়া বতৰতহে সেই ধানৰ চাউল উলিয়াই খাবলৈ গুৰুপত্নীক দিহা দি গ'ল। এনেকৈ সাঁচনীয়াকৈ থালে ডাৱৰীয়া বতৰত গিৰীহঁত উপবাসে থাকিব-লগীয়া নহয়।

অন্ত এদিন ডাৱৰীয়া বতৰত গুৰু-ঘৰত খৰি নাই। মাধৱে এই কথাৰ উমান পাই হালোৱা কেইজনমানলৈ হাবিত সোমাল। গছ

এজোপা কটাই আনি চিৰি ৰ'দত শুকাই মাটি কৰি ছয়কুৰি ভাৰ খৰি চাওত দমাই ৰখালে। ৰ'দ-বতৰত হালোৱাইতক খৰি-লুৰি দিবলৈ কৈ ৰৰষুণ-বাদলৰ দিনতহে সেই খৰি উলিয়াবলৈ মাধৱে পৰামৰ্শ দিলে। তেতিয়াৰপৰা খৰি-ঘৰ আৰু খুতি-ধানৰ আহিৰ প্ৰচলন হোৱাবুলি চৰিতত উল্লেখ আছে।

এবেলি উঁবালত শালি-ধান নাই, গাৰ-লগা আহু চাউলৰ ভাত খাই গুৰুজনৰ পেটৰ অসুখ হ'ল। মাধৱে ইয়াৰ গমপাই নিজে নাৱৰ গুৰি-বঠা ধৰি, দূৰৈৰ গাঁৱৰপৰা শালি-ধান কিনি আনি দিলে।

আৰু এদিন গুৰুজনে গা ধুইছে, তেওঁৰ ভৰিত বোকা-পানী ছিটিকি পৰিছে আৰু বৈ যোৱা পানীখিনি মানুহে গছকি অহা-যোৱা কৰিছে। পবিত্ৰ পানী-টুপিৰ বিলাই-বিপত্তি দেখি মাধৱৰ দুখ লাগিল, তেওঁ দা-কোৰ ধৰি গুৰুজনে গা ধুবলৈ চাও এখন সাজি, চাৰিওকালে বেৰি-কুৰি পানীখিনি ওলাই যোৱাৰবাবে লোৰ কাটি দিলে।

কেতিয়াবা গুৰুজনৰ পিন্ধা-উৰা কাপোৰ মলিয়ন হ'লে তেওঁ খাৰণিত সিজাই ধুই-মেলি পৰিষ্কাৰ কৰি দিয়ে।

সৰু সৰু কাৰ্যসমূহৰ মাজেদি গুৰু-সেৱাৰ উৎকৃষ্ট নিদৰ্শন পোৱা যায়, যদিও এইবোৰত মাধৱদেৱৰ বিচক্ষণ বুদ্ধিৰ পৰিচয় আছে।

## চুহুংমুঙ ৰজাৰ জগৰ

স্বৰ্গদেউ চুহুংমুঙৰ ৰাজত্ব কালত তেওঁৰ হাতীৰ সংখ্যা বঢ়াবলৈ আঁচনি এখনলৈ উজনিখণ্ডৰ বনাঞ্চলত হাতী ধৰিবলৈ আদেশ কৰিলে। এঠাইত গড় মাৰি হাবি-বননিৰ ভিতৰৰপৰা হাতীৰ পাল খেদি আনি গড়ত সোমাই আটক কৰি ৰাখে। পাছত কুনকী হাতীৰে বনৰীয়া হাতীৰ প্ৰশিক্ষণ আৰম্ভ কৰে। শংকৰদেৱৰ ফলীয়া ভূঞা-সকলৰ ভাগত গড়ৰ পশ্চিম দুৱাৰৰ দায়িত্ব পৰিল, তেওঁলোকে সেই পিনেদি ওলাই যোৱা হাতীক বাধা দিব লাগে। কিন্তু দুৰ্ভাগ্য, এনিশা গড়ৰ পশ্চিমেদি কেইবাটাও হাতী পলাই গ'ল।

কামত গাফিলতি হৈছে বুলি এই কাৰ্যত ৰাজ-দায় লাগিল,

শংকৰদেৱৰ আৰু তেওঁৰ কৈলৰ ভূঞাসকলক ধৰি নিবলৈ বজাই টেকেলা পঠিয়ালে।' শংকৰদেৱক সিইতে পাইছিল যদিও তেওঁক ধৰিব নোৱাৰিলে, তেওঁ টেকেলাইতৰ চকুত ধূলি মাৰি পলাল আৰু ভূঞা বংশৰ আন আন মানুহো পলাই সাৰিল।

মাধৱদেৱৰ আৰু গুৰুজনৰ জোঁৱায়েক হৰি ভূঞাই এই গণ্ডগোলখনৰ ভু পোৱা নাছিল। দুয়ো মাতে-কথাই গুৰুখানলৈ আহি আছিল। বাটত হঠাতে বজাৰ টেকেলাই লগপাই দুয়োজনক ধৰি লৈ গ'ল।

সন্দিকৈ বৰবৰুৱাৰ আগত মাধৱ আৰু হৰিক হাজিৰ কৰালে। বৰবৰুৱাই সুধি-পুচি শংকৰদেৱৰ ভক্ত বুলি জানিবলৈ পাই চূড়ান্ত বিচাৰৰ অৰ্থে দুয়োজন বন্দীয়াৰক স্বৰ্গদেউৰ চ'ৰালৈ পঠিয়াই দিলে।

স্বৰ্গদেউ চুহুংমুঙে জানিলে মাধৱ উদাসীন, সংসাৰত তেওঁৰ আপোন বুলিবলৈ কোনো নাই আৰু তেওঁৰ লগৰীয়াজন গৃহী; ঘৰ-সংসাৰ ল'ৰা-তিৰোতা আছে। বজাই একতৰফাকৈ বিচাৰ কৰি ৰায় দিলে, গৃহীজনক কাটিব লাগে আৰু বৈৰাগীজনক এৰিদিয়া হওঁক। কাৰণ, সংসাৰত কেৱে কিছু নথকা বৰাগীজনক কাটিলে একো লাভ নহয়, তেওঁৰ মৃত্যুত এজনো কান্দোতা নোলাব। হয়তো মাধৱদেৱৰ ব্যক্তিত্বই হৃদয়হীন অবিবেকী বজাৰ অন্তৰতো এক অদ্ভুত সিদ্ধান্তৰ উদয় হৈ তেওঁক ৰক্ষা কৰিলে।

এই সংকটকালতো তেওঁ বিচলিত নহ'ল। মাধৱে হৰিক ঈশ্বৰৰ চৰণত মন দৃঢ়কৈ ৰাখিবলৈ উপদেশ দি তেওঁৰ কাণৰ কাষত অনৱৰত হৰিনাম শুনাই থাকিল। এনেকি, বিপৰ্য্যয়ৰ চৰম মুহূৰ্ত্ততো, 'ভয়ো ভাই সাবধান, যাৱে নাহি ছুটে প্ৰাণ' গীতটি ৰচনা কৰি ইয়াক বাৰে বাৰে গাই হৰিৰ মৃত্যুভয় আঁতৰালে। মাধৱদেৱৰ প্ৰেৰণাৰ হেতু ভিত্তিত হেংদানৰ কোৰ খোৱাৰ মুহূৰ্ত্ততো হৰিয়ে ৰামনাম উচ্চাৰণ কৰিবলৈ নাপাহৰিলে।

বজাঘৰৰ আকৌ কিবা ভগৰ লাগে? সেইকথা ভাবি মাধৱ উভতি নাহিল, তেওঁ ৰাজ-হাউলিৰ কাষতে মেচাঘৰৰ সন্মুখৰ পুখুৰি

পাবত জুপুৰি এটি সাজি ভিক্ষাকৈ প্ৰবৰ্ত্তি থাকিল। মনত দুখ-বেজাৰ নাই, হৰিনাম গাই তেওঁ ব্ৰহ্মাণ্ডভাৰত থাকোঁতে হঠাতে এদিন বজাই প্ৰাতঃভ্ৰমণৰ কাৰণে ওলাই মাধৱৰ লগ পাই পৰিচয় সুধিলে। উদাসীন ভকতজনৰ কথা তেওঁ পাহৰি আছিল, ইমান দিনলৈ মাধৱক বিদায় নিদিয়াৰ কাৰণে তেওঁৰ খং উঠিল। তেতিয়াই সন্দিকৈ বৰুৱাক মতাই আদেশ দিলে, মাধৱক সন্মানসহ পঠিয়াব লাগে।

সন্দিকৈ ডাঙৰীয়াই উদাসীন মহন্তক মান-সৎকাৰ কৰি টকা-কড়ি কানি-কাপোৰ আৰু চাউল-চকৰে সৈতে বিদায়সম্ভাষণ জনালে। মাধৱে একো বস্তুলৈ উভতি নাচাই, বাটত প্ৰয়োজন হ'ব বুলি ভাবি চাউল-চকখিনিলৈ উভতি আহিল। এই ঘটনাটোত মাধৱদেৱৰ ধৈৰ্য্য, সাহস আৰু ত্যাগৰ মহত্ত্ব ফুটি উঠিছে।

তিনি দিনৰ মূৰত মাধৱদেৱ ধুৱাহাটা-বেলগুৰিৰ পথত উপস্থিত হ'ল। ইফালে সাতদিন আগৰপৰা শংকৰদেৱৰ কীৰ্ত্তনঘৰত ভকত-সকলৰ হতুৱাই অবিৰলভাৱে পাল-নাম গোৱাই আছিল। সেই-দিনাই সামৰণি দিৱস, স্বামীৰাম নেবো আৰু চৰণ তোমাৰ ঘোষা গাইছে। চৰিতৰ মতে সেয়েই প্ৰথম পাল-নামৰ প্ৰবৰ্ত্তন। অৱশ্যে কিছুমানৰ মতে মাধৱে ইয়াক সুন্দৰীত প্ৰৱৰ্ত্তন কৰে বুলি কয়।

গুৰুজনৰ হৃদয়-মন ভালেখিনি মুকলি, তেওঁ নওলামুখলৈ ওলাই বৈ আছে; কোনোবা আপোনজনক যেনিবা আদৰণি জনাব। কেইটামান মুহূৰ্ত্ত পাৰ হৈ গ'ল। তেওঁ দেখিলে মাধৱ খোজকাঢ়ি-আহিব লাগিছে, বঢ়াপোক দূৰতে দেখি গুৰুজনৰ বহল অন্তৰখন আনন্দত নাচি উঠিল। মাধৱৰ গম্ভীৰ খোজবোৰ আগুৱাই আহিল, তেওঁ সলোতক নয়নেৰে গুৰুজনৰ কাষ পাই দুখানি চৰণত উবুৰিখাই পৰিল। শংকৰদেৱে তেওঁৰ প্ৰিয়তম শিষ্যক দুয়ো হাতেৰে বুকত সাৱটি লৈ কৃতাৰ্থ কৰিলে।

জোঁৱায়েকৰ মৃত্যু-সংবাদত দুখ পালে যদিও, কৃষ্ণৰ অপৰিসীম কৃপাত প্ৰাণৰ বান্ধৱ মাধৱক ওভোটাই পোৱাত গুৰুজনৰ সন্তপ্ত-হৃদয় ভালেখিনি সুস্থ হ'ল।

ইয়াৰ পাছত শংকৰদেৱে থিৰ কৰিলে, অবিবেচক ৰজাৰ শাসনাধীনত ধৰ্মচৰ্চা দুঃসহ, পদে পদে বিপদসংকুল আৰু নিৰাপত্তা-বিহীন; তেওঁ এই উজনিখণ্ডত আৰু নাথাকে। শংকৰদেৱে বিশ্বাসযোগ্য সূত্ৰে জানিব পাৰিলে, কোচৰজা নৰনাৰায়ণ অতিকৈ প্ৰজাবৎসল, সুবিবেচক আৰু ন্যায়-ধৰ্ম পৰায়ণ। মাধৱদেৱৰ সমৰ্থিতে সকলো ভকতক সামৰি ভবিষ্যতলৈ আৰু ভয়াবহ পৰিস্থিতিৰ আশংকাত আহোম ৰাজ্যৰপৰা ভটিয়াই আহিবলৈ গুৰুজনে সিদ্ধান্ত কৰিলে।

শংকৰদেৱৰ আজ্ঞাত কেইৱাখন নাৱ প্ৰস্তুত হ'ল। মাধৱদেৱ, তেওঁৰ মাক আৰু পৰিয়াল-পৰিজনৰ সৈতে বৈনায়েক ৰামদাস এখন নাৱতে উঠিল। ঘৰৰ লাম-লাকটুৰ জপা কেইটাও লগতে তুলিলে।

সৰ্বজয় আৰু বুঢ়া দৈৱজ্ঞ আতৈ, এই ভকত দুজন কেনিবা ওলাই গৈছিল। তেওঁলোক উভতি আহি নৈৰ ঘাট পোৱাত নাৱবীয়াইঁতে নাৱ মেলি থোৱাৰ আয়োজন কৰিছে। দুয়োজন আতৈ মাধৱদেৱক জনালে, তেওঁলোকো সেইখন নাৱতে আহিব। অন্য কেইখন নাৱ আগতে মেলি দিলে, মাধৱে ভকত দুজনৰ আহুকাল দেখি ৰামদাসলৈ এবাৰ চালে, ওহো, তেওঁ সন্মত নহ'ল। নাৱখন টুপটুপীয়াকৈ ভৰা, আকৌ দুজন মানুহ তুলিলে নাৱ বুৰি সকলোৰে সলিল-সমাধি হ'ব।

দয়াশীল মাধৱে ভকত-বন্ধুক তেনেকৈ আলাই-অথানি কৰি এৰি থৈ আহিব নোৱাৰে; তেওঁলোকক আনিবই লাগিব। তেওঁৰ কাৰি-কাপোৰ আৰু সাজ-বাচন ভৰাই লোৱা বেতৰ দৰ জপা দুটা নৈৰ সোঁতলৈ দলিয়াই সেইখিনি ঠাইত পৰম আগ্ৰহেৰে ভকত দুজন তুলি ল'লে। ভকতবৎসল মাধৱৰ মানত জপা দুটা তেনেই মূল্যহীন, হৰিভকতহে জীৱনৰ সৰ্বস্ব, কাশী-বৃন্দাবন।

## নাৰ্মান অসমত ধৰ্মপ্ৰচাৰ

শংকৰ-মাধৱক প্ৰমুখ্যকৰি এইদৰে বৰলুইতৰ বিশাল বুকুৰেদি এখন ভাগৱতীসমাজ নামনি অসমলৈ ভটিয়াই আহিল। নাৱৰ কুন্থিত থকা ভকতসকলৰ মুখত অনৰ্গল হৰিনামকীৰ্ত্তনৰ ধ্বনি; নৈখনৰ দুয়োপাৰৰ বাইজ বিস্মিত, বিমোহিত।

গুৰুজনৰ নাৱ আগত, য'তে গধূলি হৈ আহে ত'তে তেওঁ নাৱ ৰখাবলৈ দিয়ে। মাধৱদেৱৰ নাৱখনো আগ নাবাঢ়ে। তেঁৱো নাৱ বন্ধাই পাৰলৈ আহি ঠাইডোখৰ এবাৰ ভালকৈ চৰকমিন কৰি গা-পা ধুই 'গুৰুজনৰ কাৰণে খোলা চাচি খোৱা-বোৱাৰ সম্ভাৰখিনি পৰম শ্ৰদ্ধাৰে যতনাই দিয়াৰ পাছতহে নিজৰ চাউলমুঠি সিজাবলৈ যায়।

এদিন গধূলিৰ আগে আগে মাধৱৰ নাৱ কিছু দূৰ আগবাঢ়িল। মনোৰমা আইৰ শৰীৰ বৰ ভাল নহয়, মাধৱে নাৱখন আৰু আগুৱাব নিদিলে। ঘাটত নাৱ বন্ধাই পাৰলৈ উঠি আহিল। গুৰুজনৰ ভাতমুঠি সিজোৱাৰ বাবে ঠাই চিকুনাই, লেপি-মচি ভোজনৰ সকলো আয়োজনৰ দিহ লগাই থৈ ভালেমান পৰ বাট চোৱাৰ পাছতো গুৰুজনৰ নাৱ আহি নোপোৱাত মাধৱে নিজৰ খোলাত চাউল সিজাবলৈ বহিল। থকৃ-বককৈ ভাত উতলিব ধৰোঁতেই শংকৰদেৱৰ নাৱখন ভটিয়াই আহিল।

কিন্তু গুৰুজনাই সেই ঠাইত নাৱ নৰখাই আকৌ ভটিয়াই নিবলৈ নিৰ্দেশ দিলে। ঠাই চিকুনাই ৰন্ধাৰ আয়োজন সম্পূৰ্ণ কৰি অটাই-পিটাই ৰখা বুলি জনোৱাৰ পাছতো শংকৰদেৱে নাৱ নৰখালে, নদীৰ আৰু এটা মোচৰলৈ আগবাঢ়িল।

মাধৱে এইকথালৈ লক্ষ্যকৰি আধা-সিজা ভাতৰ চৰুটো মাটিত উবুৰিয়াই থৈ তেতিয়াই গুৰুজনৰ ওচৰলৈ নাৱ মেলি দিলে। ওচৰ পোৱাত মাধৱে ভাত খাই গ'ল নেকি, শংকৰে সুধিলে। সেই কথাৰ

উত্তৰত মাধৱে ক'লে, গুৰুজন য'ত নবল, ভাত তেওঁ ভোজন কৰিব কেনৈ, নকৰিলে। সঙ্গত থকা দিন কেইটাত নিতৌ গুৰুজনৰ ভোজনৰ পাছতহে মাধৱে খাইছিল।

সেই দিনাৰ ঘটনাটোৰবাবে শংকৰদেৱ দুঃখিত হ'ল। তেওঁ মনতে ভাবিলে, তেওঁৰ কাৰণেই মাধৱে ভাতমুঠি নোখোৱাকৈ আছিবলগীয়াত পৰিল। অৱশ্যে ইয়াৰ মাজেদি শিষ্যৰ ভক্তিৰ পৰাকাষ্ঠা নিৰ্ণীত কৰিলে। কিন্তু সেই নিশা অকল মাধৱৰে নহয়, ঠাইডোখৰ সুচল নোহোৱাৰবাবে সকলো ভকত লঘোণে ৰ'ল।

মাধৱদেৱে এনেকৈ গুৰুজনৰ সেৱা-শুশ্ৰূষা কৰি নদীৰ সোঁতত ভটিয়াই তেওঁৰেই আজ্ঞা অনুসৰি কামৰূপৰ চাউল খোৱা সুতিয়েদি উজাই আহি এদিন টপাৰবৰিত ভকত সমন্বিতে আশ্ৰয় ল'লে।

সাধাৰণভাৱে ঘৰ-দুৱাৰ সাজি হৰি-কীৰ্ত্তন আৰু হৰি কথা চৰ্চা আৰম্ভ কৰিলে যদিও, ধৰ্মপ্ৰচাৰৰবাবে চুবুৰীয়াৰ পৰিবেশ অনুকূল নোহোৱাত আৰু ভকতসকলো স্বাস্থ্যৰ অৱনতি ঘটাত শংকৰদেৱৰ মনত চিন্তা হ'ল। কেইমাহমানৰ ভিতৰতে মাধদেৱৰ মাক মনোৰোমা আই দেহ ত্যাগ কৰিলে। মাতৃক হেৰুৱাই পুত্ৰৰ অন্তৰখনে হাঁহাকাৰ কৰি উঠিল, জগতখনত তেওঁ এক বিৰাট শূন্যতা অনুভৱ কৰিলে। বৈনায়েক ৰামদাস আৰু অইন অইন জ্ঞাতি-কুটুমৰ সৈতে মৃতকৰ কাঠ-সংস্কাৰ কৰা হ'ল।

শংকৰদেৱে দেখিলে মাধৱৰ মাক চলিল আৰু বহু ভকতৰ অসুখ। কিছুমানৰ মূৰৰ চুলি সৰি টকলা হ'ল। ঠাইডোখৰৰ হাৱা-পানী তেওঁলোকৰ সুজা নাই। মাধৱৰ মাতৃৰ দহা-কৰ্মৰ পাছতেই সকলো ভকতৰ সৈতে শংকৰদেৱ চুণপৰা পালেংদিলৈ আহিল। মাধৱদেৱ বাবাদিত থাকিবলৈ ল'লে।

মাতৃশ্ৰাদ্ধৰ আগে আগে মাধৱে নাৰায়ণ দাস (ঠাকুৰ আতা)-ৰ সৈতে সখি পাতিলে। অৱশ্যে এই মিত্ৰভাৱ গুৰিতে আছিল শংকৰ দেৱ, তেওঁ নতুনকৈ নামকৰণকৰা সুপুৰুষজনৰ আগত মাধৱদেৱৰ বিষয়ে এই দৰে কৈছিল,—'জানিছা নাৰায়ণ দাস আমাক পাত্ৰ

তোমাৰ ইমান আৰু আমাৰ লগত যি এজন আছে, গোটেই বিচক্ষণ পুৰুষ ; তাৰাক পালে গোটেই আকুল হ'বা।"

পিচদিনা মাধৱ বাবাদিৰপৰা আহি টকাৰ ভঙনীয়া আনিবলৈ নাৰায়ণ দাসৰ নাৱলৈ গ'ল। তেওঁক দেখিয়েই নাৰায়ণে চিনি পালে, আদৰ সাদৰকৈ বহিবলৈ দি গুৰুজনে মাধৱদেৱৰ অভয়-পদত তেওঁক দাস হিচাপে দিয়া বুলি স্বীকাৰ কৰি সেৱা জনালে। কথা-বতৰা পাতি টকাৰ ভঙনীয়া দিওঁতে পাচ টকাতে দহ টকাৰ কড়ি আগ বঢ়ালত মাধৱে ল'বলৈ আপত্তি জনালত নাৰায়ণ দাসে মাতৃ শ্ৰাদ্ধৰবাবে তেওঁৰ অংশ দিয়া বুলি সখিয়েকক ইচ্ছা পূৰণ কৰি ঘৰলৈ আহিল।

মাতৃৰ পাৰলৌকিক ক্ৰিয়া সমপন্ন কৰা হ'ল। এই উপলক্ষ্যে গুৰুজনৰ পত্নী-প্ৰসাদ নাটৰ ভাওনা পাতিলে। ইয়াৰ পাছত মাধৱ নিতৌ বাবাদিৰপৰা চুণপোৰা-পালেংদিলৈ আহি গৈ প্ৰসঙ্গৰ শ্ৰৱণ কীৰ্তনত যোগ দি থাকিল।

কিন্তু শংকৰদেৱ ইয়াত সৰহদিন নৰ'ল। যদিও, বহুতে ধৰ্মগ্ৰহণ কৰিলে, ভকতৰ সংখ্যা বাঢ়িল তথাপি ঠাই ভোখৰ সুচল নাপাই ছয়মাহৰ পাছতেই গুৰুজন কুমাৰকুচিলৈ গ'ল। ইয়াত এবছৰ কোনোমতে কটাই পাট বাউসীত হাটী-বাটী, নামঘৰ, মণিকূট সজাই শংকৰদেৱে ভকতৰ সৈতে সত্ৰ পাতি ৰ'ল।

বাবাদিৰপৰা পাটবাউসীৰ দূৰত্ব প্ৰায় তিনি মাইল, বৰপেটা বিলৰ কাষেদি ঘূৰি গুৰুথানলৈ অহা-যোৱা কৰোঁতে ভালেখিনি সময় লাগে, শাৰীৰিক কষ্টও হয়। বাবাদিত ডেৰ বছৰ থকাৰ পাছত কিছু দূৰ আগুৱাই সম্বন্ধায় জেঠাক এজনৰ ঘৰত মাধৱদেৱ চাৰিমাহ ৰ'ল। তাৰপৰা হৰি-কথা শুনিবলৈ নিতৌ পাটবাউসীলৈ আহে। কিন্তু জেঠাকৰ ঘৰখন অনাচাৰী, সদায় হাই-কাজিয়া ; পৰিয়ালৰ প্ৰত্যেকৰ মুখত অশ্লীল-অশ্ৰাব্য কথা।

মাধৱে কৈ-মেলি ঘৰখনৰ ব্যভিচাৰ আঁতৰাবলৈ নোৱাৰাত নিজে সেই ঠাই পৰিত্যাগ কৰি সম্পৰ্কীয় মোমায়েক এজনৰ ঘৰলৈ আহিল। তাৰপৰা নিয়মিতভাৱে পাটবাউসীলৈ আহিগৈ হৰিকথা চৰ্চা কৰি

থাকে। মোমায়েক দীঘলা কাইথে ভাগিনেকৰ মৰমত কেতিয়াবা ইখন-সিখন বস্ত্র দিয়ে। কিন্তু সম্পৰ্কীয় হ'লেও হৰি-বিমুখ কাৰণে মাধৱে সেই বস্ত্র গ্ৰহণ নকৰে, উভতি নাচায়; ঘৰৰ চুকতে গেলি-পচি নষ্ট হয়।

কাইথৰ ঘৈণীয়েকে এই কথালৈ লক্ষ্য কৰি এদিন গিৰীয়েকৰ আগত কোৱাত গিজ্‌গিজাই উঠিল, তেওঁৰ বস্ত্র যদি জুঠা, ঘৰটো শুদ্ধ হ'ল কেনেকৈ? একেকোবে আথলত সোমাই তেওঁ মাধৱৰ পাকঘৰৰ চৌকা-চক ভাঙি থ'লে।

হৰিকথা শুনি, শুকসেৱাকৈ দুপৰীয়াৰ ব'দত শুকাই বাটকুৰি বাই মাধৱে গৈ দেখিলে, ৰন্ধনশাল যেনেই লণ্ড-ভণ্ড, চৌকা-চক ভঙা। গিৰীহঁতক তেওঁ একো নক'লে, যোৱা বাটেৰে ভেতিয়াই গুৰুজনৰ ওচৰলৈ উভতি আহিল।

শংকৰদেৱে তেওঁৰ আমঠি যেন শুকান মুখখনলৈ চাই মাধৱে ভোজন কৰি গ'ল নে নাই সুধিলত তেওঁ দীঘলা কাইথৰ সমস্ত কীৰ্তি ভাঙি কবিলে। মানুহৰ অতপালিৰ কথা ভাবি তেওঁৰ বেয়া লাগিল, সহৃদয়া গুৰুপত্নীয়ে আথেবেথে মাধৱক চিৰা-গাখীৰৰ জলপান খাবলৈ দিলে।

চোতালৰ ব'দ পৰিল, গুৰুজনে মাধৱক লগত লৈ উত্তৰ-পশ্চিমৰ গাঁও এখনত সোমাল। মাধৱৰ কাৰণে এডোখৰ ঘৰ বিচাৰিব ধৰিলে। মানুহক সুধি তেওঁ জানিলে, এজনে পামধৰাৰ উদ্দেশ্যৰে সেই গাঁৱৰ মুকলি ঠাই এডোখৰত নতুনকৈ ঘৰ-দুৱাৰ সজাই ৰাখিছে। ঘৈণীয়েকৰ অসুখ, তেওঁ পুৰণি ঘৰখন এৰি আহিব পৰা নাই।

শংকৰদেৱ ঘৰৰ মালিকৰ ওচৰলৈ গ'ল। কথা-বতৰা পাতি এতোলা সোণৰ বিনিময়ত সেই ঘৰ-মাটি মাধৱদেৱৰ কাৰণে ল'লে। গাঁওখন গণককুচি, মাধৱে আনন্দ মনেৰে তাত বসবাস কৰিলে।

ঘৰটোৰ তিনিটা কোঠালি, তাৰে এটাত ভোজন কৰে, এটাত শোৱে আৰু আনটোত সময়মতে জিৰণি লৈ ভকতসকলৰ লগত কথা-বতৰা পাতে। মনথৈৰ ঠাকুৰ আতা প্ৰায়েই পাটবাউসীৰ গুৰুখানলৈ আহোঁতে মাধৱৰ ঘৰত জিৰাই-শঁতাই একেলগে আহে।

ঠাকুৰ আতা গৃহী ভকত, ঘৰত ল'ৰা-তিৰোতা আছে। কেতিয়াবা তেওঁ আহিব নোৱাৰিলে মাধৱদেৱ অকলেই গুৰুগৃহলৈ আহে। উভতি যাওঁতে প্ৰায়েই ৰাতি হয়। দুৰ্গম বাট, বোকা-পানী আৰু কেতিয়াবা বনৰীয়া হিংস্ৰ জন্তুও বাটত ওলায়। এদিন মাধৱদেৱে বনৰীয়া ম'হৰ সন্মুখীন হৈছিল। সেই কাৰণে শংকৰদেৱে শ্ৰীৰামক তেওঁৰ লগত আলধৰা হিচাপে থকাৰ আজ্ঞা দিলে।

মাধৱদেৱে নিজকে দাসৰো দাস বুলি ভাবিছিল। দাস্যভাব তেওঁৰ ভক্তজীৱনৰ আদৰ্শ মহামূল্য নিধি। নিজক ক্ষুদ্ৰতকৈ ক্ষুদ্ৰ বুলি ভাবিব পাৰিলেহে বৃহৎৰ সৈতে যুক্ত হ'ব পাৰি। এদিন শংকৰদেৱে ফকৰা এটি মাতি বঢ়া-পোক ক'লে, পশু নকৰিবা শৰ, মৰাও নানিবা জীয়াও নানিবা সুদা হাতে নপশিবা ঘৰ। কাইলৈ মোক এটি নৰ-পশু আনি দিয়া।

ঘৰলৈ আহি মাধৱদেৱে বহু চিন্তা কৰিলে। সেই নিশা তেওঁৰ টোপনি নাহিল। মনেৰে চৈধ্য ব্ৰহ্মাণ্ড ঘূৰি ক'তো নৰাধম পশু বিচাৰি নাপালে। শেষত পিছদিনা তেওঁ নিজকে নৰপশু থিৰ কৰি গুৰুজনৰ আগত থিয় হ'ল: এই প্ৰতীকধৰ্মী প্ৰসঙ্গটো দাস্যভাৱৰ এটি বিশেষ তাৎপৰ্য্যপূৰ্ণ নিদৰ্শন।

অকল পাণ্ডিত্য আৰু বিনম্ৰতাই নহয়, মাধৱদেৱ আছিল বসুমতীৰ দৰে ধীৰ-স্থিৰ, সহনশীল। এবাৰ বাবাদিৰ বুঢ়া দলৈৰ ঘৰত হৰিকীৰ্তন, ভকতসকলৰ সৈতে মাধৱক তাৰৈ নিমন্ত্ৰণ জনাই গ'ল। দলৈ ৰাজ বিষয়া ভায়েকে নাম-ধৰ্ম লৈ ভকত হৈছে। ঘৰত হাঁহ-পাৰ-ছাগলি নোপোহে, নাখায়, গুৰু-ভকতৰ সঙ্গত প্ৰায়েই নাম-কীৰ্তন গাই ফুৰে।

নামকীৰ্তন লৈ যোৱাৰ আগতে সেইদিনা গুৰুজনে মাধৱক সাৱধান কৰি দিলে। নামপ্ৰসঙ্গ সমাপন কৰি গিৰীহঁতৰ নওলা পাৰ হৈ কিছুদূৰ অহাৰ পাছত, ৰাজকাৰ্যৰপৰা সন্ধিয়া উভতি অহা বুঢ়া দলৈ সম্মুখত উপস্থিত হৈ যথেমধে মাধৱক অশ্লীল-অশ্ৰাব্য ভাষাৰে গালি-শপনি পাৰিব ধৰিলে। দলৈৰ ভায়েকক হেনো ধৰ্ম দিয়াৰ ছলেৰে

বলিয়া কৰি সুখৰ সংসাৰখন ছাৰখাৰ কৰি দিলে। এই লোকখাৰে মাধৱক তেওঁ সুদাই নেৰিছে, টঙনীয়াই শেষ কৰিব।

গুৰুজনক চিন্তি মাধৱদেৱ মনে মনে থিয় হৈ থাকিল, মুখেৰে হুস-টুস এষাৰো নামাতিলে। গালি-শপনি পাৰি পাৰি দলৈক বয়সীয়াল মুখখন শুকাই গ'ল, তথাপি কি আচৰিত মাধৱে মুখেৰে এষাৰি টু শব্দও নকৰিলে: কি অসম্ভৱ ধৈৰ্য। বুঢ়া দলৈ আৰু ধৈৰ্য ধৰিব নোৱাৰিলে, মাধৱদেৱৰ চৰণত দীঘল হৈ পৰি তেওঁৰ দুৰ্বিনীত আচৰণৰ কাৰণে ক্ষমা প্ৰাৰ্থনা খুজিলে।

এই ঘটনাৰ পাছত লগৰ ভকতসকলক মাধৱে উপদেশ দিলে, সহিলে সম্পদ পায়, নসহিলে আপদ পায়।

এবাৰ উজনিৰ বাৰভূঞা বংশৰ কেইজনমান ভকত শংকৰদেৱৰ ওচৰলৈ আহি প্ৰাৰ্থনা জনালে, তেওঁলোকৰ অঞ্চলত ধৰ্মবস্তু প্ৰচাৰ কৰিবলৈ ভকত এজনৰ প্ৰয়োজন। আগতে গুৰুজনে যি ধৰ্ম প্ৰচৰি কৰি আহিছিল সেইখিনিও লুপ্তপ্ৰায়, কোনোবা এজন জনা-বুজা সদাচাৰী লোক পঠিয়ালেহে গুৰুধৰ্ম পুনৰ প্ৰকাশিত হ'ব।

শংকৰদেৱে চিন্তা কৰিলে, উজনিখণ্ড বাক্-বিতণ্ডাৰ ঠাই, তেওঁ নিজে নাইবা বঢ়া-পো তালৈ গ'লেহে পৰিস্থিতি চম্ভালিব পাৰিব। মাধৱদেৱলৈ কৰুণাভৰা দৃষ্টিৰে চাই সুধিলে, তেওঁক পঠিয়ালে যাব পাৰিবনে? শ্ৰীচৰণৰ কৃপা হলে তেওঁৰ যোৱাত আপত্তি নাই বুলি মাধৱে তেতিয়াই নিবেদন কৰিলে।

গণককুচিলৈ গৈ মাধৱে উজনিলৈ যোৱাৰ প্ৰস্তুতিত লাগিল।

এনে সময়তে মনথৈৰ ঠাকুৰ আতা আহি পালে। সখিয়েকক দেখি মাধৱে ক'লে, তেওঁ গুৰুজনৰ আজ্ঞাত উজনিলৈ ওলাল, সেইদিনা নহাহেঁতেন তেওঁ মনথৈত গৈ বিদায় লৈ আহিব লাগিল-হেঁতেন।

ঠাকুৰ আতাই হৃষ্টমনৰে সখিয়েকৰ সেই যাত্ৰা-আয়োজন সমৰ্থন কৰি ক'বলৈ ধৰিলে, বৰ ভাল হ'ব, সখিয়েক উজনিলৈ যাওঁক, তাত সোণ, পাট-কাপোৰ, হাতীদাঁত, ডাৱ-কটাৰি, জাতি-জালুক

আদি ওৱাদানিকৈ পোৱা হ'ব। এইবোৰ গুৰুজনলৈ পঠিয়ালে তাৰে কাণিভাগ হ'লেও ঠাকুৰ আতাই পাব।

মাধৱদেৱে উত্তৰ দিলে যে তেওঁ বস্তু থুপুৰিয়া'লৈ ওলোৱা নাই, গুৰুবাক্য পালন কৰিবলৈহে ওলাইছে।

এৰা গুৰুবাক্য, গুৰুৱে যদি পুনৰাই বাৰণ কৰে তেতিয়াহ'লে নাযাব নেকি ?—ঠাকুৰ আতাই প্ৰশ্ন কৰিলে।

গুৰুজনে মানা কৰিলে তেওঁ নাযায়, ইয়াতেই থাকিব। মাধৱদেৱৰ মুখৰ বাক্যষাৰি শুনি ঠাকুৰ আতা বেগা-বেগিকৈ পাটবাউসীলৈ গ'ল।

তেওঁ শংকৰদেৱৰ আগত সবিনয়ে নিবেদন কৰিলে, সখিয়েকক উজনিলৈ পঠিয়ালে তাত ধৰ্মপ্ৰচাৰ হ'ব ঠিকেই; কিন্তু নামনিখণ্ডত ই লোপ হ'ব। কিয়নো, সখিয়েকে প্ৰশ্ন সোধে, গুৰুজনে তেওঁৰ মুখলৈ চাই ইয়াৰ উত্তৰ দিয়ে। অইন ভকতে সভক্তিৰে শুনি আনন্দ পায়, জ্ঞানো বাঢ়ে। এনে এজন বিচক্ষণ প্ৰশ্নকৰ্তা গুছি গ'লে, দ্বিতীয়জন আৰু নোলাব; গতিকে, গূঢ়-কথাৰপৰা সকলোৱে ইয়াত বঞ্চিত হৈ ৰ'ব।

ঠাকুৰৰ যুক্তি শুনি শংকৰদেৱে চিন্তা কৰি চালে, কথাষাৰ মিছা নহয়। তেওঁ মাধৱক উজনিলৈ পঠোৱা আজ্ঞা বাতিল কৰিলে। গুৰু-শিষ্যৰ মাজত হোৱা ধৰ্মপ্ৰচাৰ কৰিবলৈ যোৱা আলোচনা নাৰায়ণ বঞ্চিয়ে পাই একে কুবাই ছাই কৰি পেলালে।

মাধৱদেৱৰ গুৰুভক্তিৰ অন্য এটি নিদৰ্শন এইখিনিতে উল্লেখ কৰিব পাৰি। সেইদিনা গধূলিৰ আকাশ মেঘাচ্ছন্ন, গুৰুজনে গা ধুই সকলো ভকতে শুনাকৈ ক'লে, পিচদিনা পুৱা পিন্ধিবলৈ তেওঁৰ আণ্ডচ (ধুতি) শুকাব, পাটৰ ধুতি-চাদৰবোৰো অনোৱা নহ'ল।

কথাষাৰ সকলোৱে শুনিলে যদিও, কোনোৱে এই বিষয়ে বিশেষ নাভাবিলে। কিন্তু মাধৱদেৱ গণককুচিলৈ গৈ ৰাতি থাই-বৈ অন্য মানুহ টোপনিত পৰাত ঘৰৰপৰা ওলাই গ'ল। ভাদমহীয়া ৰাতি, ওপৰত বৰষুণ, তলত বোকা-পানী, ঠায়ে ঠায়ে দ-হোলা। ছুপক

নিশা, সমুখত অন্ধকাৰ, হাবি-বননিৰ মাজেদি যোৱা লুংলুঙীয়া বাট। বাঘ-হাতী আৰু বনৰীয়া ম'হৰ দাৰুণ সংকট। ইফালে জোক-মহৰ কামোৰ আৰু কাঁইটীয়া বনৰ আঁচোৰত শৰীৰ ক্ষত-বিক্ষত।

এনে দুৰ্যোগ মূৰত লৈ মাধৱ তিনি পৰ নিশা তাঁতীকুচিৰ দিবাকৰ মৰলৰ ঘৰত ওলালগৈ। ৰাতি পুৱাবলৈ আৰু এক প্ৰহৰ বাকী, তাঁতীয়ে চোতালত কোনোবাই চিঞৰি মতা শুনি একেজাপে বাজ ওলাই মাধৱদেৱক দেখি থত্মত খালে। এই পুৱতি নিশা কি সকামলৈ আহিল ছোট আতা?

ৰাতিপুৱালৈ গা ধুই সলাবলৈ গুৰুজনৰ ধুতি-পচৰা নাই, তেওঁ কাপোৰ এযোৰ বিচাৰি আহিছে। মাধৱৰ কানি-কাপোৰ তেনেই তিতি গৈছে, মৰলে দেখি তেওঁক নতুন কাপোৰ এযোৰ সলাবলৈ দিলে। জুইধৰি গা পুৱঠ কৰাই তেওঁক ৰাতি পুওৱাৰ আগে আগে মাৰেৰে গণককুচিত থৈ গ'ল।

পুৱে ঢলকাট দিয়াৰ লগে লগে মাধৱদেৱে আকৌ পাটবাউসীলৈ খোজ ল'লে। গুৰুজনে শৌচ কৰি গা ধুই গামোচাৰে মচিছে মাথোন. তেনে সময়তে বঢ়াপোৱে ধুতি-পছৰাযোৰ শৰাইতকৈ আগবঢ়াই দিলে। গুৰুজন নিজেই অবাক, কালি সন্ধিয়া গৈ কোন টলকত এই পানী-বোকা গছকি মাধৱে কাপোৰ সাজ আনিলে?

ছোট আতাই নিশাৰ ভাগতেই গৈ অনা বুলি কোৱাত শংকৰ দেৱে তেওঁক তেনেকৈ দুৰ্গম বাটেৰে যোৱাৰ কাৰণে মৰমতে ধমকনি সোধাই, ভৱিষ্যতলৈ তেনে দুঃসাহস কৰিবলৈ বাৰণ কৰিলে।

মাধৱদেৱে লাহেকৈ উত্তৰ দিলে, দাস-ভৃত্যাই গৰাকীৰ প্ৰয়োজন বুজিয়েই কৰিব লাগে, তেওঁলোকক পাচিৰ নালাগে বাপ।

## বালকাণ্ড ৰামায়ণৰ অনুবাদ

"আৰু মাধৱ কন্দলিৰ কবিতা, ৰামায়ণ ঢাকি তুচকৈ গুচাবৰ মনদিলে অনন্ত কন্দলি-এ। তেহে বিপ্রে স্বপ্নত গুৰুজনত শৰণাপন্ন হৈ প্ৰাৰ্থিলে ব'বৰ হেতু। পাছে গুৰুজনে বোলে বঢ়া-পো, তোমাৰ মিতাৰ শাস্ত্ৰ-কবিতা গুচাব খোঁজে, আমি ধৰোঁ গোৰত, তুমি হোৱা আগ। তেহে আত্ম-উত্তৰা কবিছে। কাপৰ-গাৰি দবে আগ-গোৰ সমে ব'ল ; উপদেশ আঁচুফুল হ'ল।"—কথা-গুৰুচৰিত :

মাধৱদেৱে শংকৰদেৱৰ প্ৰেৰণাত বালকাণ্ড ৰামায়ণ ৰচনা কৰিবলৈ হাতত লোৱাৰ দৃষ্টান্ত ওপৰৰ কথা কেইষাকিত আছে। ৰাম-কৃষ্ণ অভেদ, এক পৰমাত্মাৰে স্বৰূপ। মাধৱদেৱে কৃষ্ণক নমস্কাৰ জনাই, সীতাপতি ৰামৰ প্ৰশস্তি গাই আৰু গুৰুৰ চৰণত প্ৰণতি কৰি গ্ৰন্থ আৰম্ভ কৰিছে।

এদিন মহৰ্ষি বাল্মীকিয়ে তেওঁৰ শিষ্য ভৰদ্বাজৰ লগত গংগাৰ নিকটস্থ তমসা নদীত গা ধুবলৈ গ'ল। চাৰিওফালে নিবিড় বননি, ঋষিয়ে দেখিলে, গছ এজোপাৰ ডালৰ ক্ৰৌঞ্চ চৰাই এযোৰ সংগম-সুখত মত্তলীয়া হৈ আছে। এনে সময়তে ব্যাধ এজনে শৰ মাৰিলে, ক্ৰৌঞ্চ ৰক্তাক্ত দেহেৰে মাটিত পৰি ধৰফৰাই মৰিল। তাৰ সহচৰী ক্ৰৌঞ্চী সংগম-বিচ্ছেদত কৰুণ সুৰেৰে বিনাব ধৰিলে।

ইয়াকে দেখি ধৰ্মাত্মা বাল্মীকিৰ মনত কৰুণা উপজিল, তেওঁ ব্যাধৰ এই নিষ্ঠুৰ কাৰ্য্য অধৰ্মজনক জ্ঞান কৰি কৈ উঠিল, :—

মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ
যৎ ক্ৰৌঞ্চ মিথুনাদেক মবধীঃ কাম মোহিতম্ ॥( ২।১৫)

হে ব্যাধ, তই কোনোকালে প্ৰতিষ্ঠা লাভ নকৰিবি ; কাৰণ, তই ক্ৰৌঞ্চজোৰৰ সংগমৰত অৱস্থাত এটিক বধ কৰিছ।

বাল্মীকিয়ে বাৰে বাৰে ভাবিব ধৰিলে, কেনেকৈ ক্ৰৌঞ্চৰ শোকত

এই মনোৰম বচনকাকি তেওঁৰ মুখৰপৰা নিৰ্গত হ'ল ? হওঁক, এইয়া পৃথিৱীত শ্লোকৰূপে খ্যাত হৈ থাকক।

এনেদৰে ভাবি-গুণি থাকোঁতে এদিন ব্ৰহ্মা ঋষিৰ ওচৰলৈ আহি বাল্মীকিৰ মুখেৰে ওলোৱা শ্লোক-ছন্দত ৰামায়ণ ৰচনা কৰাৰ উপদেশ দিলে।

ইক্ষ্বাকু-বংশসম্ভূত শ্ৰীৰামচন্দ্ৰ বিষয়ক সকলো বৃত্তান্ত ঋষিয়ে নাৰদক সবিনয়ে সুধিলত তেতিয়া নাৰদে সংক্ষেপতে ইয়াক ব্যক্ত কৰি বিস্তৃতভাৱে লিখিবলৈ বাল্মীকিক পৰামৰ্শ আগবঢ়ালে।

এই বংশৰ এজন ৰজা অজ। তেওঁৰ পুত্ৰ দশৰথ, গুণী-মানী আৰু মহাপৰাক্ৰমী ৰজা। ইক্ষ্বাকুৰ বত্ৰিছতম অধস্তন পুৰুষ দশৰথ। সৰ্বগুণযুক্ত ৰজা ইফালে আকৌ বিষ্ণু-ভক্তিপৰায়ণ। অযোধ্যাৰ প্ৰজাসকলে ন্যায়নিষ্ঠ প্ৰশাসনৰ অধীনত মহা সুখ-সমৃদ্ধিৰে দিনবোৰ কটাবলৈ ধৰিলে।

দশৰথ বিপুল শক্তিমান, অসম্ভৱ ধৈৰ্য্যশালী আৰু শাম-দান-ভেদ-দণ্ড বিশাৰদ। মহামুনি বশিষ্ঠ তেওঁৰ প্ৰধান পুৰোহিত, সুমন্ত্ৰ প্ৰভৃতি আঠজন মন্ত্ৰী। অগ্নিতুল্য তেজস্বী, চতুৰ অসহিষ্ণু আৰু ধনুৰ্বিদ্যাত শিক্ষিত যুঁজাকসকল তেওঁৰ সেনাবাহিনীত আছে। ৰজাৰ হাতী-ঘোঁৰা-ৰথ অলেখ।

কোশল ৰজাৰ জীয়ৰী পৰম সৌভাগ্যৱতী কৌশল্যাক দশৰথে 'বিয়া কৰাই আনিলে। তেওঁৰ দ্বিতীয়া পত্নী অপূৰ্ব সুন্দৰী কৈকেয়ী। কেকয় ৰজাৰ এইজনী চন্দ্ৰবদনী জীয়ৰীয়ে স্বয়ম্বৰ সভাত দশৰথ ৰজাক স্বামী বৰণ কৰিলে। ইয়াৰ পাছত সিংহল দ্বীপৰ ৰজা সুমিত্ৰই তেওঁৰ অতি মৰমৰ জীয়েক সুমিত্ৰাক দশৰথলৈ বিয়া দিলে।

সুশীলা আৰু ধৰ্মপৰায়ণা পত্নী কেইগৰাকীৰ লগত দশৰথে বৈবাহিক জীৱনৰ আনন্দ-মধুৰ দিনবোৰ কটাব ধৰিলে। কেইবছৰ মান পাছত তেওঁৰ ৰাজ্যত শনিৰ দৃষ্টি পৰি অনাবৃষ্টি দেখা দিলে, পাঁচ বছৰ এটোপালো বৰষুণ হোৱা নাই। জনসাধাৰণৰ দুখ-কষ্টৰ সীমা নাইকিয়া হ'ল।

ইকালে বিয়াৰ ভালেমান বছৰৰ পাছতো দশৰথৰ পুত্ৰসন্তান নজন্মিল। ৰজা-ৰাণী সকলোৰে মনত দুখ। এনেকি, ৰনৰ শালিকা চৰাইও অপুত্ৰক ৰজাৰ ৰাজ্য এৰি অন্য ঠাইলৈ যাব ওলোৱা দশৰথে নিজ কাণেৰে শুনি বিষাদ মনেৰে আছে।

মেঘৰ গৰাকী ইন্দ্ৰ দেৱতা। ৰজা ইন্দ্ৰৰ ওচৰলৈ গৈ ক'লে, বৰষুণ নিদিলে দশৰথে বাহুবলেৰে অমৰাৱতী অধিকাৰ কৰিব ৰজাৰ উগ্ৰমূৰ্তি দেখি দেৱৰাজে তেওঁক আদৰ-সাদৰ কৰি বুজাই দিলে, শনিৰ কোপ-দৃষ্টিতহে অযোধ্যাত বৰষুণ নাই।

দশৰথ শনিৰ ওচৰলৈ গ'ল। শনিয়ে ক্ৰোধদৃষ্টিৰে চোৱাত ৰজাৰ ৰথৰ ঘোঁৰা ছিগিল, ভগা ৰথ হুৰহুৰাই নামি আহিল। ক্ষন্তেকৰ ভিতৰতে তেওঁ মাটিত পৰি চূৰ্ণীকৃত হ'লহেঁতেন, জটায়ু পখিয়ে এই ঘটনা দেখি লৰালৰিকৈ গৈ পিঠি পাতি ৰজাক ধৰিলে। কিছু সময়ৰ পাছত ৰজা সুস্থ হ'ল, তেওঁ পৰম উপকাৰী জটায়ুৰ লগত মিত্ৰতা কৰিলে।

ৰজা সংকল্পৰপৰা বিৰত নহ'ল। তেওঁ পুনৰাই নতুন উদ্যমেৰে আকাশমাৰ্গলৈ উঠিল, এইবাৰ তেওঁ শনিৰ মুখামুখী হ'ল। দশৰথ ধৰ্মশীল, সুচৰিত্ৰবান আৰু ন্যায়ৱান কাৰণে শনিৰ ক্ৰোধদীপ্ত দৃষ্টিয়ে ৰজাৰ অলপো ক্ষতি কৰিব নোৱাৰিলে। শনি সন্তুষ্ট হৈ ৰাজ্যৰ ওপৰত নিক্ষেপিত দৃষ্টি আঁতৰাই আনিলে। ৰাজ্যখনত বৰষুণ হ'ল, সকলো মানুহ পূৰ্বৰ দৰে আনন্দত বাস কৰিব ধৰিলে।

এদিন কাল-সন্ধিয়া পৰত দশৰথে সৰযু নৈৰ তীৰৰ গহীন অৰণ্যত মৃগয়া কৰিবলৈ সোমাল। তেওঁ শব্দ অনুসৰণ কৰি চিকাৰ কৰা কৌশল জানিছিল। মুখ-আন্ধাৰি লগা সময়, সৰযু নদীত জলগতি পানী খোৱা যেন শব্দ শুনি দশৰথে ভালেখিনি আঁতৰৰপৰা শব্দভেদি শৰ নিক্ষেপ কৰিলে। অব্যৰ্থ লক্ষ্য, লগে লগে এটি কৰুণ চিঞৰ উঠি আহি ৰজাৰ কাণত পৰিল।

দশৰথ দৌৰি গৈ দেখিলে, সৰ্বনাশ, তেওঁৰ নিৰ্মম শৰে সুকুমাৰ মুনিকুমাৰ এজনৰ কলিজা ভেদ কৰিছে। মৃত্যুমুখী মুনি অন্ধকৰ

পুত্ৰ। তেওঁৰ অন্ধ মাক-দেউতাক শ্ৰীফল বনত আছে। সিন্ধু মুনিয়ে আসন্ন-মৃত্যু নিজকৰ্মফলৰ পৰিণাম বুলি ভাবি দশৰথৰ ওপৰত অভিশাপ নিদিয়াকৈ ক'লে। কিন্তু তেওঁৰ মৃতদেহ মাক-দেউতাকৰ ওচৰলৈ নিয়াৰ কথা কৈ মুনিপুত্ৰই দশৰথৰ হাততেই চিৰদিনলৈ চকু মুদিলে।

দুখ-শোকত জৰ্জৰিত ৰজাই মৃতদেহ কান্ধেৰে কঢ়িয়াই লৈ শ্ৰীফল বনত প্ৰবেশ কৰিলে। অন্ধমুনি তেওঁৰ পত্নীসহ বহি আছে। খোজৰ শব্দ উনাই অন্ধ মাক-দেউতাকে ক'বলৈ ধৰিলে, বাছা বহু ৰাতি হ'ল, তই পলম কৰিছ কিয়? হাবি-বননিৰ মাজ, বাঘ-সিংহই অকলে বাটত পালে তোক ঘাইল কৰিব। তোৰ অবিহনে আমাক চাওঁতা আৰু কোনো নাই, অন্ধ মাৰ-বাপেৰৰ তই একমাত্ৰ জীউ লাও। যি কি নহওক অন্যদিন আৰু পলম নকৰিবি, তোৰ চিন্তাত আমি মৰি যাম।

দশৰথৰ হৃদয় কম্পমান, তেওঁৰ মুখ শুকাই গ'ল। তথাপি মুনি দম্পতিৰ ওচৰ চাপি খোকাখুকি মাতেৰে ৰজাই ক'লে, মুনিবৰ! মই আপোনাৰ পুত্ৰ নহওঁ, পুত্ৰঘাতী পাপীষ্ঠ দশৰথ। শব্দভেদি শৰ নিক্ষেপেৰে মই দুৰাচাৰে সিন্ধু মুনিক নিপাত কৰিলোঁ, সেই দুৰন্ত অপৰাধত মোক শাপি ভস্ম কৰক।

পুত্ৰশোকত মাক-বাপেক দুয়ো মূৰ্ছিত হৈ পৰিল। দুখ-শোক আৰু অনুশোচনাত ক্লান্ত ৰজাই ওচৰতে থিয় হৈ সাম্ভাব্য অভিশাপৰ ভয়াবহতাৰ বিষয়ে চিন্তা কৰি কেইটামান অধৈৰ্য্য মুহূৰ্ত কটাই দিলে।

অন্ধ মুনি আৰু তেওঁৰ পত্নীয়ে সম্বিৎ ঘূৰাই পাই পুত্ৰৰ মৃতদেহ বুকুত সাবটি পাৰেমানে হিয়া ঢাকুৰি বিননিৰ ৰোল তুলিলে। অন্ধ মাক-বাপেকৰ সিন্ধুয়েই আছিল জীৱন, তাৰ অভাৱত তেওঁলোকৰ ইহকাল-পৰকাল নাশ হৈ গ'ল।

জ্ঞাত-অৱস্থাত বধকৰাহেঁতেন ব্ৰহ্মবধী দশৰথে নিস্তাৰ নাপালেহেঁতেন। অজ্ঞাতে পুত্ৰ বধ কৰিলে, সেইবাবে তেওঁলোকৰ দৰে দশৰথৰো পুত্ৰ-শোকত মৃত্যু হ'ব।

ঋষিৰ এয়া অভিশাপ নে আশীৰ্বাদ? ৰজা দশৰথে উগুল-থুগুল

মনেৰে প্ৰশ্ন কৰিলে, তেওঁ অপুত্ৰক, পুত্ৰশোক কেনেকৈ পাব? অন্ধমুনিয়ে উত্তৰ দিলে, ঋষ্যশৃঙ্গ মুনিৰ হতুৱাই যজ্ঞ কৰালে ৰজাই পুত্ৰ লাভ কৰিব, বিষ্ণুৰ অংশত জাত চাৰি পুত্ৰ। অন্ধমুনিয়ে ৰজাৰ মহিষী সকলৰবাবে শ্ৰীফল এটি দি পঠিয়ালে।

সেই সময়ত দুৰ্বৃত্ত অসুৰে দেৱতাসকলৰ অমৰাৱতী কাঢ়ি ল'লে। দেৱৰাজ ইন্দ্ৰ ভীতি-বিহ্বল হৈ মহা প্ৰতাপী দশৰথৰ ওচৰ চাপিল, ৰজাই অসুৰৰ হাতৰপৰা স্বৰ্গৰাজ্য উদ্ধাৰ কৰি দিব লাগে, নহ'লে দেৱতাৰ ইজ্জৎ নাথাকে।

দশৰথে সেনাবাহিনী লগত লৈ স্বৰ্গৰাজ্যলৈ গ'ল। বিষ্ণুই তেওঁক সহায়তা কৰিলে। ঘোৰতৰ যুদ্ধত তেওঁ অৱতীৰ্ণ হ'ল। দশৰথৰ সুতীক্ষ্ণ অস্ত্ৰৰ কোবত অসুৰগোষ্ঠী জৰ্জৰিত, তথাপিও সিহঁত পৰাজিত নহয়। দশৰথৰ শৰীৰো ক্ষত-বিক্ষত, তেওঁৰ ভীষণ খং উঠিল। গন্ধৰ্ববাণ নিক্ষেপ কৰিলে, ইয়াৰ ফলত বিপক্ষীয় সেনাৰ মাজত পৰস্পৰ ঘোৰ যুদ্ধ আৰম্ভ হ'ল। ইন্দ্ৰপুৰীৰ লোভত অসুৰৰ বিনাশ ঘটিল। দশৰথে জয় লাভ কৰিলে।

দেৱতাসকলে দশৰথক প্ৰশংসা কৰি নানান উপঢৌকনৰ সৈতে বিদায় দিলে।

অযোধ্যাত উপস্থিত হোৱাৰ পাছত ক্লান্তি আৰু অৱসাদত ৰজাৰ দেহ শুকাই-ক্ষীণাই জহি গ'ল। স্বামী-ভক্তিপৰায়ণা কৈকেয়ী পৰম শ্ৰদ্ধাসহ সেৱা-শুশ্ৰূষা কৰি অলপ দিনৰ ভিতৰতে তেওঁক নিৰাময় কৰি তুলিলে। ৰজাই মনত বৰ সন্তোষ পাই তেওঁক এটি বৰ দিবলৈ সংকল্পিত হ'ল। কিন্তু কৈকেয়ীৰ পৰিচাৰিকা মন্থৰাৰ পৰামৰ্শ অনুযায়ী সেই বৰ পাছত খুজি ল'ব বুলি ৰাণীয়ে কৈ থ'লে।

ইয়াৰ পাছত দশৰথৰ শৌচঘাৰত বিহফোহা এটা উঠিল। দুখ-যন্ত্ৰণাত ৰজাৰ প্ৰাণ ওলাই যায়। বেজে চোৱা-চিতা কৰি কাৰোবাৰ, হতুৱাই ফোহাৰ ভিতৰৰ, পুঁজ-পানী টুপি শুহি অনাৰ পৰামৰ্শ দিলে। এইবাৰো কৈকেয়ী মুখেৰে সেই ঘৃণনীয় কাৰ্য্য কৰি

ৰজাৰ দুখ-কষ্টৰ উপশম কৰিলে। এই বেলিও দশৰথে বৰ এটি বিষয়ে বাণীৰ ওচৰত প্ৰতিজ্ঞাবদ্ধ হৈ থাকিল।

বশিষ্ঠ আৰু অন্য মুনিসকলৰ আগত দশৰথে তেওঁৰ অন্তৰ্দাহী দুখ নিবেদন কৰিলে। অপুত্ৰক ৰজাই সমপন্ন কৰা দেৱকাৰ্য্য-পিতৃকাৰ্য্য সকলো অসাৰ্থক, ইয়াক দেৱতা আৰু পিতৃপুৰুষে গ্ৰহণ নকৰে। অন্ধ মুনিৰ অভিশাপো নফলিল, শোক পাবলৈ পুত্ৰ জন্মই নহ'ল।

অৱশেষে ঋষ্যশৃঙ্গৰ হতুৰাই যজ্ঞ কৰাৰ পৰা নাই, এইজনা মুনি ক'ত আছে দশৰথে নাজানে। বশিষ্ঠই নৃত্য-গীত অনুৰাগী বিভাণ্ডৰ পুত্ৰ ঋষ্যশৃঙ্গৰ বিষয়ে উল্লেখ কৰিলে, চাৰিবেদ কণ্ঠস্থ থকা এই মুনিক লৈ আহি যজ্ঞানুষ্ঠান সম্পপন্ন কৰাব লাগে।

এইকথা শুনি মন্ত্ৰীবৰ সুমন্তৰ মনত পৰিল, অংগদেশৰ লোমপাদ ৰজাই তেওঁৰ পালিতা জীয়ৰী শান্তাক ঋষ্যশৃঙ্গলৈ বিয়া দিছিল। শান্তা দশৰথৰ ঘৰৰ ছোৱালী, লোমপাদে এবাৰ খুজি লৈ গৈ প্ৰতিপালন কৰিছিল।

ঋষ্যশৃঙ্গ আৰু শান্তাৰ বিয়াখনৰ অন্য এক কাহিনী আছে। লোমপাদ আছিল অপুত্ৰক, তেওঁৰ ৰাজ্যত বাৰ বছৰ বৰষুণ হোৱা নাই, শস্য-মৎস্য তেনেই বিলুপ্ত হ'ল। জনসাধাৰণ হাঁহাকাৰত মৰিব ধৰিলে। নাৰদৰ উপদেশ অনুসৰি লোমপাদে ঋষ্যশৃঙ্গক তেওঁৰ ৰাজ্যলৈ অনাৰ ব্যৱস্থা হাতত ল'লে।

এখন নাৱৰ ওপৰত গছ-গছনি কই কৃত্ৰিম তপোবন সৃষ্টিকৰি কেইজনীমান নৃত্য-গীত পটিয়সী গাভৰুক পাটৰ সাজপাৰ পিন্ধাই ৰজাই পঠিয়ালে। তেওঁলোকে নানাবিধ মিঠাই আৰু মোদকৰ লাকও লগত লৈ গ'ল।

কেইদিনমান পাছত নাৱখন বিভাণ্ডক মুনিৰ আশ্ৰমৰপৰা কিছু দূৰত গৈ চাপিল। মুনিয়ে পুতেকক কুটীৰত এৰি থৈ তপস্যা কৰিবলৈ যায়। বিভাণ্ডকৰ অনুপস্থিতিৰ সুযোগতে অংগৰাজ্যৰ গাভৰুসকলে ঋষ্যশৃঙ্গৰ আগলৈ আহি নানান অঙ্গি-ভঙ্গীৰে নাচি-গাই কটাক্ষ দৃষ্টিৰে চাবলৈ ধৰিলে। বিভাণ্ডক উভতি অহাৰ আগে আগে

গাভৰুইত গুটি গ'ল। এনেকৈ কেইবাদিন চলিল, ঋষ্যশৃঙ্গই তপস্যা কৰিলেও সত্তপৰিচিতা ঋষিকুমাৰ বুলি ভবা মায়াবিনীহঁতৰ সঙ্গত তেওঁৰ আনন্দ লাগিল। নাৰীদেহৰ আংগিক বৈশিষ্টৰ বিষয়ে তেওঁ অজ্ঞ, তেওঁৰ মনত কৌতূহল জন্মিলে। গাভৰুইতে দিয়া মোদক খাই ঋষিকুমাৰে পৰম তৃপ্তি পালে।

এদিন তেওঁ গাভৰুইতৰ তপোবন চাবলৈ গ'ল। নৌকাৰ আশ্ৰমত উপস্থিত হোৱাৰ পাছত বন্ধুৰৰ ছলেৰে কোনোবাজনী মুনি-কুমাৰক সাৱটি ধৰিলে, কোনোবাজনীয়ে কোলাত বহুৱালে, এজনীয়ে চুমা খালে, এজনীয়ে বুকৰ কাঁচলি সোলোকাই দেখুৱালে, কোনো-জনীয়ে নিজৰ অংগ ঋষ্যশৃঙ্গৰ অংগৰ লগত ঘঁহাই দিলে আৰু কোনোবাজনীয়ে তেওঁৰ হাত-ভৰি মোহাৰি মধুৰ কটাক্ষৰে মুনি-পুত্ৰলৈ চাই ৰ'ল।

শীতল-সুগন্ধ পানীৰে ঋষ্যশৃঙ্গৰ গা ধুৱাই দিলে। দেহৰ জন্ম গুচাই ফুল-চন্দন আৰু ভাল কানি-কাপোৰেৰে পিন্ধাই-উৰাই, কৰ্পূৰ-তামোল খুৱাই নৃত্য-গীতেৰে মোহিত কৰিলে।

ঋষ্যশৃঙ্গ গাভৰুইতৰ লগত অংগ দেশলৈ আহিল। তেওঁৰ উপস্থিতিত ৰাজ্যখনত বৰষুণ হ'ল। লোমপাদ ৰজাই শান্তাক তেওঁৰ সৈতে বিয়া দিলে। ইয়াৰ পাছত ঋষ্যশৃঙ্গই অশ্বমেধ মহাযজ্ঞ আৰম্ভ কৰিলে। যজ্ঞৰ পাছত লোমপাদৰ পুত্ৰসন্তান জন্মিল। মুনি শান্তাৰ লগত অংগ দেশতেই ৰৈ গ'ল।

মন্ত্ৰী, পুৰোহিত, বন্ধু-বান্ধৱ আৰু সেনা-বাহিনী সৈতে দশৰথ অংগদেশলৈ যাত্ৰা কৰিলে। কেইদিনমানৰ ভিতৰতে তেওঁলোকে লোমপাদৰ ৰাজ্য পালে।

লোমপাদ দশৰথৰ পূৰ্বপৰিচিত বন্ধু। ৰজাক অন্তঃপুৰলৈ আদৰি, যথাযোগ্য সন্মানেৰে সকলোকে শুশ্ৰূষা কৰাৰ পাছত দশৰথ ৰজাক অংগ দেশলৈ যোৱাৰ কাৰণ কি সুধিলে।

অপুত্ৰক ৰজাই তেওঁৰ উদ্দেশ্য ব্যক্ত কৰিলত লোমপাদ আনন্দিত

হৈ শান্তাৰ সৈতে ঋষ্যশৃঙ্গ মুনিক দশৰথৰ লগত অযোধ্যালৈ পঠিয়াই দিলে।

কৌশল্যা, কৈকেয়ী আৰু সুমিত্ৰাই সুদীৰ্ঘ বছৰৰ পাছত শান্তাক দেখি হাতত সৰগ ঢুকি পালে। ৰজাই ঋষ্যশৃঙ্গক বৰ সন্মানসহ ৰাখিলে। শীত গৈ বসন্ত অহাৰ লগে লগে যজ্ঞৰ ঘোঁৰা অভিষিক্ত কৰি অসংখ্য সেনাৰ লগত মেলি দিয়া হ'ল। বশিষ্ঠৰ নিৰ্দেশত সকলো সজ্জাৰ যতনাই শুভক্ষণত পুত্ৰেষ্টি যজ্ঞ আৰম্ভ কৰিলে। ভৃগু, পৰাশৰ, ভাৰ্গৱ, গৌতম, অত্ৰি প্ৰমুখ্যে সমস্ত ঋষিকুল যজ্ঞভূমিলৈ আহিল। ঋষ্যশৃঙ্গই দশৰথক, যজ্ঞত দীক্ষিত কৰিলে, ৰজাই বিষ্ণু স্মৰি মহিষীসকলৰ সৈতে ব্ৰত-উপবাসে নিৰ্দিষ্ট বেদিত বহিল। বিভাণ্ডক ঋষিও পুতেকৰ সৈতে যজ্ঞকুণ্ডত আহুতি দিবলৈ আহিল।

ইফালে তিনিওলোকত ৰাৱণৰ অত্যাচাৰ, ব্ৰহ্মাৰ বৰত বলীয়ান লংকেশ্বৰে কাকৈকে কেৰেপ নকৰে, দেৱতাৰ হাতত তেওঁ অবধ্য। অৱশ্যে সুকণ্ডা এটা এৰিছে, নৰ-বান্দৰৰ হাতত দশাননৰ মৃত্যু হ'ব।

পুত্ৰলাভৰ কাৰণে দশৰথে যজ্ঞ আৰম্ভ কৰিছে। যদি বিষ্ণুক স্তুতিকৰি দশৰথৰ ঘৰলৈ পঠিয়াব পাৰে তেনেহ'লে দেৱতাসকলৰ উদ্দেশ্য পূৰণ হ'ব। ইয়াকে ভাবি দেৱতাসকলে ক্ষীৰসাগৰতীৰত সমবেত হৈ জগতৰ পৰম কাৰণ লক্ষ্মীপতি নাৰায়ণক স্তুতি কৰিবলৈ ধৰিলে।

কোটি চন্দ্ৰ-সূৰ্যতকৈ জ্যোতিৰ্ময় শৰীৰেৰে সৰ্পৰ ফণাত শ্ৰীনাৰায়ণৰ আভিৰ্ভাৱ হ'ল। শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী সনাতন পুৰুষৰ চৰণত ব্ৰহ্মা প্ৰভৃতিয়ে অৱনত শিৰে হাত যোৰ কৰিলে। অব্যক্ত ঈশ্বৰৰ সাক্ষাতত নোম সিহৰি উঠিল, দেৱতাসকলে তেওঁৰেই জয়গান গাবলৈ ধৰিলে।

কৃষ্ণত বাহিৰে দেৱতাসকলৰ অন্য গতি নাই, তেৱেঁই শৰণীয়। চৰাচৰ জগতত তেওঁ এক আৰু অদ্বিতীয়, আদিতো তেঁৱেই, সৃষ্টিকালতো তেঁৱেই আৰু তেওঁৰ কটাক্ষতে প্ৰকৃতি চৈতন্য হৈ কোটি কোটি ব্ৰহ্মাণ্ডৰ সৃষ্টি কৰে। তেওঁ অন্তৰ্যামীৰূপে জগতত প্ৰবেশি থাকে।

এক মাবায়ণেই ব্ৰহ্মাৰ ৰূপত স্ৰজে, বিষ্ণুৰূপত পালন কৰে আৰু ৰুদ্ৰৰূপত বিনাশ ঘটায়। তেওঁ মায়াধীশ, আৰু সমস্ত জীৱ মায়াধীন। তেওঁৰ তত্ত্ব ব্ৰহ্মাইও নাজানে। অনাদি-অনন্ত-নিত্য-নিৰঞ্জন ভগৱানক বেদেও সীমিত কৰিব নোৱাৰে।

তেওঁ জগতৰ সুমংগল, পূৰ্ণসত্য সনাতন। যেতিয়ালৈ জীৱে তেওঁত শৰণ নলয়, তেতিয়ালৈ জন্ম-মৃত্যু এৰাব নোৱাৰে। তেওঁ অজ, তেওঁৰ জন্ম নাই; ধৰ্মৰক্ষাকৰি সন্তক পালনৰ অৰ্থে ভগবানে নানান অৱতাৰ ধৰে। তেওঁত ব্যতিৰেক কালৰ হাতৰপৰা আৰু ৰক্ষাকৰ্তা কোনো নাই। তেওঁ এক, তেঁৱেই বহু আৰু বহুৰ মাজত এক। গোটেই জগত তেওঁত অৱস্থিত; কিন্তু জগতৰপৰা তেওঁ পৃথক। তেওঁৰ মুখৰপৰা চাৰিবেদৰ সৃষ্টি, ব্ৰহ্মাৰ নিয়ামক আৰু বেদত ভগবান কৃষ্ণক বিস্তৃতভাবে কৈছে।

নাৰায়ণে দেৱতাসকলক আশ্বাস দিলে, সূৰ্য-বংশখ্যাত দশৰথ ৰজাৰ ঘৰত অৱতীৰ্ণ হৈ দুৰাচাৰ ৰাৱণক সবংশে বধি তেওঁ জগতৰ মংগল সাধিব। দেৱতাসকল বান্দৰত জাত হওঁক আৰু অযোনি সম্ভবা হৈ লক্ষ্মী জনকৰ ঘৰত থাকক।

মাধৱৰ অনুমতি লৈ দেৱতাসকল দশৰথৰ যজ্ঞস্থলী লৈ আহিল। আকাশৰপৰা তেওঁলোকে পুষ্পবৃষ্টি কৰিলে। মাঙ্গলিক বাদ্য বাজি উঠিল, ৰজাই পুত্ৰপ্ৰাপ্তি মন্ত্ৰ জপ কৰিবলৈ ধৰিলে। ঋষ্যশৃঙ্গই পূৰ্ণাহুতি দিয়াত যজ্ঞকুণ্ডৰপৰা দিব্য পুৰুষৰ হাতত দুই চৰু পায়স উঠি আহিল। ৰজাই আনন্দ মনেৰে চৰু দুটা কৌশল্যা আৰু কৈকেয়ীলৈ পঠিয়াই দিলে। খোৱাৰ আগত সুমিত্ৰাও আহিল, ৰজাৰ আদেশত দুয়ো নিজৰ ভাগৰ আধা-আধাকৈ সৰু জায়েকক খাবলৈ দিয়াত তেওঁ সন্তোষিত হ'ল।

তিনিও মহিষী সপোনত দেখিলে, স্বয়ং বিষ্ণু চাৰি অংশৰূপে তেওঁলোকৰ গৰ্ভত স্থিতি লৈছে। ৰজাৰ আগত সপোনৰ কথা ব্যক্ত কৰিলে, তেওঁ হৰ্ষপ্লাৱিত হ'ল। পঞ্চম মাহত শুভক্ষণ চাই পঞ্চামৃত

খুৱালে। অতিন ৰাইজত পুংসৱন কৰি গৰ্ভ ৰক্ষাৰ বাবে দেৱতাসকলক স্তুতি কৰিলে।

শুভ গ্ৰহ, নক্ষত্ৰ, আৰু শুভ ক্ষণৰ মধুৰ সংযোগত ত্ৰিজগতৰ কুশলৰ অৰ্থে কৌশল্যাৰ পুত্ৰ উপজিল। নৃত্য-গীত-ৰং-ৰহইচৰ খদমদম। সুগন্ধ-শীতল জলেৰে নৱজাতকক ধুৱাই-পখলাই মাকে কোলাত ল'লে। পুত্ৰ জন্মৰ খবৰ পাই ৰজাই গা ধুই আনন্দ মনেৰে ধন-বস্ত্ৰ দান কৰিলে।

কৈকেয়ীৰো পুত্ৰ জন্মিল, সুমিত্ৰাইও দুটি পুত্ৰ সন্তানৰ মাতৃ হ'ল। কৌশল্যাৰ পুত্ৰ ৰাম, কৈকেয়ীৰ ভৰত আৰু সুমিত্ৰাৰ পুত্ৰ দুজনৰ নামকৰণ হ'ল, লক্ষ্মণ আৰু শত্ৰুঘ্ন। সেইদিনাই ঋষিসকলে আশীৰ্বাদ কৰি ক'লে, ৰামৰ ৰূপত ঈশ্বৰ অৱতাৰ হৈছে। ৰূপ-লাৱণ্য-বল-বিক্ৰমত অতুলনীয় পুৰুষশ্ৰেষ্ঠ ৰামে সন্তক পালন আৰু দুষ্টক বিনাশ কৰিব। দশৰথৰ সাদৰ অভ্যৰ্থনাত সন্তুষ্ট হৈ ঋষিসকল স্বস্থানলৈ উভতি গ'ল।

ৰাম জ্যেষ্ঠ, দশৰথৰ গৃহত চাৰিও ভায়েক লহপহকৈ বাঢ়ি আছিল। তেওঁলোক ধৰ্মপ্ৰাণ, সদাচাৰী আৰু অহংকাৰশূন্য চাৰিও দেৱ-দ্বিজ-পিতৃ-মাতৃৰ প্ৰতি অত্যন্ত শ্ৰদ্ধাশীল আৰু ভক্তি-পৰায়ণ। শিক্ষাৰ কাৰণে আগ্ৰহী, অস্ত্ৰ-শস্ত্ৰ আৰু ধনুৰ্বিদ্যা অনুশীলনত পাৰ্গত। সাম-দান-দণ্ড-ভেদ নীতিত বিচক্ষণ। ভায়েকসকলৰ ভিতৰত ৰাম সকলো ফালেদি শ্ৰেষ্ঠতম, সত্য-শৌচ-ক্ষমা-ধৃতি সমস্ত গুণৰ প্ৰকাশ তেওঁৰ মাজত।

মাধৱদেৱে এই প্ৰসঙ্গত ৰাম নামৰ শ্ৰেষ্ঠত্ব দেখুৱাইছে—

ৰামৰ নামৰ মাজত সদায়
সমস্ত ধৰ্মৰ মেলা।
মহা মহা পাপী তৰে ৰাম বুলি
সংসাৰক মাৰি ঠেলা॥ ৭২৩

ৰাৱণ বধৰ নিমিত্তে ৰাম অৱতাৰ হ'ল। ব্ৰহ্মাৰ আদেশত দেৱতাসকল বান্দৰ আৰু ভালুকৰ ৰূপত জন্ম লাভ কৰিলে। লক্ষ্মী

আই অযোনিসম্ভৱা হৈ সীতাৰ ৰূপত জনকৰ ঘৰত বাঢ়িবলৈ ধৰিলে। সীতা কিজানি জনকৰে জীয়ৰী। তেওঁৰ ওপৰত সৰ্বসাধাৰণৰ শ্ৰদ্ধা বঢ়াবলৈ জন্ম কাহিনী অলৌকিকভাৱে দেখুৱাইছে। জগতৰ সমস্ত শুভশক্তিৰ মিলিত প্ৰচেষ্টাত বৃহৎ শক্তিস্বৰূপিণী মাতৃৰ আবিৰ্ভাৱ হৈছে সীতাৰ মানৱী ৰূপত। সাগৰে বসুমতীৰ গৰ্ভলৈ লৈ যায় উজ্জ্বল ৰক্তপিণ্ডৰ ৰূপত মিথিলাৰ ৰজা জনকৰ যজ্ঞভূমিত সংস্থাপিত কৰিলে, নাঙলৰ সীৰলুত পাই তেওঁক ৰাজ-অন্তঃপুৰলৈ লৈ গ'ল। সীতা আক নৰক দুয়ো বসুমতীৰ সন্তান, দুয়োৰো পালিত পিতৃ জনক।

এবাৰ পুষ্যা নক্ষত্ৰত দশৰথ পুত্ৰেকহঁতৰ সৈতে ভাগীৰথীতীৰলৈ গ'ল। নদীৰ প্ৰবাহিত সোঁতত স্নান-দান-তৰ্পণ কৰিলে। সেই সময়ত ৰজালৈ সমীহ নকৰা হৃষ্ট-পুষ্ট গুহ চণ্ডালেও নদীত গা ধুলে। গুহৰ মইমতালি দশৰথৰ সহ্য নহ'ল, তেওঁ চণ্ডালক ধৰি আনিবলৈ পাৰ্শ্বৰ্তীয়া সৈন্যক আদেশ দিলে।

গুহ চণ্ডালৰ ৰজা, তেওঁৰ সেনাবাহিনীও লগত আছিল। উভয় সেনাৰ মাজত যুদ্ধ হ'ল। চাৰিওফালে তুমুল বোল উঠিল, মদৰ বাগিত চণ্ডাল সেনাবোৰে যিহকে পাই তাকে ফৰ্মুটিয়াব ধৰিলে। অস্ত্ৰৰ আঘাত নলগাকৈ গুহক বন্দী কৰি দশৰথৰ ওচৰলৈ অনালে।

ৰামক দেখা পাই গুহৰ পূৰ্ব-বৃত্তান্ত মনত পৰিল। আগৰ জন্মত গুহ বামুণ আছিল। তেওঁ গংগাদি সৰ্বতীৰ্থ দেহত থকা বুলি গৰ্ব কৰি পবিত্ৰ তীৰ্থত স্নান নকৰিলে। গংগাই তেওঁক অভিশাপ দিলে, ফলস্বৰূপে এই জন্মত তেওঁ গুহ চণ্ডাল হৈ উপজিল। এইয়া তীৰ্থ মাহাত্ম্য, ইয়াৰ পাছত অৱতাৰী পুৰুষৰ মাহাত্ম্য দেখুৱা হৈছে। শ্ৰীৰামৰ দৰ্শনত তেওঁৰ পূৰ্বজন্মৰ পাপ মোচন হ'ল।

পিতৃ দশৰথক কাকুতি কৰি ৰামে গুহক মুকলি কৰিলে। দুয়োৰো মাজত মিত্ৰতা স্থাপন হ'ল। ত্ৰিজগতৰ পতি ৰামচন্দ্ৰক মিত্ৰ হিচাপে লাভ কৰি অন্ত্য-জাতিৰ গুহই নিজকে ধন্য মানিলে।

সেইদিনা দশৰথ অযোধ্যালৈ উভতিব নোৱাৰিলে, ভাগীৰথী তীৰৰ ভৰদ্বাজ ঋষিৰ আশ্ৰমত সোমাল। ঋষিক নমস্কাৰ জনোৱাৰ পাছত

তেওঁ দশৰথ সমন্বিতে সকলোকে বেদমন্ত্ৰ উচ্চাৰণ কৰি আশীৰ্বাদ দিলে।

নিশা ভৰদ্বাজে ৰামৰ সৈতে শয়ন কৰিলে। সপোনত ইন্দ্ৰই মন্ত্ৰসহ ৰামক ধনু-শৰ প্ৰদান কৰি গ'ল। ঋষিয়ে ধ্যানযোগে জানিলে, ৰাম বিষ্ণুৰ অৱতাৰ, ৰাৱণক বিনাশিবলৈ তেওঁৰ আবিৰ্ভাৱ। এই ৰাম সমুদ্ৰত কৈ গম্ভীৰ, পৃথিৱীতকৈ ক্ষমাশীল, মেৰুতকৈ ধৈৰ্যশীল, কোটি সূৰ্যতকৈ প্ৰতাপী, ক্ৰোধত যম, বিলাসত পুৰন্দৰ আৰু ৰূপত কোটি কন্দৰ্পতকৈও অধিক।

এদিন দশৰথ ৰাজসভাত সকাহে ৰাজপুৰোহিত বশিষ্ঠ আৰু সুমন্তৰ সৈতে মন্ত্ৰীমণ্ডলীও উপস্থিত আছিল। বিশ্বামিত্ৰ শিষ্য সহিতে ৰাজসভাত প্ৰবেশ কৰিলে। সভাস্থ লোক থিয় হ'ল, ৰজাই তেওঁক প্ৰণাম কৰি সোণ-ৰূপ খটোৱা আসনত বহিব দিলে। ঋষিয়ে সকলোকে আশীৰ্বাদ কৰিলে।

বিশ্বামিত্ৰৰ আগমনত ৰজা কৃতাৰ্থ হ'ল, ঋষিৰ মনোবাঞ্ছা পূৰণ কৰিবলৈ তেওঁ প্ৰস্তুত। ঋষি আশ্বস্ত হৈ ক'লে, তেওঁলোকে যজ্ঞ কৰিব পৰা নাই, আৰম্ভ কৰিলেই মাৰীছ, সুবাহু প্ৰভৃতি ৰাক্ষসে ওপৰৰপৰা তেজ মঙহ বৰিষণকৰি বিঘিনি ঘটায়। গতিকে, যজ্ঞ ৰক্ষাৰ্থে শ্ৰীৰামক তেওঁৰ লগত পঠিয়াব লাগে।

দশৰথ উভয় সংকটত পৰিল। ৰামক নপঠিয়ালে ঋষিয়ে অভিশাপ দি বংশটো উছন্ন কৰিব আৰু পঠিয়ালেও তেওঁৰ হৃদয়ে নসহে। এফালে বাঘে খেদিছে আনফালে ভৰ বাৰিষাৰ নৈ ; জাপ দিলেও মৰণ, নিদিলেও মৰণ

তেওঁ উত্তৰ দিলে, ৰাম তেনেই নাবালক, ব্ৰহ্মাৰ বৰপ্ৰাপ্ত দুৰ্জয় ৰাক্ষস কেনেকৈ বধ কৰিব ? ৰামক নালাগে, তেওঁ নিজে সেনা-বাহিনী লগত লৈ ৰাক্ষস নিধন কৰি যজ্ঞৰক্ষা কৰিব।

বিশ্বমিত্ৰৰ খং উঠিল, তেওঁ ক'বলৈ ধৰিলে, ৰাম ব্যতিৰেকে ৰাক্ষস বধ কৰিবলৈ কাৰো শক্তি নাই। মিছাতে ৰজাই ঋষিৰ আশা ভঙ্গকৰি এভোতাই পঠিয়াব খুজিছে।

দশৰথ সম্মত নহ'ল, হাতযোৰকৈ পুনৰ আবেদন জনালে, বৰ কষ্টেৰে ৰামক ডাঙৰ-দীঘল কৰিলে, এতিয়া ঋষিৰ লগত পঠিয়ালে দুৰ্বৃত্ত নিশাচৰে তেওঁক মাৰি পেলাব। ৰাজ্য-ধন, এনেকি প্ৰাণতকৈও বেছি হাবিয়াহৰ ৰামক ক্ষন্তেক সময় নেদেখাকৈ তেওঁ থাকিব নোৱাৰে। সেয়ে ৰামক অব্যাহতি দিবলৈ ৰজাই বাৰে বাৰে বিশ্বামিত্ৰক কাকৌ-কোকালি কৰিলে।

পুত্ৰস্নেহত বশীভূত ৰজা ধৰ্মচ্যুত হৈছে, ঋষিৰ ৰঙা চকুহাল ক্ৰোধত আৰু উদ্দীপ্ত হ'ল। দশৰথৰ সমুখৰ পৃথিবীখন কঁপিবলৈ ধৰিলে। অলপ পাছতেই মহাপ্ৰলয় নামি আহিব।

পৰিস্থিতিৰ গুৰুত্ব বুজি বশিষ্ঠই মাত দিলে, ৰজা অংগীকাৰভ্ৰষ্ট হৈছে। ৰাজসভাত প্ৰৱেশ কৰোঁতেই ঋষিৰ অভীষ্ট পূৰণ কৰিব বুলি ৰজা প্ৰতিজ্ঞাবদ্ধ হৈছিল। এতিয়া সত্যৰ পৰা বিচলিত হ'লে ধৰ্ম ক'ত থাকিব? গতিকে ৰামক ঋষিৰ লগত পঠিয়াব লাগে। বিশেষকৈ ৰাম বিষ্ণুৰ অৱতাৰ, তেওঁ ৰাক্ষসকুল নিধন কৰিব, ইয়াত অকণো সংশয় নাই।

বাক-বিতণ্ডা শুনি অসীম ধৈৰ্য্যৰে বৈথকা ৰামৰ নতুন পৰিস্থিতিৰ লগত মুখা-মুখী হ'বলৈ প্ৰবল আকাঙ্ক্ষা জন্মিল। ইফালে বশিষ্ঠৰ কথাত দশৰথ ভালেখিনি আশ্বস্ত হৈছে, তেওঁ চিন্তাকৰি চাই ৰামক ঋষিৰ হাতত অৰ্পণ কৰিলে। লক্ষ্মণেও ককায়েকৰ লৈতে যাবলৈ অনুমতি ল'লে। দুয়ো ভায়েকে বশিষ্ঠ আৰু পিতৃ-মাতৃক নমস্কাৰ কৰি যাত্ৰাৰ কাৰণে সাজু হ'ল। বিশ্বামিত্ৰৰ কথা মানি চলিবলৈ দশৰথে ৰাম-লক্ষ্মণক উপদেশ দিলে।

আগে আগে বিশ্বামিত্ৰ, মাজত ৰাম আৰু পাছত লক্ষ্মণ। ৰাম-লক্ষ্মণৰ হাতত ধনু-শৰ। আঢ়ৈ প্ৰহৰ (প্ৰায় সাত ঘণ্টা ত্ৰিছ মিনিট) পথ কথা-বতৰা কৈ পৰম আনন্দেৰে যোৱাৰ পাছত তেওঁলোক সৰযু-তীৰ পালে। ঋষিয়ে ৰাম-লক্ষ্মণৰ পথশ্ৰম আঁতৰাবলৈ সৰযু-তীৰ্থত গা ধুবলৈ কৈ নিজে গা ধুই সন্ধ্যা কৰিলে।

ইয়াৰ পাছত দুয়োকো কাষত বহুৱাই লৈ মহামন্ত্ৰ শিকালে।

ইয়াৰ প্ৰভাৱত দেহত ভাগৰ নালাগে, ভোক-পিয়াহ-জ্বৰ ব্যাধিয়ে নিপীড়ে আৰু তেজ-বল বাঢ়ে। বাল্মীকি ৰামায়ণত এই মন্ত্ৰ বলা-অতিবলা নামেৰে খ্যাত।

সৰযু-তীৰত নিশা কটাই পুৱা নিত্যকৰ্ম সমাপণ কৰি তেওঁলোক আগুৱাই গ'ল। কিছু বেলিৰ পাছতেই মন্দাকিনী-তীৰ পালে। ওচৰতে এখন মনোহৰ আশ্ৰম। ৰামে ঠাইডোখৰৰ বিষয়ে সুধিলত, ঋষিয়ে ক'লে, এইয়া অনংগক্ষেত্ৰ, মহাদেৱে ইয়াতেই কামদেৱক ভস্মীভূত কৰিছিল।

ঠাইডোখৰ এৰি তেওঁলোকে এখন ডাঠ হাবিত সোমাল। ইয়াত বিকটাদৰ্শণা ভয়ংকৰী তাড়কা ৰাক্ষসীৰ নিবাস। পাপীষ্ঠা নিশাচৰী বহুতো তপস্বী ব্ৰাহ্মণক খাইছে। কিমান মানুহ-গৰু তাইৰ পেটলৈ গ'ল তাৰ হিচাপ নাই। মানুহৰ তেজেৰে তাই গা ধোৱে, মানুহৰ হাল পিন্ধে আৰু ল'ৰা-ছোৱালীৰ মূৰেদি কুণ্ডল সাজে। ৰাক্ষসীৰ ভয়ত মানুহে চমু হ'লেও এই হাবিতলীয়া বাটেৰে নাহে, দক্ষিণৰ সৌ দীঘলীয়া বাটেৰেহে যায়।

ঋষিয়ে প্ৰশ্ন কৰিলে, ৰাম কোন বাটেৰে যাব? তাড়কাৰ ওচৰেদি গ'লে এক প্ৰহৰ আৰু সিটোৰে তিনি প্ৰহৰ লাগে। ৰামে চমু পথটো বাছি ল'লে, তেওঁৰ মনলৈ স্ত্ৰীবধজনিত পাপচিন্তা অহা বুলি কোৱাতে ঋষিয়ে যি কয় তাকে কৰিবলৈ পৰামৰ্শ দিলে।

ঋষিয়ে মন্তব্য কৰিলে, বিস্তৰ অনিষ্টকাৰী ৰাক্ষসীক মাৰিলে পাপ নহয়, পুণ্যহে হ'ব।

ৰামে ধনুত টংকাৰ ক'ৰিলে। সেই শব্দ শুনি নিশাচৰীয়ে দশোদিশ অন্ধকাৰ কৰি, শাল গছৰ নিচিনা বাহু জোকাৰি, তাইৰ, ভয়ংকৰ মুখখন মেলি খেদি আহিল। ৰামে তাইৰ দেহলৈ শৰ নিক্ষেপ কৰিলে। তাড়কাৰ হিয়া সৰকি গ'ল। ৰাক্ষসীৰ প্ৰাণহীন দেহটো মাটিত নিতালে পৰিল।

ঋষিয়ে ৰামক আশীৰ্বাদ কৰিলে। সেই নিশা তেওঁলোকে তাতে আনন্দ মনেৰে কটাই ৰাতিপুৱা ৰাম-লক্ষ্মণক ব্ৰহ্মাস্ত্ৰ, বৈষ্ণৱাস্ত্ৰ,

রুদ্রাস্ত্র আদি অনেক অস্ত্র আৰু এইবোৰৰ প্ৰয়োগ-কৌশল বিষয়ে শিকালে।

তাৰ পাছত ৰাজকুমাৰ দুজনৰ সৈতে বিশ্বামিত্ৰ নিজৰ তপোবন সিদ্ধাশ্ৰমত প্ৰবেশ কৰিলে। সেই বননিৰ গভীৰ অঞ্চলত দুৰ্ধৰ্ষ ৰাক্ষস মাৰীচ আৰু সুবাহু অনেক ৰাক্ষসৰ লগত বাস কৰে। ইহঁতক নিবাৰি যজ্ঞ ৰক্ষাৰ বাবে ঋষিয়ে ৰাম-লক্ষ্মণক আনিছে।

শুভদিনত যজ্ঞ আৰম্ভ হ'ল। বিশ্বামিত্ৰই ৰাম-লক্ষ্মণৰ কেশ বন্ধন কৰিলে। মৌনব্ৰত ধৰি দুয়ো হাতত ধনু-শৰ লৈ দিনে-নিশাই ৰাক্ষসলৈ বাট চাই যজ্ঞস্থলীৰ চাৰিওকাষে ঘূৰি থাকিল।

ছয়দিনমানৰ পাছত অগ্নি থাপনা কৰি আহুতি ঢলাত ঘিঁউৰ গোন্ধে আকাশ ছানি গ'ল। মাৰীচ আৰু সুবাহুৱে বহু ৰাক্ষস লগত লৈ যজ্ঞত বিঘিনি ঘটাবলৈ আহিল। শূন্যত ঘূৰি-পকি সিহঁতে ভয়ংকৰ আৰ্তনাদ কৰিব ধৰিলে। ঋষিসমস্তৰ ভয় লগাত ৰামে তেওঁলোকক আশ্বাস দিলে।

ৰামে মন্ত্ৰ পঢ়ি ধনুত শৰ জুৰিলে। ৰাক্ষসবোৰ ভীত-সন্ত্ৰস্ত হৈ পৰিল। ৰাম-লক্ষ্মণৰ শৰত বহুত ৰাক্ষস পৰিল। সুবাহুই ক্ৰোধ-মূৰ্তিৰে লক্ষ্মণক খেদি গ'ল। লক্ষ্মণে ভল্ল নামৰ বাণ এপাতেৰে তাক নিপাত কৰিলে। মাৰীচে ৰামক আক্ৰমণ কৰাত, এপাত শৰেৰে তাক সাগৰ পাৰ কৰি লংকাত পেলালে। ঘাৰ-মূৰ ছিৰি সি নমৰাকৈ থাকিল। গোটেই জগত সি ৰামময় দেখিলে। ৰামৰ ভয়ত তাৰ দিন নাযায়, ৰাতি নুপুৱায়। ৰাৱণৰপৰা বিদায় লৈ মাৰীচ ঘোৰ তপস্যাত মগ্ন হ'ল।

ঋষিসকলে যজ্ঞ সম্পন্ন কৰি অগ্নি বিসৰ্জন দিলে। সমস্ত মুণি-ঋষিয়ে ৰাম-লক্ষ্মণক আশীৰ্বাদ কৰি বিদায় ল'লে।

বিশ্বামিত্ৰৰ মনত পৰিল, মিথিলাৰ ৰজা জনকে সীতাৰ স্বয়ম্বৰ পাতিছে। ঋষি সৰ্বজ্ঞ, ভূত-ভবিষ্যতবেত্তা। ৰামৰ আগত তেওঁ লক্ষ্মী ৰূপিণী সীতাৰ ৰূপ-লাৱণ্যৰ এটি স্পষ্ট চিত্ৰ ডাঙি ধৰি ক'লে, লক্ষ্মী-পাৰ্বতী কিজানিবা সীতাৰ ৰূপত আবিৰ্ভূতা, তেওঁৰ ৰূপ তুলনা-

বিহীন। দেহৰ প্ৰত্যেক অংগৰ সৌন্দৰ্য্য প্ৰকৃতিজগতৰ একোবিধ স্বভাৱসুন্দৰ বস্তুৰে অনুপম সাদৃশ্য দেখুৱাই সীতাৰ প্ৰতি ৰামৰ পূৰ্বৰাগ সৃষ্টি কৰিবলৈ ঋষি সক্ষম হ'ল। লগতে হৰধনুত গুণ লগাওঁতাজনলৈ সীতাক বিয়া দিয়াৰ পণৰ বিষয়েও ব্যক্ত কৰিলে।

মূল ৰামায়ণত ধনুখন চোৱাৰ কাৰণে ৰামৰ আগ্ৰহৰ কথা উল্লেখ কৰিছে। বিশ্বামিত্ৰৰ লগত দুয়োজন ৰাজকুমাৰ ওলাল।

সেইকালত গুৰুক সুধি-পুচি শিক্ষা গ্ৰহণ কৰা প্ৰথা আছিল। বাটত যাওঁতে কান্যকুব্জ দেশত সোমাই ৰামে ইয়াৰ বিষয়ে সুধিলত বিশ্বামিত্ৰই ক'লে, পূৰ্বত এই দেশত কুশধ্বজ নামেৰ এজন ৰাজৰ্ষি আছিল। তেওঁৰ এশজনী সুন্দৰী আৰু নৃত্য-গীত বিশাৰদা জীয়ৰী।

ছোৱালী কেইজনীয়ে ফুলৰ বাগিছাত নৃত্য-গীত কৰি থকা দেখি এদিন পৱনদেৱতা মুগ্ধ হ'ল। তেওঁ ৰূপহীইঁতৰ ওচৰ চাপি নিৰাশ মনেৰে উভতি যাবলগীয়াত পৰিল। পৱনৰ খং উঠিল. তেওঁ ছোৱালীইঁতৰ কঁকাল ভাঙি থ'লে। সেই দিনৰপৰা দেশখনৰ নাম হ'ল কান্যকুব্জ।

কুশধ্বজৰ পুত্ৰ সুপাশু, তেওঁৰ পুত্ৰ কুশনাভ। কুশনাভৰ পুতেক গাধি বিশ্বামিত্ৰৰ পিতৃ। কান্যকুব্জ বিশ্বামিত্ৰৰ পিতৃভূমি।

উনপঞ্চাছ বায়ুৰ উৎপত্তি কেনেকৈ হ'ল? ৰামে প্ৰশ্ন কৰিলে। ঋষিয়ে উত্তৰ দিলে, কাশ্যপৰ দুগৰাকী পত্নী, দিতি আৰু অদিতি। অদিতিৰপৰা দেৱতা আৰু দিতিৰপৰা অসুৰৰ জন্ম হ'ল। দেৱতা-অসুৰৰ বিৰোধ সদায় থাকিল।

অমৃত বিচাৰি দেৱাসুৰে ক্ষীৰসাগৰ মথিলে। প্ৰথমে কালকূট বিষ উঠিল, মহাদেৱে ইয়াক পান কৰি নীলকণ্ঠ হ'ল। তাৰ পাছত অপেশ্বৰীসকল ওলাল, দেৱতাসকলে তেওঁলোকক লৈ গ'ল। ক্ৰমে ক্ৰমে উচ্চৈশ্ৰৱা ঘোঁৰা, কল্পতৰু বৃক্ষ, দিগ্‌গজ দিব্যমণি কৌস্তুভ, লক্ষ্মীদেৱী প্ৰভৃতি উঠি আহিল। মদৰ কলহ ওলাল, অসুৰে ইয়াৰ গোন্ধ পাই কাঢ়ি আজুৰি ল'লে। সদৌ শেষত অমৃতকুম্ভৰ আবিৰ্ভাৱ

হ'ল। নাৰায়ণে মোহিনী বেশধৰি দেৱতাসৱক অমৃত খুৱালে. তুমুল যুঁজত দেৱতাৰ হাতত দানবৰ মৰণ হ'ল।

অসুৰগোষ্ঠীৰ মৃত্যু-সংবাদ শুনি দিতি কাশ্যপৰ আগত কান্দিব ধৰিলে। দিতিয়ে ইন্দ্ৰক পুত্ৰৰূপে পাবলৈ কামনা কৰিলে। শুদ্ধ মনেৰে বাৰ বছৰ নীতি-সদাচাৰ মানি চলিব পাৰিলে যৈণীয়েকৰ অভীষ্ট সিদ্ধি হ'ব বুলি কাশ্যপে বৰ দিলে।

অদিতি সন্তানসম্ভৱা হ'ল, ইন্দ্ৰৰ মনত শংকা উপজিল। তেওঁ দিতিৰ সেৱা-শুশ্ৰূষা কৰি গৰ্ভস্থ সন্তান নাশৰ ছেলু বিচাৰিব ধৰিলে।

এদিন গধূলি চুলি মেলি দিতি শুই আছিল, সেই চেগতে ইন্দ্ৰই মায়াকৰি গৰ্ভত ভিতৰ সোমাই ভ্ৰূণটো সাতডোখৰকৈ কাটিলে। তাৰে আকৌ প্ৰত্যেক টুকুৰা সাত সাত খণ্ডকৈ কটাত উনপঞ্চাছ ডোখৰ হ'ল।

সাৰ পাই বিস্মিত দিতিয়ে সুধিলত ইন্দ্ৰই ক'লে, এই উনপঞ্চাছ বায়ু দেৱতাস্বৰূপে সদায় তেওঁৰ লগত থাকিব।

ৰাম-লক্ষ্মণৰ সৈতে বিশ্বামিত্ৰ গৌতমৰ আশ্ৰমত উপস্থিত হ'ল। গছ-লতা-ফল-ফুলেৰে জাতিষ্কাৰ আশ্ৰমখনত জন-প্ৰাণী এটিও নাই। ঋষিয়ে বিৰাট শিলাখণ্ড এডোখৰনত ৰামৰ চৰণ স্পৰ্শ কৰালে, কি অদ্ভুত, এগৰাকী অপৰূপা নাৰীমূৰ্তিলৈ শিলডোখৰ ৰূপান্তৰ হ'ল। ৰামৰ চকুত এক জটিল প্ৰশ্ন দেখি ঋষিয়ে কৈ গ'ল,—

—এই মহিয়সী নাৰী গৌতমৰ ভাৰ্য্যা, অহল্যা। মহৰ্ষি গৌতম কঠোৰ তপস্যাত মগ্ন দেখি দেৱৰাজ ইন্দ্ৰ চিন্তিত হ'ল। তেওঁ ইন্দ্ৰ-পদ হেৰোৱাৰ সন্দেহ কৰি গৌতমৰ তপস্যা ভঙ্গৰ উপায় চিন্তিলে। কামদেৱক তপস্যাত ব্যাঘাত জন্মাবলৈ পাচিলে, কিন্তু মদনে সাহস নকৰিলে। দিগ্‌পালসকলেও এই ক্ষেত্ৰত ইন্দ্ৰক সহায় কৰিব নোৱাৰিলে।

ইন্দ্ৰ গৌতমৰ তপোবনলৈ গ'ল। ৰাতিপুৱা ফল-মূল সংগ্ৰহৰ অৰ্থে গৌতম কুটীৰৰপৰা ওলাই যাওঁতে গিৰীয়েকক মাত লগাবলৈ ওলোৱা অহল্যাক বাসৱে দূৰতে দেখিলে, অপৰূপা, স্বৰ্গৰ বিদ্যাধৰী-

অকলঙ্কৈও অধিক ৰূপহী। দেৱৰাজৰ অন্তৰত কামবহ্নি জ্বলি উঠিল, তেওঁৰ হিতাহিত বিবেচনা হেৰাই গ'ল।

গৌতমৰ বেশত তেওঁ কুটীৰলৈ সোমাল। গিৰীয়েক ততালিকে উভতি অহালৈ চাই অহল্যা আচৰিত হ'ল। বননিবপৰা হঠাতে কিয় ঘূৰি উভতিল ঘৈণীয়েকে পৰম সাদৰেৰে ইয়াৰ কাৰণ সুধিলে। গৌতমৰূপী ইন্দ্ৰই সেই সুযোগতে উত্তৰ দিলে, ঘৰৰপৰা ওলাই যাওঁতে তেওঁ ঘৈণীয়েকৰ ধুনীয়া মুখখন দেখি কামমোহিত হৈ পুনৰাই উভতি আহিল। তেওঁৰ মনৰ ইচ্ছা শীঘ্ৰে পূৰ্ণ কৰিব লাগে।

অহল্যাই ঋষিসকলৰ সহবাস-ৰীতি উলুকিয়াই অকাৰ্য কৰিবলৈ ওলোৱা কামুক পুৰুষজনক কোনোপধ্যে বিৰত কৰিব নোৱাৰিলে। ইচ্ছাৰ বিৰুদ্ধে অহল্যা শোৱাপাটীলৈ গ'ল। শৃঙ্গাৰ-অভিজ্ঞ বাসৱৰ কাৰ্য্য-কলাপত ঋষিপত্নী সন্দিহান হৈ উঠিল। নাৰীধৰ্ম সৰ্বনাশ হ'ল, অহল্যাৰ অন্তৰখন ঘৃণাত কঁপি উঠিল; ক্ষন্তেকৰ ভিতৰত উগ্ৰমূৰ্তি ধৰি তেওঁ প্ৰশ্ন কৰিলে, তেওঁক বে-ইজ্জতিকৰা পাপীষ্ঠজন কোন? ইন্দ্ৰৰ ভয় লাগিল, হাতযোৰকৈ তেওঁ নিজৰ পৰিচয় দিলে। অহল্যাই সেই মুহূৰ্ত্ততে অভিশাপ দিব পাৰিলেহেঁতেন, কিন্তু নিদিলে। কাৰণ তেওঁ জানে, গিৰীয়েকৰ হাতৰপৰা দেৱৰাজ সাৰি যাব নোৱাৰে।

সাৰি যাব সঁচাকৈ নোৱাৰিলে, বুঢ়া-বামুণৰ বেশধৰি খৰক-বৰক খোজেৰে বেগ দিলে যদিও ঘৰলৈ উভতি অহাৰ পথত গৌতমে লগ পালে। ঋষিয়ে জানিলে তেওঁৰ ঘৰখন কলুষিত কৰি থৈ ব্ৰাহ্মণবেশী ইন্দ্ৰ পলাব খুজিছে। ক্ৰোধত ঋষিৰ চকুহাল জ্বলি উঠিল, দেৱৰাজৰ এনে নিৰ্লজ্জ আচৰণ! বহু-পত্নীক কামুক দুৰাচাৰৰ ঋষিপত্নীৰ ওপৰত বলৎকাৰ। পৰস্ত্ৰী হৰণকাৰী দগাবাজ বাসৱৰ সৰ্বাংগত হাজাৰ যোনি সৃষ্টি হওঁক আৰু অণ্ডকোষ ছিঙি পৰক।

ঋষি-অভিশাপ অব্যৰ্থ, লগে লগে ইন্দ্ৰৰ দেহত অভিশাপে ক্ৰিয়া কৰিলে। লাজ আৰু ঘৃণাত আনৰ আগলৈ ওলাব নোৱাৰি দেৱৰাজ উত্তৰদিশৰ কোনোবা সৰোবৰৰ তীৰত লুকাই থাকিল।

ঘৰ সোমাই গৌতমে সন্তধৰিতা পত্নীক দেখা পালে। জীৱনৰ

সৰ্বস্ব হেৰুৱাই দুখ আৰু অনুতাপত তেওঁৰ প্ৰিয়তমা পত্নী মৃতপ্ৰায় হৈ আছে। অকণো লুক-ঢাক নকৰাকৈ সকলোখিনি তেওঁ স্বীকাৰ কৰিলে। গৌতমে জানে তেওঁৰ পত্নী জগৰীয়া নহয়, ইন্দ্ৰৰ ছলনাত পৰিহে অহল্যা পথভ্ৰষ্টা হ'ল। তথাপি পৰ-পুৰুষগামী তিৰোতাৰ শাস্তি হ'বই লাগিব। ঋষিয়ে অহল্যাক শিলাখণ্ডত ৰূপান্তৰিত হ'বলৈ শাওপাত দিলে। অৰণ্যে ৰামচন্দ্ৰৰ স্পৰ্শ পালে তেওঁ পূৰ্বৰ ৰূপ ঘূৰাই পাব বুলি মুনিয়ে ক'লে।

বহু বছৰ অহল্যা পাষাণী হৈ ৰ'ল।

ইফালে আকৌ ইন্দ্ৰ উভতি নোযোৱাত তেওঁৰ পত্নী শচীৰ মনত বৰকৈ চিন্তা লাগিল। তেওঁ বৃহস্পতিৰ পৰামৰ্শ অনুসৰি দুৰ্গাক স্তুতি কৰিলে। ভগৱতীয়ে দেৱৰাজৰ দেহত হাজাৰ চকু সৃষ্টি কৰি লাজ আঁতৰাই পঠা-ছাগলিৰ অণ্ডকোষ ইন্দ্ৰৰ দেহত লগাই দিলে।

ৰামৰ চৰণস্পৰ্শত অহল্যা শাপমুক্ত হোৱাত গৌতম ঋষি তেওঁৰ পত্নীৰ ওচৰলৈ আহিল। দুয়োৰো আকৌ মিলন হ'ল।

বিশ্বামিত্ৰই ৰাম-লক্ষ্মণ-সহ মিথিলাত প্ৰবেশ কৰিলে। নগৰীৰ পুৰুষ-মহিলা ৰামৰ সৌন্দৰ্য্য দেখি পৰম তৃপ্ত হ'ল। তেওঁলোকে কোৱা-বথনা কৰিলে, সীতাৰ কাৰণে ৰাম উপযুক্ত দৰা, কিন্তু ৰজা জনকে যি সাংঘাতিক পণ কৰি বহি আছে, ৰামে জানো সেইয়া ৰক্ষা কৰিব পাৰিব?

তেওঁলোক স্বয়ম্বৰ শালাত সোমাল। জনকে সন্মানসহ তেওঁলোকক আদৰি জনালে। জনকৰ পুৰোহিত গৌতমৰ পুত্ৰ শতানন্দ। বিশ্বামিত্ৰই তেওঁৰ আগত ৰামৰ পৰিচয় দি মাতৃ অহল্যাৰ শাপমোচনৰ বিষয়ে উল্লেখ কৰিলে। শতানন্দ ৰামৰ ওচৰত অশেষ কৃতজ্ঞ হৈ ৰ'ল।

উপস্থিত ৰজাসকল ৰামৰ অদ্ভুত ৰূপ দেখি বিস্মিত হ'ল; তেওঁলোকৰ উৎসাহ-উদ্দীপনা চেঁচা পৰিল, তথাপিও বাহিৰত মৰ-কামোৰ নেৰিলে। জনকজীয়ৰী সীতাই ৰামৰ ৰূপ-সৌন্দৰ্য্যত বিমোহিতা হৈ মন-প্ৰাণ তেওঁৰ চৰণত সমৰ্পিলে। তেওঁৰ মনত

আশংকা, সুকোমল হাতেৰে যদি ৰামে ধনুত গুণ লগাবলৈ সক্ষম নহয় পিতৃ-অংগীকাৰ ব্যৰ্থ হয়, তেতিয়াও ৰামক তেওঁ বৰণ কৰিব।

বিশ্বামিত্ৰ ইতিমধ্যে জনকৰ লগত ৰাম-লক্ষ্মণৰ পৰিচয় কৰাই দিছে। ত্ৰৈলোক্য-বিজয়ী ৰামৰ লেখীয়া মহা ধনুৰ্ধৰ পুৰুষ জগতত আৰু দ্বিতীয় নাই। পৃথিৱীৰ ভাৰ হৰণ হেতু তেওঁ অৱতাৰ হৈছে।

জনক মানসিক দ্বন্দ্বত ভুগিছে, ৰজা-মহাৰজাসকলে ধনুখন ডাঙিবই নোৱাৰিলে, সুকোমল ৰামে কেনেকৈ ইয়াত গুণ লগাব? অসম্ভৱ পণ ঘোষণা কৰা ভুলেই হ'ল কি জানি! অংগীকাৰ ভঙ্গ হ'লেও তেওঁ সীতাক ৰামলৈ দিব। সীতাৰবাবে এনে বৰ আৰু ক'তো নাপায়।

বিশ্বামিত্ৰই জনকক আশ্বাস দিলে।

ঋষি-আশীৰ্বাদ শিৰত লৈ কঁকালত কাপোৰ আঁটি ৰাম ধনুখনৰ ওচৰলৈ গ'ল। ব্যৰ্থমনোৰথ হৈ জানকীৰ পাণিগ্ৰহণৰ আশাত বন্দী হৈ থকা ৰজা; ৰাজ-কোঁৱৰসকলে চেমনীয়া ল'ৰাজনৰ দুঃসাহসলৈ লক্ষ্য কৰি ইতিকিং কৰিলে। কিন্তু যেতিয়া ৰামে অপ্ৰয়াসে ধনুখন ওপৰলৈ ডাঙি তুলি তাত গুণ লগাই দিলে মহাদৰ্পীইঁতৰ মুখ কেইখন কেঁহৰাজ বটা যেন হ'ল। ৰামে ধনুত টংকাৰ কৰিলে, ঠাঁচকৰে প্ৰচণ্ড শব্দকৰি ধনুখন মাজডোখৰতে ছিঙি গ'ল। সেই শব্দত সমস্ত পৃথিৱী আতংকিত হৈ পৰিল।

সীতাই ৰামৰ ডিঙিত বৰণৰ মালা পিন্ধাই দিলে।

সমবেত ৰাজন্যবৰ্গ অসন্তুষ্ট, প্ৰথমে তেওঁলোকে জনক ৰজাক জগৰীয়া কৰিলে, অপমান দিবলৈ তেওঁ ৰজাসকলক আহ্বান কৰি আনিলে। কিছুমানে এই নিৰাশাৰ বাবে সীতাৰ ওপৰত দোষ দিলে। অন্য কিছুমানে আকৌ হঠাতে ক'ৰবাৰপৰা ওলাই অনৰ্থ ঘটোৱা ৰামকহে ঘাই অপৰাধী হিচাপে ঠাৱৰ কৰিলে। তেওঁলোকে ক্ষমা নকৰে, অস্ত্ৰ-শস্ত্ৰলৈ ৰামক খেদি গ'ল। সেইসকলৰ উগ্ৰমূৰ্ত্তি দেখি ওচৰ-পাজৰৰ লোক পলাবলৈ ধৰিলে।

ৰজাসকলৰ উজুওালি দেখি ৰামে ধনু-শৰ লৈ আগুৱাই গ'ল।

লক্ষ্মণেও তেওঁৰ পাছ ল'লে। ৰাম-লক্ষ্মণৰ লগত ৰজাসকলৰ যুঁজ লাগিল। শেষত ভায়েক-ককায়েকৰ প্ৰচণ্ড শৰৰ প্ৰকোপ সহিব নোৱাৰি বিপক্ষীয় ৰজাসকল পলাই সাৰিলে।

জনকে শতানন্দক অযোধ্যালৈ পঠিয়াই দিলে। দশৰথৰ আগত ৰামে সীতাক লাভকৰা সংবাদ নিবেদন কৰি বিবাহকাৰ্য্য সম্পাদনৰ নিমিত্তে তেওঁক মিথিলালৈ অহাৰবাবে অনুৰোধ জনালে।

পুত্ৰৰ বিজয়বাৰ্ত্তাত দশৰথ আনন্দিত, হাতী-ঘোঁৰা-ৰথ প্ৰস্তুত কৰাই বশিষ্ঠ, ভৰত, শত্ৰুঘ্ন আৰু আন আন পাত্ৰ-মিত্ৰৰ সৈতে তেওঁ যাত্ৰা কৰিলে।

মিথিলা গৈ পোৱাত জনকে দশৰথ প্ৰমুখ্যে অযোধ্যাবাসীসকলক সাদৰ-অভ্যৰ্থনা জনাই মহা আড়ম্বৰে বিয়াৰ আয়োজন কৰিলে। ৰামৰ লগত সীতাৰ শুভ পৰিণয় নিশ্চিত হৈ আছে, লগতে একেখন চামিয়ানাৰ তলত উৰ্মিলা, মাণ্ডৱী আৰু শ্ৰুতকীৰ্তিৰ ক্ৰমে লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্নৰ সৈতে বিয়াৰ বন্দোৱস্ত হ'ল।

চাৰিও ভাই-ককায়েকৰ বিবাহ-উৎসৱলৈ ব্ৰহ্মা প্ৰমুখ্যে দেৱতাসকল আহিল। মিথিলাৰ জনসাধাৰণৰ মাজতো আনন্দ। ৰজা জনকে কইনাৰ লগত বহু ধন-ৰত্ন-হাতী-ঘোঁৰা ৰথ-দোলা, দাস-দাসী যৌতুক ও দিলে। দশৰথে বিয়ৈ-বিয়নীয়েক আৰু অন্য সকলৰপৰা বিদায় লৈ পুতেক বোৱাৰীয়েক সকলৰ সৈতে অযোধ্যা অভিমুখে যাত্ৰা কৰিলে।

কিছুদূৰ যোৱাৰ পাছত কান্ধত পৰশু কুঠাৰ আৰু হাতত ভয়ংকৰ ধনু লৈ উগ্ৰমূৰ্ত্তিধৰি পৰশুৰামে বাট আগচি ধৰিলে। তেওঁৰ মূৰ্ত্তি দেখি দশৰথৰ সেনাবোৰে ভয় খাই মাটিত পৰিল। জামদগ্নি-পুত্ৰই তেওঁৰ গুৰুৰ ধনুখন ভগা কাৰণে ৰামক তিৰস্কাৰ কৰিলে।

দশৰথৰ ভয় লাগিল। তেওঁ পৰশুৰামক পাদ্য-অৰ্ঘ্যৰে পূজি কাকুতি কৰিলে, তথাপি ক্ষত্ৰিয়-নিধনকাৰী বীৰ শান্ত নহ'ল। সকল উপদেশ দিয়া সত্বেও তেওঁৰ জ্ঞানচক্ষু মেল নাখালে, নানান অশ্ৰাব্য কথাৰে উপহাস কৰি গৰ্বিতভাৱেৰে তেওঁৰ ধনুখনত ৰামক গুণ লগাবলৈ দিলে।

ৰামে হাঁহি হাঁহি ধনুত গুণ লগাই পৰশুৰামক স্তম্ভিত কৰিলে। গুণ লাগোৱাৰ পাছত পুনৰাই ইয়াত টংকাৰ কৰোঁতে ধনুখন ভাঙি গ'ল। ইয়াৰ পাছত ৰামে তেওঁৰ ধনুত শৰ সংযোগকৰি জামদাগ্ন্যৰ সম্মুখীন হোৱাত তেওঁৰ মুখ মলিন হ'ল।

ৰামৰ বাণ অব্যৰ্থ, সেই শৰেৰে পৰশুৰামৰ স্বৰ্গ-পথ ছেদকৰি বিদায় দিলে। জগতৰ ঈশ্বৰ ৰামক স্তুতিকৰি পৰশুৰাম আনন্দ মনেৰে উত্তৰ দিশৰ তপোবনলৈ গ'ল।

পুতেক-বোৱাৰীয়েক সমন্বিতে দশৰথ অযোধ্যাত প্ৰৱেশ কৰিলে। ৰজা উভতি অহাৰ খবৰ পাই নগৰীয়া ৰাইজে বাট-পথ পৰিষ্কাৰ কৰি পল্লৱিত কলপুলি কই, মঙ্গল ঘট স্থাপন কৰি চাকি-ধূপ জ্বলাই সকলোকে আদৰিলে। তিৰোতাসকলে হুৰৰি আৰু আঢৈ চাউল ছটিয়াই উৰুলি আৰু লগতে অনেক মঙ্গল-বাজনা বজাই স্বাগত জনালে।

কৌশল্যা-কৈকেয়ী আৰু সুমিত্ৰাই নানান লৌকিক আচৰণেৰে পুতেক বোৱাৰীয়েকহঁতক নিজ নিজ ঘৰলৈ প্ৰৱেশ কৰালে। সীতাৰ ৰূপ লাৱণ্যত গোটেই অযোধ্যা উজ্বলি উঠিল।

মাধৱ কন্দলিৰ ৰামায়ণত আদি আৰু উত্তৰাকাণ্ড নাই; মূলতো হেনো এই দুই কাণ্ড নাছিল। পাছত কোনোবাই এই দুই কাণ্ড প্ৰক্ষিপ্ত কৰিছে। কন্দলি ৰামায়ণৰ মাধৱদেৱে আদি আৰু শংকৰ দেৱে উত্তৰাকাণ্ড যুগত কৰি সপ্তকাণ্ড সম্পূৰ্ণকৰাত উলিয়ালে। ৰামভক্তি মাহাত্ম্যৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰি তেওঁ বৈষ্ণৱ যুগত ৰচিত গ্ৰন্থৰাজিৰ মাজত ৰাখিবলৈ সক্ষম হ'ল।

## : তীৰ্থৰ বাটত ছয়মাহ :

শংকৰদেৱে দ্বিতীয়বাৰ তীৰ্থ-পৰ্যটন কৰাৰ সময়ত মাধৱে একনিষ্ঠভাৱে গুৰু-সেৱা কৰাৰ উপৰিও ছয়কুৰি ভকতৰ পৰিচালক, খোৱা সামগ্ৰীৰ যোটনীয়াৰ আৰু গুৰুজনৰ ওচৰত এজন প্ৰধান প্ৰশ্ন কৰ্তা হিচাপে আছিল। যাত্ৰাৰ প্ৰাক্ মুহূৰ্তত কালিন্দী আই মাধৱক মনে মনে কৈছিল, গোসাঁইক যাতে তেওঁৰ পূৰ্বৰ লীলা-খেলাৰ ঠাই বৃন্দাবনলৈ যাব দিয়া নহয়।

বাটত খোজকাঢ়ি যাওঁতে গুৰুজনৰপৰা বহুত তত্ত্ব কথাৰ সম্ভেদ মাধৱে উলিয়াই সকলো ভকতক বুজাই দিছিল। এদিন বাটত এজোপা শিমলু গছ দেখিলে, তলখন চৰাই লাদি বগাকৈ থৈছে। গছজোপাৰ ছাঁ এৰাই শংকৰদেৱ আগুৱাই গ'ল। মাধৱে তেতিয়া প্ৰশ্ন কৰিলে, গুৰুজন তেনেকৈ অগাৰ কাৰণ কি?

বিত্তলোভী গুৰুৰ কাৰণে শিষ্যসকলে পৰমাৰ্থ বিচাৰি নাপাই জন্মে জন্মে এনেকৈ গুৰুক খেদি ফুৰিছে। এই জনমত গুৰু হৈছে গছ, চৰাইবোৰ শিষ্য।

তেনেকৈ আহঁত এজোপাৰ পাত জৰজৰকৈ থকা শুনি ছোট আতাই ইয়াৰ কাৰণ সুধিলত গুৰুজনে ক'লে, পূৰ্বজনমত ই অনেক লোকক দুখ দিয়াবাবে এই স্থাবৰ-জঙ্গমৰ ৰূপতো তাপিত হৈছে।

পথত যাওঁতে জগতানন্দৰ অনুৰোধত শংকৰদেৱে ৰাম-চৰিত্ৰ বৰ্ণনা কৰি যাওঁতে কৃষ্ণ চৰিতত পৰিল। মাধৱদেৱে তেতিয়া সৈ ৰৰাই দিলে, তাড়কা বধৰপৰা পুতনা-বধ পালে।

মাজে-সময়ে আকাশত উৰিফুৰা মেঘৰ চপৰা দেখি সাম্ভাব্য বতৰ অনুমানকৰা ক্ষেত্ৰত মাধৱৰ কেতিয়াবা ভুল হৈছিল। এদিন চোতালৰ সমান ক'লা মেঘ দেখি মাধৱে বৰষুণ দিব বুলি কৈছিল যদিও বতৰ ফৰকাল হৈ থাকিল, বৰষুণ নিদিলে।

অন্য এদিন দোণৰ সমান এটুকুৰা মেঘ দেখি মাধৱদেৱে বৰষুণ

নপবে বুলি ক'লে যদিও ববষুণ ধাৰাসাবে আনিলে। সকলো ভকত্ত ভিতি-বুৰি জুকলা হ'ল। এই বিষয়ত গুৰুজনহে বতৰ-বিজ্ঞানী, নহ'লে কিজানি গুৰুবাক্যৰ সততা ৰক্ষা কৰিবলৈ মাধৱে নিজৰ অনুমান মিছা প্ৰতিপন্ন কৰাইছিল।

তীৰ্থ-যাত্ৰাৰ কাল ডোখৰতো মাধৱ দেৱৰ গুৰু-সেৱাৰ নিদৰ্শন আছিল অপূৰ্ব, অভূতপূৰ্ব। প্ৰতিনিশা মাধৱে গুৰুজনৰবাবে ঠাই চিকুনাই আথা-পানী, চাউল-শাক, পাত-পটিলা সমস্ত যতনাই থুৱাই-বুৱাই বিছনা পাৰি শুৱাই তেল-খাৰণিৰে ভৰি পিটিকি পিটিকি গুৰুৰ টোপনি আহিলে লাহেকৈ উঠি গৈ নিজৰবাবে চাউলমুঠি সিজাই, খাই-বৈ বিছনাত পৰে।

এনিশা শংকৰদেৱে বাঞ্ছা কৰিলে, তেওঁ বঢ়া-পোৰসৈতে একেখন বিছনাতে শুব। মাধৱ প্ৰথমতে সন্মত হোৱা নাছিল কিন্তু গুৰুবাক্য এৰিবও নোৱাৰি। গুৰুৱে এই কাৰ্যত কোনো অপৰাধ নহয় বুলি নিৰ্ভয় দিয়াতহে তেওঁ সন্মত হ'ল।

গুৰুজনৰ বিছনাতকৈ অলপ পিচুৱাই মাধৱে নিজৰখন প্ৰস্তুত কৰি, উৰা কঁথা একেজাপে লৈ এখন হাত বুকুত আৰু আনখন কাপোৰৰ ওপৰত থৈ নিশা চাইডাঁৰ একেলগে শুলে।

শংকৰদেৱৰ বয়স তেতিয়া তিৰাশীবৈ, জাৰ-শীত লগা স্বাভাৱিক যদিও সেইবাবে নহয়, গুৰুজনৰ সাধনলব্ধ জীৱনৰ পাৰমাৰ্থিকশক্তি-ধাৰা এনেকৈ তেওঁৰ প্ৰিয়তম শিষ্যৰ হৃদয়-মনলৈ সঞ্চাৰিত কৰিলে! সেই নিশা তেওঁ নিজে কৈছিল, বঢ়াৰ পো, তোমাৰ-মোৰ ভিন্নভাৱ নাই, দুয়ো এক। সৎ গুৰুৰ কৃপাত সকলো সম্ভৱ, আৰু সেইয়া লাভ কৰিবলৈ হ'লে মাধৱৰ নিচিনা সৰ্বতোভাবে গুৰুসেৱাৰ নিতান্ত প্ৰয়োজন।

বাটত যাওঁতে মাধৱে গুৰুৰ আজ্ঞাত ভালেমান গীত-পদ-ঘোষা-ভটিমা ৰচনা কৰাৰ উল্লেখ আছে। হয়তো তেওঁ ভ্ৰমণ কালতো সাঁচি-পাত, মহী আৰু থাগৰি-কলম যতনাই ৰাখিছিল। দূৰদৰ্শী মাধৱে সময়ৰ এধানি অপচয় নকৰাকৈ যিকোনো পৰিস্থিতিত অমূল্য ভাৱৰাজিৰ আহি থৈ গ'ল, ৰচনাৰ মাধ্যমেদি।

মাধৱৰ কাৰ্য্যকুশলতা দেখি শংকৰদেৱ কেতিয়াবা আচৰিত হৈছিল। এবাৰ উৰিষ্যাৰ কটকত শংকৰে টকা এটাৰে ভকতৰ বাবে নিশাৰ ভোজনসম্ভাৰ আনিবলৈ পাচিলে। গোকুলৰ কানাই চিহ্নিত টকা, ধেলী পোহাৰিয়ে টকা নল'লে, মাধৱৰ হাতত ঘূৰাই দি বিনা মূলীয়াকৈ প্ৰয়োজনীয় বস্তুখিনি পঠিয়াই দিলে। এই কাৰ্যত পোহাৰিৰ বহু পুণ্য অৰ্জন হ'ল, শংকৰদেৱৰ মুখত মন্তব্য শুনি সেই দিনাৰপৰা লগৰ ভকতৰ প্ৰত্যেকে নিতে এটকাকৈ দিব ধৰিলে। মাধৱে সেই টকাৰে চাউল-শাক-লোণ-তেল কিনি সকলোকে ভগাই দিয়ে। হয়তো মাধৱদেৱৰ সুচতুৰ আৰু সুপণ্ডিত কাৰণে অনা-অসমীয়া বেপাৰী-সামাৰীৰ লগত কথা-বতৰা ভালকৈ ক'ব পাৰিছিল, সেইবাবে তেওঁ বাহিৰৰ সকলো ঠাইতে বজাৰলৈ যাব লগীয়াত পৰিছিল।

বিচক্ষণতাৰ কাৰণে মাধৱে যি ফালে কথাবোৰ পোনাই সেই ফালেই একোটা গভীৰ অৰ্থ ওলাই পৰে। এদিন বালিচৰ বন্দৰৰ বুঢ়া নদীৰ পাৰত ভকতসমূহৰ সৈতে শংকৰদেৱ ৰ'ল। সাজ লাগিছে, মাধৱে ভকত চাৰিজন লগত লৈ বজাৰত সোমাল, হাট কেতিয়াবাই ভাঙিল, এখন কুটাও নাই। মাধৱ তেতিয়া ওচৰৰ গাঁও এখনত সোমাল। অচিনাকি গাঁও, অচিনাকি মানুহ।

বুঢ়ী তিৰোতা এজনীয়ে ইনাই-বিনাই কান্দিব ধৰিছে। মাধৱে ইয়াৰ কাৰণ সুধিলত বুঢ়ীয়ে কান্দি কান্দি উত্তৰ দিলে, তেওঁৰ একমাত্ৰ পুতেক হেনো ৰণলৈ গৈছিল, বহুত বগুৱাৰ মৃত্যু হোৱা বুলি শুনিছে, কিজানি পুতেকৰো কিবা হ'ল?'

তেতিয়া মাধৱে তিৰোতাজনীৰ পঁচিশ বছৰীয়া, ডাড়ি-গোঁফ নগজা, উজ্বলা দাঁতৰ, চেপেটা গঢ়ৰ ক'লীয়া ল'ৰাটোক বাটত লগপাই গৈছে বুলি ক'লে। পুতেকৰ সংবাদ শুনি মাতৃহৃদয় আনন্দত নাচি উঠিল। টকাকড়ি নোলোৱাকৈ সকলো ভকতৰ কাৰণে তেওঁ ৰাতিৰ সাজৰ চাউলপাত সমস্ত দি পঠিয়ালে।

ৰাতি খাই-বৈ উঠি বুঢ়ীৰ সিধা অনাৰ বৃত্তান্ত শুনি শংকৰদেৱে

তিৰোতা গৰাকীক ঠগিলে বুলি কোৱাত ছোট আতাই তেওঁৰ প্ৰত্যেক ফাঁকি কথাৰ তত্ত্বমূলক ব্যাখ্যা ডাঙি ধৰিলে। গুৰুজনে হাঁহি হাঁহি বঢ়াৰ পোক নথৈ শলাগিলে।

জগন্নাথ মহাপ্ৰভুৰ লগতে সেই অঞ্চলৰ অন্যান্য বৈষ্ণৱতীৰ্থ, সন্ত-মহন্তৰ পবিত্ৰ থান আৰু ধৰ্মীয় অনুষ্ঠানসমূহ দৰ্শন কৰি মাধৱদেৱে অইন অইন ভকতৰসৈতে গুৰুজনক নিৰ্বিঘ্নে লগতলৈ ছয় মাহৰ মূৰত অসমৰ পশ্চিম প্ৰান্তলৈ প্ৰত্যাৱৰ্তন কৰিলে। আঘোন মাহত যাত্ৰাকৰি বহাগৰ ছয়দিন থকাত পাটবাউসীলৈ ঘূৰি আহিল।

এই যাত্ৰাত বিভিন্ন অঞ্চলৰ ব্যক্তিৰ সৈতে মাধৱদেৱৰ আলাপ-আলোচনা আৰু ধৰ্মতত্ত্বৰ ব্যাখ্যান হ'ল। অসমত প্ৰবৰ্তিত নৱ বৈষ্ণৱ ধৰ্ম সম্প্ৰদায়ৰ মত উত্তৰ ভাৰতৰ ঠায়ে ঠায়ে বিস্তৃতি লাভ কৰিলে। মাধৱদেৱৰ ব্যক্তিত্ব আৰু পাণ্ডিত্যত সাধাৰণ শ্ৰেণীৰ লোকৰপৰা আৰম্ভ কৰি সন্ত মহন্তলৈ সকলো লোক উদ্বুদ্ধ হ'ল।

মধুপুৰ, বিনাইগঞ্জ, দোলামাৰি ঘাট, জয়গঞ্জ, কটক, মহানন্দ জাহাদপুৰ, নাকেশ্বৰ বন্দৰ, বৰ্ধমান, শান্তিপুৰ, কটোৱা, মুচোৱাবাজ, জংগিনপুৰ, চন্দাগঞ্জ, বিনাজপুৰ, গোবিন্দগঞ্জ, ঘোঁৰাঘাট, সিঙীয়া গঞ্জ আদি অনেক ঠাইত যোৱা-অহা কৰাৰ পথত নিশা কটাই, সেই ঠাইসমূহৰ আঁতি-গুৰিলৈ, বজাৰ-সমাৰৰ দৰ-ভাও বুজি মানুহৰ অন্তৰৰ খা-খবৰলৈ মাধৱদেৱে গুৰু-ভকত সকলোকে আনন্দিত কৰিছিল।

মাধৱদেৱে বন-দৰবৰ প্ৰয়োগো জানিছিল, ঘোঁৰা ঘাটত শূলপাণি সন্ন্যাসী এজনৰ পেট উথহি যোৱা থোৱা অৱস্থা, শংকৰদেৱৰ আজ্ঞাত ছোট আতাই বন দৰব বিচাৰি আনি খুৱাই সন্ন্যাসীক সুস্থ কৰিলে।

সিঙীয়াগঞ্জৰ পূৰ্বৰ নাম সিংহমাৰি, বৰ্তমান হাট-সিঙিমাৰি। তীৰ্থযাত্ৰীসকল উভতি আহি এইখিনি পাওঁতেই হাট-বজাৰ শেষ হৈ গ'ল। গুৰুজনে বঢ়াৰ পোক ক'লে, আৰু এসপ্তাহৰ পাছতহে বজাৰ বহিব, এই কেইদিন ভকতৰ উপবাস হ'ব।

সেই ডোখৰ ঠাই চিলাৰায়ৰ অধীনত। পিচদিনা পুৱা মাধৱে চাৰিজনমান ভকত লগত লৈ পথাৰত কোৰমাৰি থকা মানুহ এজনক ধৰাই অনালে। জবৰদস্তি কৰি মানুহজনক ঠাকুৰিয়াক দেখুৱাই দিবলৈ লৈ গ'ল। সি ঠাকুৰিয়াৰ ওচৰলৈ লৈ গলত মাধৱদেৱে ক'বলৈ ধৰিলে, দুজনকৈ ৰজাৰ শহুৰেক আহি বাকৰণিত পৰি আছে, ঘৰ-দুৱাৰ সিধা-পাতি একো নাই।

ঠাকুৰিয়াই ইয়াৰ ভু-পোৱা নাই কাৰণে ক্ষমা খুজি তেতিয়াই বোজ পঠিয়াই দিলে আৰু বাঁহ-খেৰসহ মানুহ নিয়োজিত কৰি নঘৰ সজাই দিয়ালে।

মাধৱে মিছা কোৱা নাছিল, শংকৰদেৱৰ ককায়েক জগতানন্দৰ জীয়ৰী ভুৱনেশ্বৰীক চিলাৰায় বিয়া কৰাইছিল। সেই ফালেদি শংকৰ দেৱ ৰজাৰ শহুৰেক আৰু জগতানন্দও ভকতসকলৰ লগত আছিল।

সিঙাৰীয়াগঞ্জত জিৰাই-শতাই আকৌ নাৱ উজালে।

কেইদিনমানৰ পাছত তীৰ্থযাত্ৰীসকল পাটবাউসী পালে। মাধৱদেৱে গুৰুজনক প্ৰণাম জনাই গণককুচিলৈ গ'ল। ত'ৰপৰা নিতৌ আগৰদৰে পুৱা-ভাটিবেলা দুবাৰকৈ গুৰুজনৰ ওচৰলৈ আহি পৰম শ্ৰদ্ধাৰে তেওঁৰ সেৱা-পৰিচৰ্যা কৰি হৰি-কথা চৰ্চাত দিন কটাবলৈ ধৰিলে।

এনেকৈ কিছুদিন থকাৰ পাছত এচাম ঈৰ্ষাপৰায়ণ লোকৰ প্ৰৰোচনাত শংকৰদেৱক কোচৰজা নৰনাৰায়ণে ধৰাই নিবলৈ ৰাজদূত পঠিয়াৰ কথা চিলাৰায়ৰ ঘৈণীয়েকে শুনি গিৰীয়েকৰ অনুমতি-সাপেক্ষে ৰজাৰ গৰমলি পাটবাউসী পোৱাৰ আগতে শংকৰদেৱক কোচবেহাৰলৈ নিয়াই আদৰ-শ্ৰদ্ধাৰে ঘৰ-দুৱাৰ সজাই ৰাখিলে। কেইদিনমানৰ পাছত নৰনাৰায়ণ ৰজাৰো গুৰুজন.শ্ৰদ্ধাভাজন হৈ পৰিল আৰু ৰাজসভাত শংকৰদেৱে উচ্চ আসন লাভ কৰিলে।

## : জন্ম-ৰহস্য :

জন্ম-ৰহস্য বা নাৰদ-সংবাদ গ্ৰন্থৰ ৰচনাকাল ১৫৫৮-৫৯ চন। ১৫৫৮ চনত শংকৰদেৱ কোচবেহাৰ গ'ল। প্ৰথমবাৰ চিলাৰায় দেৱানৰ ঘৰত ছয়মাহমান কটাই পাটবাউসীলৈ উভতি আহিল। গুৰুজন অহা খবৰ পাই ছোট আতা, ঠাকুৰ আতা প্ৰভৃতি ভালে-কেইজন লোক তেওঁৰ ওচৰত উপস্থিত হ'ল। তেতিয়া গুৰুজনে মাধৱক ক'লে,—বাৰ পো, জন্ম পুৰাণৰ শ্লোকখানি ৰাজা ( চিলাৰায় ) দিছে। পদকৰি দিয় যক। বোলে বাপ কি কৈ কৰিম ? বোলে কিয়, আমি দতো কৰোঁ একা ? বোলে আপুনি কৰে ঈশ্বৰশক্তি। বোলে তোমাৰ জানো নহয় ঈশ্বৰশক্তি ? নিয়া পাৰিম। তেহে গুৰুবাক্য শিৰেধৰি আনি কৰিলে।

গ্ৰন্থ ৰচনাৰ পাছত, 'গুৰুজনে চাই বোলে তেও বোলা তোমাৰ ঈশ্বৰশক্তি নাই। বোলে আমি বঢ়াবহে পাৰোঁ, টুটাব নোৱাৰোঁ।' তুমি ৰহু ( হ্ৰস্ব ) দীৰ্ঘ সবে পাৰা দতো।'—কথা-গুৰু-চৰিত :

শ্ৰীকৃষ্ণক স্তুতিকৰি গুৰুৰ চৰণত নমস্কাৰ জনাই মাধৱদেৱে সাক্ষাৎ অমৃতসদৃশ জন্ম-ৰহস্য ৰচনা কৰিবলৈ লৈছে। ভাগৱতৰ পদ মিহলাই গ্ৰন্থখন অধিক উপভোগ্য কৰাৰ মানসেৰে পদ-তুলড়ি আৰু ছবি ছন্দত কৰিয়ে ইয়াক সুন্দৰকৈ ৰচনা কৰিছে।

মহাভক্ত নাৰদৰ আগত শ্ৰীকৃষ্ণই নিজৰ জন্ম-ৰহস্যৰ সম্ভেদ ডাঙি ধৰিছে। মহাপ্ৰলয়ৰ পাছত তিনিও লোকৰ স্থাৱৰ-জঙ্গম বিলুপ্ত হোৱাত সমস্ত জীৱৰ সূক্ষ্ম শৰীৰ মাথোন থাকিল। কৃষ্ণই তেওঁৰ অপাৰ্থিৱ লীলাৰে জগত সংহাৰ কৰি অনন্ত-শয্যাত শুই ৰ'ল। সৃষ্টি বিনাশৰ কবলত নপৰা নাৰদে পৰম সন্তোষেৰে অনাদি অনন্ত পূৰ্ণব্ৰহ্ম নাৰায়ণৰ চৰণত সভক্তিৰে স্তুতি জনাই ক'বলৈ ধৰিলে,—

এক নাৰায়ণে ব্ৰহ্মাৰূপে জগত সৃজি বিষ্ণুৰূপে পালন কৰে আৰু ৰুদ্ৰৰূপত বিনাশে ; তথাপি মায়াধীশ ভগবানৰ একো দোষ নহয়।

ভগবানেই কেৱল সত্য, তেওঁৰ বাহিৰে জগতৰ আইন সকলো অনিত্য, মায়াময়। যেনেকৈ মাটি অবিহনে ঘট সাজিব নোৱাৰি, অথচ ঘট নহ'লেও মাটি সদায় থাকে, তেনেকৈ ভগবানেই মাথোন সঁচা, বাকী জগতৰ সকলো মিছা।

চিৰ শাশ্বত নাৰায়ণৰ গুণৰাজি শ্ৰৱণ-কীৰ্তন কৰোঁতাজনে পৰম-আনন্দ পায়। এনেকি সেইজনে মুক্তি সুখকো বাঞ্ছা নকৰে। কৃষ্ণ-নাম চাৰি বেদ-তত্ত্ব-সম্ভূত, তেওঁত শৰণ লোৱাজনে অপ্ৰয়াসে সংসাৰ তৰে। কিন্তু মানুহে ইয়াক নাজানি সকাম-কৰ্মত ব্যস্ত হৈ সংসাৰ-যাতনা ভুগি মৰে।

কৃষ্ণই নাৰদক সুধিলে, কি কাৰ্যৰ বাবে মুনিবৰ তেওঁৰ ওচৰলৈ আহিল ?'

প্ৰলয়ৰ পাছত পুনৰাই সৃষ্টি হ'লে, জগতৰ পৰম কাৰণ নাৰায়ণক কি কি ৰূপত মানুহে দেখিব ?

নাৰদৰ প্ৰশ্ন শুনি ভগবানে ক'লে, প্ৰথমতে তেওঁ মৎস্য অৱতাৰ ধৰি প্ৰলয় পয়োধিৰপৰা বেদ ( জ্ঞান ) উদ্ধাৰ কৰিব, কূৰ্ম অৱতাৰত মন্দাৰ পৰ্বত ধাৰণ, বৰাহ অৱতাৰত পাতালৰপৰা পৃথিবী উদ্ধাৰ, নৃসিংহ অৱতাৰত হিৰণ্য কশিপুৰ হৃদয় বিদাৰি ভক্ত প্ৰহ্লাদৰ ৰক্ষা কৰণ, বামণস্বৰূপে মহাসুৰাচাৰী বলি ৰজাক ছলকৰি পাতাল প্ৰেৰণ, পৰশুৰামৰ ৰূপত একৈশবাৰ ঘূৰি পৃথিবী নিক্ষত্ৰিয় কৰণ, ত্ৰেতাৰ অন্ত আৰু দ্বাপৰৰ আদিত ৰাম অৱতাৰ ধৰি লংকাৰ ৰাৱণসহ দুষ্ট-দুৰ্জনক বিনাশি মিত্ৰ বিভীষণৰ ওপৰত ৰাজ্যভাৰ অৰ্পণ আৰু দ্বাপৰৰ অন্তিম, কলিৰ আদিত ভাদ মাহৰ কৃষ্ণ-অষ্টমী তিথিত বসুদেৱৰ ঘৰত তেওঁ জনম লভিব।

কংসলৈ ভয়কৰি বসুদেৱে কোলাতলৈ যমুনা পাৰ কৰি গোকুলৰ নন্দ যশোদাৰ ঘৰত তেওঁক থৈ আহিব। শিশু কালতে পুতনা বধ, ভৰিৰে শকট লুটিয়া, চক্ৰবাত অসুৰক মাৰি বিবিধ লীলা দেখুৱাব। লৱনু নাশকৰা অপৰাধত মাক যশোদাই বান্ধি থোৱাত উৰালৰ সৈতে ছুচুৰিগৈ যমাল অৰ্জুন উভালি কুবেৰৰ পুতেক দুজনক শাপমুক্ত কৰি

পঠিয়াব। বক-অঘ অসুৰ বধ, ব্ৰহ্মা-মোহন, ধেনুক দৈত্য বধ, কালিয়দৰ্প দমন, বন জুই পান, গোপিনীৰ বস্ত্ৰ হৰণ, যাজ্ঞিক বিপ্ৰপত্নী-সকলৰ আতিথ্য গ্ৰহণ, সাতদিন একেৰাহে গোবৰ্ধন পৰ্বত ধাৰণ কৰি গোকুলক প্ৰবল বৃষ্টিৰপৰা ৰক্ষাকৰি ইন্দ্ৰৰ গৰ্ব বিনাশনৰ পাছত কৃষ্ণ গোবিন্দ নাম গ্ৰহণ কৰিব।

যমুনাৰ সোঁতৰপৰা নন্দক উদ্ধাৰ কৰা বাবে সমস্ত গোকুলৰ তেওঁৰ ওপৰত ঈশ্বৰ জ্ঞান হ'ব। শৰৎকালত গোপিনীসকলৰ লগত ৰাসক্ৰীড়া খেলি তেওঁলোকক সন্তোষিত কৰিব। শঙ্খচূড় যক্ষ নিধন, অজগৰৰ মুখৰপৰা নন্দক মুক্ত, ষাঁড় গৰুৰ ৰূপত অহা দৈত্য নিধন, কেশী অসুৰ নিপাত, ব্যোম নামৰ দৈত্য বধ কৰি পৰম আনন্দেৰে গোকুলৰ লীলা তেওঁ সামৰণ কৰিব।

ইয়াৰ পাছত মোমায়েক কংসই অক্ৰূৰক পঠিয়াই দিয়াত কৃষ্ণ গোপ বালকসকলৰ লগত মথুৰালৈ যাব। বাটত অক্ৰূৰে ৰথখন ৰখাই দুপৰীয়া গাধুবলৈ পানীত বুৰ মাৰোঁতে নিজ ৰূপত কৃষ্ণক দেখা পাই স্তুতি কৰিব। মথুৰা নগৰত প্ৰবেশ কৰি অক্ৰূৰক বিদায় দি গোপ-শিশুসকলৰ লগত খোজকাঢ়ি যাওঁতে নগৰীয়া তিৰোতাসকলে কৃষ্ণৰ অনুপম ৰূপৰাশি প্ৰাণভৰি উপভোগ কৰিব।

বাটত কংসলৈ কাপোৰ কঢ়িয়াই নিয়া ধোবাৰপৰা ভাল ভাল কাপোৰ বাচি লৈ বেশাকাৰৰ হতুৱাই পিন্ধি-উৰি, সুদাম মালাকাৰৰ সুগন্ধি ফুলৰ মালা পৰিধান কৰি, কংস মোমায়েকৰ চন্দন যোগাঁতী কুঁজীৰ হাতৰ চন্দন সানিলৈ তাইৰ কুঁজ পোনাই অপৰূপা সুন্দৰীলৈ পৰিবৰ্তিত কৰি ধনুৰ্বিদ্যা-চৰ্চাশালিত উপস্থিত হৈ ধনুৰোৰ ভাঙি-ছিঙি ৰখীয়াক বধ কৰিব।

কংসই ৰংগশালা সজাই মালৰ হতুৱাই কৃষ্ণক বধ কৰিবলৈ পাঙিব। ৰাজ-চ'ৰাৰ মুখত থাপলৈ থকা কুবলয় হাতীৰ দাঁত উঘালি লৈ মাউতৰ সৈতে ইয়াক বধকৰি তেওঁ নাচোনৰ ভঙ্গিমাত ৰংগশালাত প্ৰবেশ কৰিব। তেতিয়া মাল যুঁজাকসকলে কৃষ্ণৰ বজ্ৰ-কঠোৰ শৰীৰ দেখি ভয় কৰিব, সাধাৰণ লোকে নৰশ্ৰেষ্ঠ বুলি ভাবিব,

তিৰোতাসমূহে মূৰ্তিমান কামদেৱ যেন দেখি কামপীড়াত আকুলিতা হ'ব, গোৱালসবে বুকৰ বান্ধৱ বুলি ভাবিব, দুষ্ট বজাসকলে তেওঁক শক্ৰ জ্ঞান কৰিব, বসুদেৱ-দৈৱকীয়ে নিজ পুত্ৰক দেখি আনন্দিত হ'ব, কংসই কালন্তক যম যেন দেখিব, অজ্ঞানীয়ে শিশু বোধে মানিব, ব্ৰহ্মজ্ঞানীয়ে পৰমব্ৰহ্ম জ্ঞান কৰিব আৰু ভকতবৃন্দই সাক্ষাত ভগবানক সন্মুখত পাই অন্তৰতে ভকতি যাচিব।

চানুৰ, মুষ্টিক, শল্ল, তোশল্ল প্ৰমুখ্য মাল খুঁজাৰুক বধ কৰি দুৰাচাৰ কংসৰ প্ৰাণ নাশিব। যিহেতু শোৱতে-খাওঁতে, উঠোতে-বহোঁতে শত্ৰুভাবে হ'লেও কৃষ্ণক চিন্তি থকাৰ কাৰণে মৃত্যুৰ পাছত কংসই কৃষ্ণৰূপ পাই বৈকুণ্ঠলৈ যাব। কংসৰ মৃত্যু দেখি তেওঁৰ আঠজন ভায়েকে অস্ত্ৰশস্ত্ৰলৈ খেদি অহা অপৰাধত কৃষ্ণই তেওঁলোকক সংহাৰণ কৰিব। বসুদেৱ দৈবকীক শৃংখলমুক্ত কৰিব; তেওঁলোক উভয়ে কৃষ্ণক পৰম ঈশ্বৰ জ্ঞান কৰি মনে মনে সংকোচিত হ'ব, মাক-দেউতাকৰ মনৰ খুকুৰি গুচাই অন্তৰত পুত্ৰ-বোধ জন্মাব। এনেকৈ পৃথিবীৰ মহাভাৰ খণ্ডাই ভকতসকলক তৃপ্ত কৰি নানান লীলা দেখুৱাব।

ইয়াৰ পাছত যজ্ঞসূত্ৰলৈ ব্ৰহ্মচৰ্য পালন কৰি জয়ন্তি দেশৰ সান্দীপনি বিপ্ৰৰ ঘৰত লোক প্ৰয়োজনাৰ্থে শাস্ত্ৰ অধ্যয়ন কৰিবলৈ যাব। শিক্ষা গ্ৰহণৰ পাছত গুৰুৰ অনুজ্ঞালৈ মথুৰা নগৰত বাস কৰিব আৰু সেই সময়ত গোবুলৰ গোপ-গোপীসকল কৃষ্ণ বিৰহত আকুলিত হৈ গৃহকৰ্মৰপৰা বিৰত থাকি সকলো মুহূৰ্তত কৃষ্ণক চিন্তি ৰ'ব, তেওঁলোকৰ একনিষ্ঠ ভক্তিয়ে ভগবানক বশীভূত কৰিব।

ভগবানে নিজে কৈছে,—

যদ্যপি ঈশ্বৰ মই কোটি ব্ৰহ্মাণ্ডৰ।

তথাপি অধীন মই ভকত জনৰ॥ ৭২ [ জন্ম-ৰহস্য ]

বৃষ্ণি বংশজাত উপগোৰৱৰ পুত্ৰ পৰম ভক্ত-বান্ধৱ উদ্ধৱক গোকুললৈ বাৰ্তাবাহক হিচাপে পঠিয়াই গোপ-গোপী সংস্থক তেওঁৰ বাতৰি জনাব। কংসবধ শুনি শহুৰেক জৰাসন্ধই বহুত সেনাবাহিনী লগত লৈ মথুৰা অৱৰোধ কৰিব, কৃষ্ণই সহজতে সেই আক্ৰমণ ব্যৰ্থ কৰিব।

তাৰ পাছত সাগৰৰ মাজত দ্বাৰকাপুৰী নিৰ্মাণ কৰাই মথুৰাবাসীক তাত সংস্থাপন কৰিব। মুচুকুন্দ ৰজাৰ হতুৱাই কালযৱন বধ কৰাব। মানৱলীলা দেখুৱাই জৰাসন্ধৰ ভয়ত পৰ্বত শিখৰলৈ পলাই যাওঁতে জুই লগাই দিয়াত মহা বিক্ৰমেৰে আঠাশ মাইল ওপৰৰপৰা জপিয়াই দ্বাৰকাত পৰিব।

ভীষ্মকৰ জীয়ৰী ৰুক্মিণীক হৰণ কৰি লৈ বিয়া কৰাব, জাম্বৱতী, সত্যভামা প্ৰমুখ্যে কেইবাজনী বিয়া কৰাই মহাসুখে গৃহবাস কৰিব। সত্যভামাৰ লগত গৈ প্ৰাগ্‌জ্যোতিষপুৰৰ অত্যাচাৰী ৰজা নৰকক বধি ষোল্ল হাজাৰ এশজনী গাভৰুক উদ্ধাৰ কৰি লৈ যাব। অদিতিৰ কাণৰ কুণ্ডল ঘূৰাই দিব।

উভতি আহোঁতে স্বৰ্গৰ পাৰিজাত উভালি আনি সত্যভামাৰ পদূলিত ৰুই দিব।

ইন্দ্ৰই সুধৰ্মা সভা প্ৰদান কৰিব, যাদৱবংশীয় লোকসকলক ধন-ঐশ্বৰ্য উইভনদাকৈ দিব, পুতেক-নাতিয়েকহঁতক লৈ গোটেইখন ৰৌৰোৱা হ'ব আৰু সেইবোৰ দেখি মহাযোগী নাৰদ মোহাচ্ছন্ন হ'ব। পাছত কৃষ্ণৰ অনুগ্ৰহত তেওঁৰ মোহ দূৰ হ'ব।

নাতিয়েক অনিৰুদ্ধক শোণিতপুৰলৈ হৰণকৰি লৈ যোৱাৰ পাছত বাণৰ জীয়ৰী উষাৰ অগ্নিগড়ৰ ভিতৰত দেখা পাই ৰজাই কুমাৰক বন্দী কৰি থ'ব। নাৰদৰ মুখে সেই খবৰ শুনি শ্ৰীকৃষ্ণ তালৈ গৈ বাণ ৰজাৰ লগত যুদ্ধ কৰিব। মহাদেৱৰ মধ্যস্থতাত ৰণ সামৰি উষাৰ সৈতে কুমাৰক লৈ আহিব।

যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ আগে আগে ভীমৰ হতুৱাই জৰাসন্ধক বধ কৰাব, শিশুপালৰ মুখত নিন্দনীয় বচন শুনি যজ্ঞথলীত সুদৰ্শন চক্ৰেৰে তেওঁৰ শিৰশ্চেদ কৰিব। শিশুপালৰ তেজধাৰা বৈ আহি কৃষ্ণৰ দেহত লীন হৈ ভক্তিৰ মাহাত্ম্য দেখুৱাব। শাল্ব, শৌভক, বিদূৰথ, দন্তবক্ৰ আদি অনাচাৰীহঁতক বধি বাৰাণসী তীৰত কাশী-ৰাজ পৌণ্ড্ৰকৰ মূৰ কাটিব।

সহপাঠী বিপ্ৰ দামোদৰক অনুগৃহীত কৰিব, তেওঁৰ দাৰিদ্ৰপীড়িত

ঘৰখন বিপুল ঐশ্বৰ্যৰে পৰিপূৰ্ণ হ'ব। দ্ৰৌপদীৰ মৃতপুত্ৰ ঘূৰাই দি অৰ্জুনৰ অংগীকাৰ পূৰ্ণ কৰি ভকতৰ লগত মিথিলালৈ যাব, শ্ৰুতদেৱ, জনকৰ মনোৰথ পূৰণ কৰিব।

কুৰু-পাণ্ডৱৰ মাজত বিবাদ লগাই, কুৰুক্ষেত্ৰ ৰণৰ অৱতাৰণা কৰি অৰ্জুনৰ ৰথৰ সাৰথিৰূপত সমগ্ৰ যুদ্ধ পৰিচালনাৰ ভূমিকাত কৌৰৱ-কুল বিনাশ কৰাই পাণ্ডৱক ৰাজ্যভাৰ দিব। এনেকৈ পৃথিৱীৰ পাপ হৰণ কৰি সত্য আৰু ন্যায়ৰ প্ৰতিষ্ঠাৰে, ঐশ্বৰিক আৰু মানৱীয় লীলামাহাত্ম্য দেখুৱাই কৃষ্ণ বহুবছৰ দ্বাৰকাত থাকিব। তেওঁৰ কেৱল শৰণ লৈ শ্ৰৱণ-কীৰ্ত্তন কৰি চণ্ডাল পৰ্যন্ত সমস্ত জীৱে বৈকুণ্ঠ লাভ কৰিব।

শেষত ঋষি অভিশাপৰ ফলত নিজ ৰূপত বৈকুণ্ঠ প্ৰয়াণ হ'ব।

দ্বাপৰৰ পাছত কলিযুগ পৰিব, বৌধ অৱতাৰ হৈ সমস্তকে মোহাচ্ছন্ন কৰি তুলিব, অন্যায় অধৰ্ম বাঢ়ি যাব। কপীন পিন্ধি, হাতত কমণ্ডলু লৈ, কান্ধত জোলোঙা আৰু দেহত ভস্ম ধূলি সানি পৰমহংস ব্ৰহ্মচাৰীৰ নামত মানুহক ঠগি খাব। বেদ-চৰ্চা লুপ্ত হ'ব। খোৱা-লোৱাত কোনো বাচ-বিচাৰ নামানিব। পাষণ্ডজনৰ সংখ্যা বাঢ়িব, সত্য-শৌচ-ধৰ্ম গুচিব। শাস্ত্ৰবিহিত কৰ্ম লোপ পাব, পুতেকে বাপেকৰ আৰু ঘৈণীয়েকে গিৰীয়েকক অমান্য কৰি চলিব, অধৰ্মই ধৰ্মক গিলিব। কিন্তু সেই দুৰ্ঘোৰ কলিযুগতো পূজা-যাগ-যজ্ঞ-দান এৰি কৃষ্ণ-গুণ নাম শ্ৰৱণ-কীৰ্ত্তন কৰি সংসাৰ তৰিব পাৰিব। কৃষ্ণ-ভক্তিৰ মহিমা দেখি সত্যকালৰ লোকেও কলিকালত জন্মিবলৈ বাঞ্ছা কৰিব।

কলিৰ শেষত কল্কি অৱতাৰ হ'ব। হাতত তৰোৱাল লৈ ঘোঁৰাত উঠি ম্লেচ্ছাচাৰী লোকক কাটি-মাৰি কেৱল সাধু-সজ্জনক ৰক্ষা কৰিব। বৌধ-শাস্ত্ৰসমূহ গুচাই পুনৰ বেদ প্ৰচাৰি সত্যৰ প্ৰৱৰ্ত্তনত ভগৱান কৃষ্ণ ৰ'ত হ'ব।

জগতৰ অন্যায়-অধৰ্ম চৰম সীমালৈ নামি গ'লে পুনৰ সত্যযুগ প্ৰৱৰ্ত্তন হোৱাৰ নিশ্চিত সম্ভাৱনাৰ বিষয়ে জন্ম-ৰহস্যত ব্যক্ত কৰিছে।

## ঃ গুৰু দায়িত্ব গ্ৰহণ ঃ

শংকৰদেৱ কোচবেহাৰত আছে। মাধৱদেৱে গণককুছিৰপৰা সঘনাই আই গোসাঁনী আৰু পাটবাউসীৰ ভকতসকলৰ খা-খবৰ ক'ৰবলৈ যায়। হৰিকথা নিতে শ্ৰৱণ-কীৰ্ত্তন কৰে। গুৰুজনৰ অনুপস্থিতিত যাতে কেও প্ৰসঙ্গৰ সকলোখিনি কৰণীয় কাৰ্য নিয়মিত-ভাবে চলি থাকে তালৈ তীক্ষ্ণ দৃষ্টি ৰাখে। অন্য ফালে গুৰুগৃহৰ ওপৰতো তেওঁৰ নজৰ আছে। ঠাকুৰ আতা, শ্ৰীৰাম আতা সমন্বিতে আন আন আতৈ-আতা মাধৱৰ সকলো সময়তে সহায়ক।

কেইদিন পাছত ভকতসকলৰ ওপৰত কাম কাজৰ দায়িত্ব এৰি মাধৱদেৱে বাণুকালৈ যোৱাৰ উদ্দেশ্যৰে গণককুছি এৰিলে। এইবাৰ নাৱেৰে নহয়, খোজ কাঢ়ি ওলাল। ওচৰ-পাজাৰৰ বিভিন্ন গাঁৱৰ মাজেদি দুৰণি ঠাইলৈ ঘূৰি পকি যাওঁতে মানুহৰ মাজত নামধৰ্ম প্ৰচাৰ কৰ তেওঁৰ একান্ত ইচ্ছা।

বইটামাৰিৰ শুভ পাটগিৰাৰ ঘৰত তিনিদিন বৈ মাধৱদেৱে পাটগিৰাৰ বংশৰ লোক সমন্বিতে সকলোকে নামধৰ্ম দিলে। বাট-পথৰ সুচল নাপায়েই হওঁক নাইবা সেই সময়ত থকা ৰাজনৈতিক বাধ-নিষেধৰ কাৰণেই হওঁক, মাধৱদেৱে দক্ষিণ-পশ্চিমেদি খোজ নাকাঢ়ি উত্তৰ ফালৈ গৈ গোহাঁই কমল-পথত উঠিল। তাৰপৰা পশ্চিম মুৱা হৈ গৈ অলপ দিনৰ ভিতৰতে নোৱা নগৰ ( উল্টাপানী ) পালে। ইয়াত ধৰ্ম প্ৰচাৰ কৰি দশম শাস্ত্ৰৰ পাণ্ডুলিপি এখন থৈ দাক্ষণৰ পথ ল'লে।

সেই পথেদি কেইদিনমান আহি বৰ্ত্তমানৰ কোকৰাঝাৰ চহৰৰ পাঁচ মাইলমান দক্ষিণে থকা মেধিপাৰা পালে। ইয়াতো নামধৰ্ম প্ৰচাৰ কৰি হাকামা-বিলাসীপাৰা হৈ সেইবোৰ ঠাইতো প্ৰচাৰকাৰ্য চলাই পৰ্বতজোৱাৰ পথেদি ৰঘুদেৱ নাৰায়ণদেৱৰ ৰাজ্যত সোমাই সোনকোঁহ পাৰ হ'ল।

কোচবেহাৰৰ পশ্চিমে ভেলা-ডোবাত গুৰুজনে ধৰ্ম-প্ৰচাৰ কৰি আছিল। মাধৱে তেওঁৰ শ্ৰীচৰণত প্ৰণাম জনাই পাটবাউসীৰ সকলো ভকতৰ বা-বাতৰি নিবেদন কৰি তেওঁ বাণ্ডুকালৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। বহুদিনৰ মূৰত পিতৃভূমিখন এবাৰ চাই-মেলি পাৰিলে বংশ-পৰিয়ালৰ লোকৰ মাজত ধৰ্ম-প্ৰচাৰ কৰা মাধৱদেৱৰ একান্ত আগ্ৰহ।

শংকৰদেৱে বাৰণ নকৰিলে, যোৱাৰ পথত কেৱল শিৱানন্দ লস্কৰৰ ঘৰত সোমাই যাবলৈ আজ্ঞা কৰিলে।

ভেলাডোবাৰপৰা দুই দিনৰ বাটত শিৱানন্দৰ ঘৰ। লস্কৰ আঢ্যবন্ত লোক। তেওঁ মাধৱদেৱ আৰু লগৰ ভকত কেইজনক তুলি-দলিছা গাৰুৰে সুন্দৰ বিছনাৰ ব্যৱস্থা কৰি দিলে। কঁহী-বাটি, লোটা-কলহ, কানি-কাপোৰ সকলো তপতিয়াৰ। কিন্তু অভকতীয়া •লস্কৰৰ প্ৰকৃতিলৈ লক্ষ্য কৰি ছোট আতাই ভাত ভৰিহালো নুখুলে। য'ৰ বস্তু ত'তেই পৰি ৰ'ল, দীঘলীয়া ৰাতিটো উপবাসে কটাই দিলে।

তিনিদিনৰ পাছত মাধৱদেৱে বাণ্ডুকা পালে। ককায়েকহঁতৰ ঘৰলৈ গ'ল। বহু বছৰৰ মূৰত দেৱৰেকক দেখি নবৌয়েক আনন্দিত, তেওঁ মাধৱক বহিবলৈ পীৰা আৰু ভৰি ধুবলৈ পানী দিলে। মাধৱ দেৱ যোৱা খবৰ পাই ওচৰৰ খুৰীয়েক-মাহায়েকহঁত আহি সকলোৱে তেওঁক ওঁৱা-তোকাকৈ মাতি-বুলি বেঢ়ি ধৰিলে। লগৰ ভকতে এই ব্যৱহাৰত মনে মনে অসন্তোষ পালে।

লবালবিকৈ নবৌয়েক পাক ঘৰত সোমাল, মাধৱে তেতিয়া নবৌয়েকক ক'লে, তেওঁ ভাত নাখায়। গুৰু গ্ৰহণ কৰিছে, অশৰণীয় ঘৰত খোৱা নচলে, এনেকি কাৰো হাতে পাগেও এতিয়া নচলে। যদি তেওঁলোকে গুৰুধৰ্ম গ্ৰহণ কৰে তেতিয়া হ'লে মাধৱে নিজে চাউল সিজাবলৈ সন্মত আছে। সেই কথা শুনি কঁথিত বহিথকা আটাই কেইজনী তিৰোতাই গিৰ্জনি মাৰি হাঁহি ভাচ্ছিল্য-সুৰত প্ৰশ্ন কৰিলে, তেওঁলোক অধৰ্মী নেকি? নতুনকৈ ধৰ্ম লোৱাৰ আৱশ্যকতা কি? এতিয়া যে নবৌয়েকৰ হাতে নেখাও বুলিছে, আগৰ খোৱাবোৰ ক'ত এৰিলে?

মাধৱ দেৱে নিজৰ সম্বন্ধীয়া তিৰোতা কেইগৰাকীৰ সৈতে তৰ্ক কৰিবলৈ ইচ্ছা নকৰিলে। সৰহপৰ নাথাকি ককায়েকৰ ঘৰত অনাদৃত ভাবে পৰিথকা দশম শাস্ত্ৰখন দেখাপাই সেইখন সাতসেৱা কৰিলৈ ককায়েকৰ ঘৰএৰি গুচি আহিল। অনাচাৰী আত্মীয়-স্বজনবৃন্দৰ দুৰ্বাসনা আঁতৰি নোযোৱাৰ কাৰণে তেওঁৰ অন্তৰত দুঃখ লাগিল। অৱশ্যে মাধৱে তেওঁলোকক বুজাই-মেলি ধৰ্ম দিয়াহেঁতেন ভাল আছিল, কিন্তু তেওঁ অলপো চেষ্টা নকৰাকৈ উঠি গ'ল, হয়তো তেওঁ বুজি পালে, শাক্তধৰ্মী মানুহৰ মাজত তেওঁৰ কাম সহজতে নিসিজিব।

তিৰোতা এজনীয়ে তোৰচা নদীৰ উজনিত কাপোৰ ধুই আছে, মাধৱে আগেয়ে পাৰ হৈ যোৱা ঘাটেৰে নামিব খুজিলে। তিৰোতা জনীয়ে চিঞৰিলে,—বাপু, সেইপিনে নানামিবা, বৰ দ'। ছোটআতাই লাপুটিৰে জুখি চালে, এবা বৰ গভীৰ পানী। ভকতসকলৰ সৈতে অইন ফালেদি পাৰ হৈ আহিল। মনে মনে তিৰোতাজনীক প্ৰশংসা কৰিলে, তেওঁৰ কাৰণেহে শাস্ত্ৰখন নিতিজাকৈ ৰ'ল।

তাৰ পাছত মদন কাজীৰ ঘৰত এনিশা থাকিল। গোটেই পৰিয়ালটোৱে শ্ৰদ্ধাৰে মাধৱৰ সেৱা কৰিলে। তেলীকৃষ্ণৰ ঘৰতো বৰ আগ্ৰহেৰে পতি-পত্নী সহকাৰে পৰমাৰ্থ বস্তু গ্ৰহণ কৰিছে।

ভেলাডোবাত উপস্থিত হৈ শংকৰদেৱৰ চৰণত সেৱা জনাই, জিৰাই-শঁতাই ছোটআতাই বাণ্ডুকা-যাত্ৰাৰ অভিজ্ঞতাখিনি একালৰ-পৰা ভাঙিধৰি ক'লে,—বোলে বাপ, আগে আৱৰিথৈলে, ধৰ্মৰ কথা কোৱা হ'লত উপহাস্যকৈ গুচি গ'ল।

গুৰুজনে উত্তৰ দিলে, বোলে বঢ়া পো, সম্বন্ধ বন্ধ, মিত্ৰ বন্ধ, লগ্ন বন্ধ, লগুণ বন্ধ; এই চাৰিত নাই ভক্তিৰ গন্ধ।

মাধৱদেৱে গুৰুজনৰ লগত এঘাৰ দিন হৰিকথা-সুখত কটাই পুনৰাই গণককুচিলৈ উভতি আহিল।

তেওঁ কোচবেহাৰত নৰনাৰায়ণ অথবা চিলাৰায়ৰ লগত সাক্ষাৎ নকৰিলে, এই সম্পৰ্কে এদিন মাধৱদেৱ যোৱা খবৰ পাই দেৱানে

সুধিলত শংকৰদেৱে উত্তৰ দিলে, তাৰ (মাধৱদেৱৰ) নিৰ্বিষয় নিৰ্বিকাৰ, নিৰপেক্ষ, নিৰাশা, নিৰ্গুণ ; তেওঁ বজাৰ ওচৰলৈ নাযায়।

কোচৰজাৰ পৰিয়াল-পৰিজনৰ আগত কৃষ্ণৰ বিভিন্ন লীলা-প্ৰসঙ্গ দেখুৱাৰ উদ্দেশ্যৰে শংকৰদেৱে তাঁতীকুচিৰ মৰলৰ ঘৰত কাপোৰ বৰলৈ দিয়ালে, বৃন্দাবনী-কাপোৰ। জন্মৰপৰা শিশুলীলাৰ সমস্ত ঘটনাবাজি গুৰুজনৰ তত্ত্বাৱধানত বাৰ-বৰণীয়া আঁচু-সূতাৰে বাছি-বৈ উলিয়াব লাগে। এদিন শংকৰদেৱৰ গা অসুখ, তেওঁ ছোট আতাক পঠিয়াই দিলে। প্ৰথমতে যাব খোজা নাছিল যদিও, গুৰুবাক্য এৰাব নোৱাৰিলে, তেওঁ গ'ল।

কাপোৰখনত ভাঁজ লাগিছে, তাঁতীয়ে বহু চেষ্টা কৰিও ঠিক কৰিব পৰা নাই। মাধৱদেৱে তাঁতীক দেখুৱাই-মেলি ভাঁজ মৰাই আকৌ বৰলৈ দিয়ালে। গধূলি পাটবাউসীলৈ উভতি গৈ সেইদিন এবেগেত কাপোৰ বৈ উলিয়াব কথা ক'লত গুৰুজনে প্ৰশংসা কৰি ক'লে, তেওঁ বোলা তোমাৰ ঈশ্বৰ-শক্তি নাই। মই জানোঁ, মোতকৈ বঢ়া তোমাৰ।

বৃন্দাবনী কাপোৰসহ কোচবেহাৰলৈ যাত্ৰাকৰাৰ পথত শংকৰদেৱ গণককুচিত সোমাই বঢ়া-পোৰ লগত এটি নিশা মহা আনন্দেৰে কটালে। আগদিনা শ্ৰীৰামৰ আগত খবৰ দি পঠিয়াইছিল, গুৰুজন মাধৱৰ ঠাইলৈ আহিব। খবৰ শুনি ছোটআতাই বাট-পথ চিকুণাই, ঘৰ-দুৱাৰ ভালকৈ সৰাই-মচাই পৰিষ্কাৰকৈ ৰাখিলে।

নৈৰ ঘাটত আগ্ৰহেৰে বাট চাই থকা মাধৱে গুৰুজনৰ নাৱখন দেখি আনন্দিত হ'ল। আগবঢ়িগৈ গুৰুজনক নাৱৰপৰা তুলি ঘৰলৈ আদৰি ল'লে। পৰম শ্ৰদ্ধাৰে ভৰি ধুৱাই আসন দিলে আৰু তেওঁৰ অভয় পদত পৰি সেৱা জনালে।

সেই নিশা গুৰুজনে বঢ়া-পোক চাউল সিজাবলৈ ধৰিলে, গুৰু-শিষ্য একে পাগত খাব। মাধৱ সম্মত ন'হল, গুৰুজনাক তেওঁ চাউল সিজাই মুখুৱাই, খুৱাব নোৱাৰে। শংকৰৰ বংশ-পৰিয়াল অনেক, এবাৰ বৰ আতাক খুৱালে, এইকথা শুনি বংশৰ আনলোকেও মাধৱৰ হাতে

খাবলৈ খুজিব। তেতিয়া তেওঁলোকেও সক আভাক খুৱাবলৈ জোৰ কৰিব। একালেদি আকৌ শংকৰদেৱে জাতি-কুটুম কাৰো হাতে নাখায়, মাধৱৰ হাতে খোৱা বুলি শুনিলে তেওঁলোক ক্ষুণ্ণ হ'ব। তেওঁৰ দৃঢ়মন কোনোপধ্যেই নটলিল, গুৰুপুত্ৰ ৰামানন্দ ঠাকুৰৰ হতুৱাই মাধৱে ৰন্ধা ব্যৱস্থা কৰালে।

পৰম তৃপ্তিৰে খাই-বৈ নিশা গুৰুজন মাধৱদেৱৰ সৈতে একেখন বিছানত শয়ন কৰিলে। ওৰেনিশা গুৰু-শিষ্যৰ টোপনি নাই। গুৰুজনে অতি সংক্ষেপে ৰাৰ-স্বন্ধ চৰ্চি, পত্নী, পুত্ৰ, নাতি, পৰিনাতি, জীয়ৰী, বোৱাৰী, ভকত সমন্বিতে সমস্ত স্বৰ্গ পৃথিবীৰ কথা বঢ়াৰ পোৰ আগত সদৰিকৈ ক'লে। এটা পাত্ৰৰপৰা অইন এটালৈ ঢালিদিয়াৰ দৰে শংকৰদেৱৰ শক্তি-ভক্তি-বল-পৰাক্ৰম সবাকে তেওঁৰ প্ৰিয়তম শিষ্যৰ ভিতৰলৈ ঢালি-বাকি, সঞ্চাৰিত কৰি গুৰুজন নিশ্চিন্ত হ'ল।

পুৱা নাৱত তুলি দিবলৈ গৈ মাধৱে আধুলি এটি আগবঢ়াই গুৰুজনৰ ভৰিত পৰি কান্দি কান্দি বিদায়-সম্ভাষণ জনালে। ভৰিহাল চকুলোৰে তিতি গ'ল। গুৰুজনে তেওঁৰ পৰম ভক্তক দুয়োখন হাতেৰে সাৱটি ধৰি তুলিলে। বিদায় বেলিকা সন্তপ্ত ভকতসকলক সম্বোধনকৰি গুৰুজনে উপদেশ দিলে, আমাৰ অতি আদৰৰ বঢ়া-পোক আমি জ্ঞান কৰি মানসংকাৰ জনাই সদেও মিলা-প্ৰীতিৰে ধৰ্মতৰৈ দিন কটাবাহক।

মাধৱদেৱক ঘোষা-শাস্ত্ৰ ৰচনা কৰিবলৈ আজ্ঞা শুনাই নাৱ মেলিবলৈ ক'লে। লাহে লাহে নাৱখন ভটিয়ালে, মাধৱদেৱে আন আন ভকতৰ লগত নথান্দা জানৰ পাৰত থিয় হৈ সলোতক নয়নেৰে একেথিৰে গুৰুজনৰ চৰণযুগলত দৃষ্টিৰাখি চাই ৰ'ল।

জানৰ আক এটি মোচৰ পাৰ হৈ গ'ল। নল-খাগৰি আক ইকৰা বনৰ মাজেদি বৈ কুলু কুলু সোঁতে নাৱখন দৃষ্টি বহিৰ্ভূত কৰিলে। মাধৱদেৱৰ করুণ অন্তৰভেদি বিদায়ক্ষণৰ এটি গভীৰ হুমুনিয়া ওলাই আহিল।

মাধৱদেৱ প্ৰকৃততে সেই স্মৰণীয় দিনৰপৰা গুৰুআসনত অধিষ্ঠিত

বুলিব পাৰি। ইয়াৰ কিছুদিন পাছত শংকৰদেৱৰ অন্তিম কাল সমাগত হোৱাত ৰব পুতেক ৰামানন্দই দেউতাকৰ ওচৰত বৈকুণ্ঠৰ সৰ্বহ, পৰম-বস্তু যেতিয়া খুজিলে, গুৰুজনে উত্তৰ দিলে, তেওঁৰ দিবলৈ আৰু একোৱেই নাই, শক্তি-ভক্তি-বল-পৰাক্রম সবেখানি বঢ়াব পোৰ হাতত থৈ আহিল, গুৰু বোধে পুতেকে সুধি ল'ব পাৰিব।

পোন্ধৰশ উনসত্তৰ চনত মহাপুৰুষজনাৰ দহদিনীয়া পাবিত্রিক-কৰ্ম উপলক্ষ্যে সকলো ভকত, আতৈ-আতা সমবেত হোৱাত, ৰামানন্দৰ মুখেদি গুৰু-পুৰুষৰ অন্তিম নিৰ্দেশ শুনি, সকলোৱে শ্রদ্ধাভাজন মাধৱদেৱৰ উজনি-মধ্য আৰু পশ্চিম অসমৰ ধৰ্মৰ গৰাকী পতা হ'ল। ঠাকুৰ আতাই এইকথা ঘোষণা কৰি গুৰুৰ পূৰ্ণ মৰ্যাদাৰে শৰাই এখনত কাপোৰ-টকা আৰু মালা মাধৱ দৰলৈ আগবঢ়ালে।

সকলো ভকতে হৰিধ্বনি কৰি খোল-তাল-ৰৰকাঁহ বজাই ৰীতি অনুসৰি ধৰ্মাধিকাৰৰ অভিষেক মহোৎসৱ সম্পন্ন কৰিলে।

মাধৱ পুৰুষে আই গোঁসানীক প্রণাম জনাই, প্রাণসম সকলো ভকতক আশ্বাস দি ঠাকুৰ আতা আৰু শ্রীৰাম আতাৰ সৈতে গণক-কুচিলৈ গ'ল।

তেওঁৰ দায়িত্ব আগতকৈ বহুত বাঢ়িল, কীৰ্তনঘৰ, হাটী-বাটী সকলো ফালেই নজৰ দিবলাগে, ভকতৰ সমস্যাসমূহ সমাধান কৰি আই গোঁসানীৰ পৰিয়ালৰ ওপৰত চকু ৰাখিব লাগে ; ইয়াৰ উপৰিও নিজৰ সাধন-ভজন আৰু গ্রন্থ ৰচনাৰ কাম আছে।

এটা বছৰ বাগৰি গ'ল। গুৰুপুত্র ৰামানন্দ বসন্ত ৰোগত ঢুকাল। ঘৰখনত আলাই-আথানি, ল'ৰা-ছোৱালীবোৰ সক সক, হৰিচৰণ ঠাকুৰৰ মূৰৰ বিকৃতি ; তাতে আকৌ গুৰুজন খেতি-পথাৰলৈও চাব লগীয়া হৈছে। চাকৰ-বাকৰ কেইবাজনো পলাই গ'ল। আপদকালত সজ দিহা-পৰামৰ্শ দিবলৈ বংশৰ কোনো লোক আগবাঢ়ি নাহিল।

মাধৱদেৱে নিতৌ পাটবাউসীলৈ গৈ গুৰুপত্নী আৰু তেওঁৰ নাবালক পুতি-নাতিৰ খা-খবৰ কৰে। বলিয়া গুৰুপুত্ৰক বেজৰ নিৰ্দেশ

মানি চিকিৎসা কৰিবলৈ ধৰিলে। উদাসীন হৈও গৃহীতকৈ বেছি তৎপৰতাৰে গুৰুজনৰ ঘৰখন চম্ভালিব লগীয়াত পৰিল।

শংকৰদেৱৰ খুৰাকৰ পুতেক ৰতিকান্ত দলে, মাধৱদেৱ সদায় ককায়েকৰ ঘৰলৈ যোৱা কাৰণে তেওঁৰ চকু পুৰিল। এদিন ছোট আতাক বাটত লগধৰি বহুত কিবা-কিবি চৰিত্ৰ-হনন বিষয়ক অশ্ৰাব্য কথা ক'লে। উদাসীন ভকত এজনে তিনিজনীকৈ বিধৱা থকা ঘৰখনলৈ নিতে নিতে কেলৈ যায়? কুৰ্চটীয়াৰতি কান্তৰ লাওপাত-কচুপাত মুখখন বহু সময়লৈ জাপ নাখালে।

ভিতৰি লজ্জিত হ'লেও মাধৱে ৰতিকান্তৰ আগত একো উত্তৰ নিদিলে, তলমুৰকৈ আই গোঁসানীৰ ওচৰলৈ গৈ তেওঁক নমস্কাৰ জনালে। কথা প্ৰসঙ্গত তেওঁ দুখমনেৰে ৰতিকান্তৰ দুৰ্ব্যৱহাৰ উল্লেখ কৰি গুৱাগছালৈ যাব বুলি ক'লে। গুৱাগছা পাটবাউসীৰপৰা দূৰত, তাত থাকিলে টুটকীয়াইঁতে এনেকৈ যিহকে-তিহকে উলিয়াই কুৰিব নোৱাৰিব।

গুৰুপত্নীয়ে বাৰণ কৰিলে, মাধৱ তেনেকৈ চকু-চৰহাইঁতৰ কথাত আঁতৰি গ'লে তেওঁৰ ঘৰখন সমূলঞ্চে বুৰিব। গুৱাগছা দূৰ, ত'ৰপৰা পুৱা-গধূলি আহি খবৰ এবাৰেই কৰিব নোৱাৰিব। কাউৰিয়ে কেলকেলালে যেনিবা, মানুহে নিজৰ ঠাই এৰি যাব নে? মাধৱ সুন্দৰীতে থাকক।

সুন্দৰী, ৰূপহী তিৰোতাৰ বাসস্থান কাৰণেই বোধকৰোঁ ঠাই-ডোখৰ সেই নামেৰে জনাজাত হ'ল। গুৰুজনে পূৰ্বতে সেইডোখৰ ঠাইত বসতি কৰিবলৈ মাধৱক নিষেধ কৰি থৈছিল। কেঁকে-গেঁথো মনেৰে সেইকথা গুৰুপত্নীক সোঁৱৰাই দিলে।

তুমি মোক কোন বুলি ভাবিছা?—মাধৱৰ কথা শুনি কালিন্দী আই সুধিলে।

গুৰুজন পূৰ্ণ বৈকুণ্ঠৰ ঈশ্বৰ, আৰু আপুনি তেওঁৰ পত্নী, সাক্ষাৎ লক্ষ্মী।—মাধৱদেৱে টপৰাই উত্তৰ দিলে।

প্ৰভুৱেই বাৰণ কৰিছিল, মই তেওঁৰ বাক্য শিৰত লৈ তোমাক

ৰাখিলে। মোৰা বাপু, তুমি সুন্দৰীতে থকাগৈ, তোমাক দেখিলে শতেক সুন্দৰীৰ মনৰ বাসনা ছাৰখাৰ হ'ব।

গুৰুপত্নীৰ বাক্য অমান্য কৰিব নোৱাৰিলে, মাধৱে সুন্দৰীৰ খীৰা ঘড়ৰ বাৰী-বস্তিৰ ভিতৰত ঘৰ-দুৱাৰ সজাই বাস কৰিবলৈ ল'লে। ত'ৰপৰা গুৰুপত্নীৰ খা-খবৰ লৈ থাকিল।

## ৰাজসূয় কাব্য ৰচনা

শংকৰদেৱে কৈছিল, 'বোলে বঢ়া-পো, মই আগ-গুৰিয়ে ধৰোঁ, তুমি উঠা মাজত। সাৰকাঢ়ি গুৰুজনে কৈলে হৰিবংশ মিশ্ৰদি ৰুক্মিণী-হৰণ, কুৰুক্ষেত্ৰ, ছোট আতা ৰাজসূয়। গণককুচিত কাব্যখন ৰচনা কৰিবলৈ হাতত লৈছিল যদিও গুৰুজনৰ মহাপ্ৰয়াণৰ পাছত সুন্দৰীতহে পুথিখন সম্পূৰ্ণ কৰিলে। পুথি প্ৰণয়ণকৰি থাকোঁতে গোপাল (আতা) এজন সন্যাসীৰ লগত মাধৱদেৱক সাক্ষাৎ কৰিবলৈ আহিছিল; কিন্তু সেইবেলি তেওঁ কথা-বতৰা নাপতিলে। এই বিষয়ে কথা-গুৰু চৰিতত উল্লেখ আছে।

বৈষ্ণৱযুগত ৰচিত গ্ৰন্থসমূহৰ ৰীতি অনুসৰি কৃষ্ণক নমস্কাৰ জনাই গুৰু কৃপা-উপদেশ শিৰোগত কৰি কবিয়ে কাব্যখনৰ পাতনিত বিষয়-বস্তুৰ সংক্ষেপ বৰ্ণনা ডাঙিধৰি চেনী মিহলি গাখীৰৰ নিচিনা ভাগৱতৰ পদৰ লগত আন বৈষ্ণৱ-শাস্ত্ৰৰ পদ মিহলাই উত্তম সোৱাদ-পূৰ্ণ কৰাৰ উল্লেখ কৰিছে।

মহাভাগৱত পদ সাক্ষাতে অমৃত।
আনো শাস্ত্ৰ-মত কিছু কৰিবো মিশ্ৰিত॥
অন্যে অন্যে ৰসে আতি হৈবে মনোৰম।
যেন চেনী মিশ্ৰে দুগ্ধ স্বাদত উত্তম॥ ১১॥ [ৰাজসূয়]

ৰাজসূয় কাব্যত কৃষ্ণৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্নকৰা হৈছে। এদিন কৃষ্ণই মহা আড়ম্বৰেৰে প্ৰবেশ কৰি দ্বাৰকা নগৰত থকা সুধৰ্মা সভাৰ ৰত্নময় সিংহাসনৰ ওপৰত বহি আছিল।

জৰাসন্ধই কৃষ্ণ-ভক্তিপৰায়ণ অনেক ৰজাক অন্যায়ভাৱে গিৰি-গহ্বৰত বন্দী কৰি অশেষ দুখ-যাতনা ভুগাইছে। সেই খবৰ এজন দূতৰ যোগেদি পঠিয়াই তেওঁলোকে অনুৰোধ কৰিলে, কৃষ্ণই যেন তেওঁৰ ভকত-ৰজাসকলক মুকলি কৰি মহাগৰ্বী জৰাসন্ধৰ উৎপীড়নৰ-পৰা ৰক্ষা কৰে।

শ্ৰীকৃষ্ণৰ আগত সেই বাৰ্ত্তা নিবেদন কৰি থাকোঁতে দেৱৰ্ষি নাৰদ সভাত উপস্থিত হ'ল। নাৰদক স্বাগত-সম্ভাষণ জনোৱাত মুনিয়ে বেদ-মন্ত্ৰ উচ্চাৰণ কৰি সভাস্থ লোকৰ সৈতে কৃষ্ণক আশীৰ্বাদ কৰিলে। তাৰ পাছত তেওঁ ক'লে, যুধিষ্ঠিৰে ৰাজসূয় যজ্ঞত কৃষ্ণক অৰ্চনা কৰিবলৈ মনস্থ কৰিছে আৰু সেই উপলক্ষে তেওঁক নিমন্ত্ৰণ জনাবলৈ নাৰদ আহিছে।

শৰণীয়া ৰজাসকলৰ মুক্তি আৰু পাণ্ডৱৰ ইন্দ্ৰপ্ৰস্থ পুৰীত আয়োজিত ৰাজসূয় যজ্ঞ, কি কাৰ্যৰ ওপৰত কৃষ্ণই অগ্ৰাধিকাৰ দিব? যদুবীৰসকলৰ অভিমত বিচাৰিলে, যিহেতু বন্দীয়াৰ ৰজাসকলৰ দূত প্ৰথমতে আহিল, সেয়ে জৰাসন্ধ ৰজাক বধকৰি নিৰ্যাতিতসকলক মুক্তি দিব লাগে বুলি যদুবীৰসকলে কৃষ্ণৰ আগত মত ব্যক্ত কৰিলে। তেওঁলোকৰ কথা-বতৰাত গৰ্ব-অহংকাৰ থুটি উঠিল। তেতিয়াই গৈ যেন জৰাসন্ধক ঘূণুলা কৰি তেওঁৰ ধন-ঐশ্বৰ্য কাঢ়ি-ধুহি আনিব।

মদগৰ্বী বীৰসকলৰ বৃথা আড়ম্বৰপূৰ্ণ কথাত প্ৰত্যয় নামানি, শ্ৰীকৃষ্ণই পুনৰ মন্ত্ৰণাদাতা উদ্ধৱৰ পৰামৰ্শ বিচাৰিলে। তেতিয়া বচন-পণ্ডিত, মহন্ত উদ্ধৱে মাধৱক নমস্কাৰ জনাই অতি নম্ৰভাৱে উত্তৰ দিলে, ৰাজসূয় যজ্ঞৰ ঘোঁৰাৰ সৈতে দিগ্বিজয়ৰ উদ্দেশ্যে দেশ-বিদেশ ঘূৰিবলৈ যাওঁতে ভীমৰ হতুৱাই দ্বৈৰথ যুঁজত জৰাসন্ধক বধ কৰাই অৱৰুদ্ধ নৃপতিসবৰ দুৰ্গতি খণ্ডন কৰ ভোৱেই উত্তম। একে যাত্ৰাত পাণ্ডৱৰো যজ্ঞকৰ্ম সিদ্ধে, ৰজাসকলেও মুক্তি পায়।

শ্ৰীকৃষ্ণ সৰ্বজ্ঞ, সৰ্বঅন্তৰ্যামী নাৰায়ণ; তেওঁ সকলো কথাৰ আতি-গুৰি জানে, তথাপি মানৱলীলা দেখুৱাই বন্ধু-বান্ধৱ, আত্মীয়-স্বজনক

সুধি-পুচি সমীচীন হ'লে কৰ্তব্যত আগবাঢ়ে। তেওঁ পৰামৰ্শদাতা উদ্ধৱৰ যুক্তি মানি ল'লে।

ইন্দ্ৰপ্ৰস্থলৈ যোৱাৰ আয়োজন হ'ল। উদ্ধৱ অন্তঃপুৰলৈ গৈ ৰুক্মিণী প্ৰমুখ্যে কৃষ্ণৰ মহিষীসকলক প্ৰস্তুত কৰালে। সকলোৱে নিজৰ নিজৰ যান-বাহনত উঠিল। কৃষ্ণই সভাৰপৰা বাহিৰে বাহিৰে গৰুড়ৰ পিঠিত আৰোহণ কৰিলে। বলভদ্ৰ, শাম্ব, কামদেৱ প্ৰভৃতি বীৰৰ ওপৰত দ্বাৰকা নগৰৰ সুৰক্ষাভাৰ অৰ্পণ কৰি অসংখ্য হাতী, ঘোঁৰা, ৰথ-ৰথীৰ সৈতে সেনাবাহিনীৰ বিপুল সমদল সাজি যাত্ৰা আৰম্ভ হ'ল। এই যাত্ৰাকালত মাধৱদেৱে শ্ৰীকৃষ্ণৰ শাৰীৰিক সৌন্দৰ্যৰ বিস্তৃত বৰ্ণনা দিছে।

পৰম সুহৃদৰ আগমনবাৰ্তা পাই যুধিষ্ঠিৰে আত্মীয়-কুটুম, সহোদৰ, পুৰোহিত আৰু গায়ন-বায়নৰ সৈতে আগবাঢ়ি গৈ শ্ৰীকৃষ্ণক অভিবাদন জনালে। কৃষ্ণ আৰু যুধিষ্ঠিৰৰ আনন্দ লোতক বাগৰি ওলাল। ভীম-অৰ্জুনে কৃষ্ণক সাৱটি ধৰিলে, নকুল-সহদেৱে নমস্কাৰ জনালে। পাণ্ডৱৰ ইন্দ্ৰপ্ৰস্থ নগৰী শ্ৰীকৃষ্ণৰ উপস্থিতিত ধন্য হ'ল। দ্ৰৌপদীয়ে দ্বাৰকাৰপৰা অহা মহিলাসকলক আদৰ-সন্মান জনাই থকা-খোৱাৰ দায়িত্ব নিজৰ ওপৰত ৰাখিলে। সকলো লোকৰ বাবে ঘৰ-দুৱাৰ, কাপোৰ-কানি আৰু নানান বিচিত্ৰ সম্ভাৰ প্ৰয়োজনতকৈ অধিক পৰিমাণে যোগান ধৰিলে।

যজ্ঞানুষ্ঠান আৰম্ভৰ আগতে চাৰিও দিশৰ ৰজাসকলক পৰাজিত কৰি একছত্ৰী ৰজা হ'বলৈ কৃষ্ণই যুধিষ্ঠিৰক পৰামৰ্শ দিলে। এইবাবে ধৰ্মৰাজে বিশেষ চিন্তা কৰিব নালাগে, যিহেতু ৰজা ভক্তি-পৰায়ণ, তেওঁৰ বিজয় সুনিশ্চিত। অইন ৰজাৰ ক্ষেত্ৰত ভাবিবলগীয়া নাই; কিন্তু মাগধৰ অধিপতি জৰাসন্ধ দুৰ্জয় বীৰ। তেওঁক পৰাস্ত কৰা সহজ নয়; তথাপি যুধিষ্ঠিৰ নিশ্চিন্ত থাকক, কৃষ্ণই ভীম আৰু অৰ্জুনক লগত লৈ জৰাসন্ধক নিপাত কৰিব।

ভীম-অৰ্জুন আৰু কৃষ্ণ ব্ৰাহ্মণৰ বেশত জৰাসন্ধৰ ভিতৰ কোঠালিত প্ৰবেশ কৰি ৰজাৰ আয়ু-যশ-কীৰ্তি-ধৰ্ম হওঁক বুলি কপট আশীৰ্বাদ

দিলে। তেওঁলোকে ৰজাৰপৰা দান বিচাৰি হৰিশ্চন্দ্ৰ, বলি, শিবি প্ৰভৃতি ৰজাৰ বদান্যতাৰ দৃষ্টান্ত উল্লেখ কৰিলে।

জৰাসন্ধই লক্ষ্য কৰিলে, প্ৰাৰ্থীসকল বামুণ নহয়, ক্ষত্ৰিয়। যুদ্ধলৈ ভয়কৰি ছদ্মবেশেৰে ভিক্ষা মাগি ফুৰিছে। তথাপি তেওঁ যাচকক বিমুখ নকৰে, যি খোজে তাকেই দিব। শ্ৰীকৃষ্ণই ৰজাৰ কৌতূহল লক্ষ্য কৰি ভীম-অৰ্জুনৰ পৰিচয় ডাঙি ধৰি, নিজকে জৰাসন্ধৰ প্ৰাণ-বৈৰী বুলি কৈ দ্বৈৰথ যুদ্ধ খুজিলে।

জৰাসন্ধৰ আপত্তি নাই। কিন্তু ভয়াতুৰ কৃষ্ণৰ লগত তেওঁ যুঁজ নকৰে, অৰ্জুন তেওঁৰ সমকক্ষ যুজাৰু নহয়। যুদ্ধত পৰাক্ৰমী বুলি ভীমৰ নাম শুনিছে, গতিকে, তেওঁৰ দৰ্প চূৰ্ণ কৰি পঠিয়াবলৈ জৰাসন্ধই ইচ্ছা প্ৰকাশ কৰিলে। লো-নিৰ্মিত প্ৰকাণ্ড গদা দুটা অনালে, তাৰে এটা ভীমক পছন্দমতে লব'লৈকৈ দুয়ো যুদ্ধ-ক্ষেত্ৰলৈ আগবাঢ়িল।

· ৰাজ-হাউলিৰপৰা কিছু আঁতৰত যুঁজৰ থলী। ভীম আৰু জৰাসন্ধৰ মাজত ভয়ানক গদাযুঁজ আৰম্ভ হ'ল। মাধৱদেৱে এই যুঁজখন বৰ সংযত অথচ বেছ উত্তেজনাপূৰ্ণভাৱে বৰ্ণনা কৰিছে। নগৰীয়া লোকে এই যুঁজ চাবলৈ গ'ল। কৃষ্ণ-অৰ্জুনেও একাষৰীয়া হৈ থিয় দি ৰ'ল। দুই মহাবীৰৰ গদাযুঁজ, গদাই গদাই কোব লাগি জুইৰ ফিৰিঙতি জাকে জাকে উফৰি ওলাল। পৰস্পৰে মৰিয়াবলৈ ছল চাই, ঘূৰি-পকি জপিয়াই নগৰা-বাগৰিকৈ থাকিল। উভয়ৰ শৰীৰ, ক্ষত-বিক্ষত, বিভিন্ন অংগত গদাৰ কোব, দুঃ দুঃ। কেৱে কাকো পৰাহত কৰিব পৰা নাই।

দুৰ্ধৰ্ষ যুঁজখন চাবলৈ দেৱতাসকলো আহিল। সিদ্ধ-মুনি, বিদ্যাধৰ, গন্ধৰ্ব-চাৰণ, অপেশ্বৰী সকলো বাদ নপৰিল।

বীৰ যোদ্ধা দুজনৰ দেহত গদা চূৰ্ণীকৃত হোৱাত পৰস্পৰে বাহু-যুদ্ধত অৱতীৰ্ণ হ'ল। মাৰ-কিল, ঘুচিয়া-ঘচি, দবৰা-দবৰি চলিয়েই থাকিল :. হাৰ-জিত কাৰো নাই।

শ্ৰীকৃষ্ণৰ মনত পৰিল, ছিৰি নামাৰিলে জৰাসন্ধক মাৰিব নোৱাৰে, তেওঁ তৃণ এডাল হাতত লৈ ভীমৰ দৃষ্টিগোচৰ হোৱাকৈ ছিৰি তেনেকৈ

প্ৰতিযোদ্ধাকে মাৰিবলৈ ইংগিত কৰিলে আৰু তেওঁৰ ইচ্ছাশক্তিৰে ভীমৰ মনত উৎসাহ-উদ্দীপনা বঢ়াই দিলে।

ছেগবুজি মহাবলী জৰাসন্ধক মাটিত বগৰাই লৈ ভীমে বজ্ৰাৰ ভৰি এখনত গচকি ধৰি দুয়োহাতেৰে সিখন ভৰিত আজুৰি শৰীৰটোক দীঘলে দীঘলে ছিৰি পেলালে। জৰাসন্ধৰ মৃত্যুৰ পাছত তেওঁৰ পুতেক সহদেৱক শ্ৰীকৃষ্ণই মগধৰ সিংহাসনত বহুৱাই, বন্দীয়াৰ ৰজাসকলক মোকোলাই দি আনন্দ মনেৰে ইন্দ্ৰপ্ৰস্থলৈ উভতি গ'ল।

যুধিষ্ঠিৰে ৰাজসূয় যজ্ঞ আৰম্ভ কৰিলে। ধৃতৰাষ্ট্ৰ পুতেকসকলৰ সৈতে তাত উপস্থিত হ'ল বিদুৰ, ভীষ্ম, কৰ্ণ প্ৰভৃতি সকলো আহিল। বিজিত নৃপতিসমূহ কৰ কাটলসহ যজ্ঞথলী ভৰি পৰিল। ৰজা-প্ৰজা, মুনিহ-তিৰোতা, ল'ৰা-ছোৱালী সকলোৰে দলদোপ্-হেন্দোল দোপ। কামৰূপৰপৰা ভগদত্ত ৰজা গ'ল। কিন্তু তেওঁ তাকৰীয়াকৈ ধন মিয়াৰবাবে দুৱৰীয়ে যজ্ঞমণ্ডপৰ ভিতৰলৈ সোমাব নিদিলে। ভগদত্ত ভালেমান পৰ তোৰণৰ বাহিৰত থাকিব লগা হ'ল, দুৰ্যোধনে তেওঁক দেখি যুধিষ্ঠিৰৰ কাণে কাণে কোৱাতহে আদৰ-সাদৰকৈ ভিতৰলৈ মতাই নিয়ালে।

সোণ-ৰূপ আদি বহুমূলীয়া বস্তুৰ ভঁৰালৰখীয়া পাতিলে দুৰ্যোধনক। দান-দক্ষিণা দিয়া কাৰ্যত কৰ্ণক নিয়োগ কৰিলে। কাৰণ, বিপক্ষীয় লোকক তেনে কাৰ্যত নিযুক্তি দিলে তেওঁলোকে কেতিয়াও হাত-টান নকৰে, এগুণৰ ঠাইত দহগুণ খৰচ কৰে। দ্ৰৌপদীক খাদ্যসামগ্ৰীৰ দায়িত্ব দিলে। যুযুধান, বিকৰ্ণ, বিদুৰ প্ৰভৃতি ৰাজবংশীয় লোকক চন্দনঘঁহা কাৰ্যত লগাই ৰাখিলে। কাৰণ, ৰাজবংশৰ লোক ন'হলে ৰাজসূয় যজ্ঞ-বিষয়ক কোনো কাম কৰিব নোৱাৰে। একান্ত ভকতৰ বশ্য ভগবান কৃষ্ণই বামুনৰ ভৰি ধুৱাবলৈ ল'লে।

ব্ৰহ্মা, হৰ, কাৰ্তিক, পুৰন্দৰ, গন্ধৰ্ব, চাৰণ, যম, কুবেৰ, অগ্নি, বৰুণ প্ৰমুখ্যে দেৱতা সকল নিজ নিজ বাহনত উঠি যজ্ঞস্থলিত উপস্থিত হ'ল। দেৱতা আৰু মানুহৰ সম্মিলিত এখন অপূৰ্ব সমাজ, আশ্চৰ্য-অদ্ভুত সভা। সকলোৱে যথাযোগ্য আসন গ্ৰহণ কৰিলে।

প্ৰশ্ন উঠিল, কোনজনা দেৱতাক অগ্ৰাধিকাৰ দিব? প্ৰথমতে কাৰ চৰণত সভক্তিৰে পাদ্যঅৰ্ঘ নিবেদন কৰি পূজা কৰিব? যুধিষ্ঠিৰে সমাজৰ আগত বিনয়সহকাৰে এই প্ৰশ্ন সুধিলে। সকলো বিস্ময়াভিভূত, কাৰো মুখত ইয়াৰ উত্তৰ নাই। তেতিয়া জৰাসন্ধৰ পুত্ৰ পৰম পণ্ডিত সহদেৱে থিয় হৈ সমাজৰ ফালে চাই ক'লে,—ভকতবৎসল প্ৰভু ভগৱান কৃষ্ণ সকলোতকৈ শ্ৰেষ্ঠ, তেঁৱেই জগতৰ আত্মা, পুৰাণপুৰুষ; গতিকে, কৃষ্ণক প্ৰথমে অৰ্চনা কৰিব লাগে।

সহদেৱৰ প্ৰস্তাৱ স্বীকাৰ্য, কোনেও ইয়াত মাত মাতিব নোৱাৰিলে। কোটি কোটি ব্ৰহ্মাণ্ডৰ ঈশ্বৰ কৃষ্ণ, এই মহাসত্য ব্ৰহ্মা-হৰ আদি দেৱতাসকলেও স্বীকাৰ কৰি সহদেৱক নথৈ শলাগিলে। ভীষ্মই আসনৰপৰা উঠি গৈ সহদেৱক সাৱটি তেওঁৰ গালে-মুখে চুমা খালে। এনেদৰে সভাৰ মাজত কৃষ্ণৰ শ্ৰেষ্ঠত্ব নিৰ্ণীত হোৱাত যুধিষ্ঠিৰৰ অন্তৰজগত সুনিৰ্মল হ'ল। তেওঁ পৰম শ্ৰদ্ধাৰে কৃষ্ণৰ ভৰি ধুৱাই দিব্য-বস্ত্ৰ-অলংকাৰেৰে সজাই-পৰাই সভক্তিৰে কৃষ্ণচৰণ বন্দনাকৰি অৰ্ঘ্য নিবেদি নিজেকে কৃতাৰ্থ কৰিলে জয়কৃষ্ণ ধ্বনিত দশোদিশ মুখৰিত হৈ উঠিল।

কৃষ্ণৰ প্ৰতি প্ৰদৰ্শিত বিশেষ সন্মান বিপক্ষীয় ৰজা শিশুপালৰ সহ্য ন'হল। খং-ৰাগত তেওঁ অধৈৰ্য হৈ উঠিল। সমাজৰ মাজত থিয় হৈ শিশুপালে ক'বলৈ ধৰিলে, সহদেৱ ল'ৰামতীয়া, নিৰ্বোধ, তেওঁৰ প্ৰস্তাৱ গ্ৰহণ কৰা অনুচিত। ব্ৰহ্মা আৰু মহাদেৱ জগত বিখ্যাত, ব্যাস প্ৰমুখ্যে ঋষিসকল, পুৰন্দৰ প্ৰভৃতি দিক্‌পাল সব, বাসুকি আদি নাগসমূহ, দ্ৰোণ, কৃপকেলৈ ব্ৰাহ্মণ সকল, কুলবৃদ্ধ ভীষ্ম পিতামহ, সনক, সনন্দ প্ৰভৃতি যোগীসব আৰু পৃথিবীৰ মহা পৰাক্ৰমী ৰাজন্যবৰ্গ কৃষ্ণতকৈ বহু শ্ৰেষ্ঠ। তেওঁলোকক প্ৰথমতে নুপূজি, কি যুক্তিত সহদেৱে অধৰ্মী কৃষ্ণক অগ্ৰমান্য দিবলৈ প্ৰস্তাৱ কৰিলে? আশ্চৰ্য কথা, তেওঁৰ অযৌক্তিক প্ৰস্তাৱ সমৰ্থন কৰি কৃষ্ণক প্ৰথমে পূজা-অৰ্চনা কৰিবলৈ ধৰ্মৰাজ আগবাঢ়িল।

শিশুপালে কৃষ্ণক অশ্ৰাব্য কথাৰে গালি দিবলৈ আৰম্ভ কৰিলে।

কৃষ্ণ অধর্মী, স্বেচ্ছাচাৰী, পুণ্যভূমি ত্যাগ কৰি সমুদ্ৰকূলত আশ্ৰয় লৈছে। তেওঁ মানুহৰ ঘোৰ শত্ৰু, স্ত্ৰী বধকাৰী, গোবধি, মাতুল বধকাৰী, গোপ-নাৰী ধৰ্ষণকাৰী দুৰ্বিনীত, গোপ-বধূ বহনকাৰী, দধি-দুগ্ধ চোৰ, বহু-ৰঙ্গী, দুৰ্জন, পুত্ৰঘাতী, ঘোৰ কপটীয়া।

শিশুপালৰ গালি-শপনি কৃষ্ণভক্ত ৰজাসকলে মৰ্মান্তিক বেজাৰ পাই সভাস্থল ত্যাগ কৰিলে। কিছুমানে কাণত আঙুলিৰ সোপা দিলে। পঞ্চপাণ্ডৱে কঁকালত টঙালি বান্ধি হাতত তৰোৱাল লৈ শিশুপালৰ ফালে চোঁচা ল'লে।

ইমান সময় শ্ৰীকৃষ্ণই মনে মনে হাঁহি আছিল। পঞ্চপাণ্ডৱ ৰণৰ বেশেৰে শিশুপাললৈ খেদি যোৱা দেখি তেওঁ থিয় হ'ল, কাৰণ তেওঁ জানে, শিশুপালক তেওঁলোকে পৰাহত কৰিব নোৱাৰে। শিশুপালৰ দেউতাকে দমঘোষ আৰু ঘোষ-পত্নীয়ে তেওঁলোকৰ পুতেকৰ নিতে দহোটা অপৰাধ ক্ষমা কৰিবলৈ অনুৰোধ জনাই থৈছিল। সেইদিনা দোষৰ সংখ্যা হ'ল শতাধিক। কৃষ্ণই পহমৰ পাহি ছিঙি ইয়াৰ লেখকৰি গৈছে।

আৰু পলম কৰাৰ সকাম নাই, কৃষ্ণই সুদৰ্শন চক্ৰেৰে শিশুপালৰ মূৰ কাটিলে। কটা দেহৰপৰা উজ্জ্বল জ্যোতিপুঞ্জ এটি ওলাই আহি কৃষ্ণৰ চৰণত মিলি গ'ল। শিশুপাল পূৰ্বত কৃষ্ণৰ পাৰিষদ আছিল, এই জন্মত শত্ৰুভাৱত চিন্তা কৰিও কৃষ্ণৰ স্বৰূপ লভি তেওঁ বৈকুণ্ঠ-প্ৰাপ্ত হ'ল। সমজুৱা লোক পৰম বিস্মিত, মহা দুৰাচাৰী শিশুপালে মাধৱক গালি-শপনি পাৰি বৈৰী ভাৱত থাকিও দেৱৰ দুৰ্লভ মহামোক্ষ লাভ কৰিলে।

কৃষ্ণৰ অদ্ভুত মহিমা দেখি তেওঁৰ ওপৰত সকলোৰে ঈশ্বৰ-জ্ঞান হ'ল। শৰীৰ শিহঁৰি উঠি পৰম হৰিষত চকুলো সৰিল। কৃষ্ণৰ দুখনি চৰণত ফুল ছটিয়াই বহুতে প্ৰণাম জনালে, যুধিষ্ঠিৰে সভক্তিৰে তেওঁক পূজা কৰিলে।

যজ্ঞৰ শেষত ঢোল-দুন্দুভি, শঙ্খ, শিঙা, মৃদং, বীণা কৰতাল আদি বজাই, নট-ভাটসহ উৎসৱমুখৰ পৰিবেশত অৱভৃথ স্নানৰ উদ্দেশ্যে

সকলোৰে গংগা অভিমুখে যাত্ৰা কৰিলে। স্নানৰ পূৰ্বে পুৰুষ-মহিলাৰ প্ৰত্যেকে হালধিৰ ৰস, তেল, কুকুম, ঘি'উ, ঘোল আদি গন্ধপানীৰে ভৰি-হাতত ঘঁহিলৈ পানীত নামি আনন্দ মনেৰে মোটখেল খেলিবলৈ ধৰিলে। যজ্ঞানুষ্ঠানৰ অন্যতম অংশ হিচাপে যুধিষ্ঠিৰ আৰু দ্ৰৌপদীক অৱভৃথ-স্নান কৰোৱা হ'ল।

ইয়াৰ পাছত পূৰ্ণাহুতি দিলে।

যুধিষ্ঠিৰক জম্বুদ্বীপৰ অধিপতি হিচাপে সমবেত ৰজাসকলে অভিষিক্ত কৰিলে। পাণ্ডৱৰ শ্ৰী, যশ, আৰু সৌভাগ্য দেখি ঈৰ্ষা-পৰায়ণ দুৰ্যোধনৰ সহ্য নহ'ল, তেওঁৰ অন্তৰত বিবাদ-অংকুৰে লহপহকৈ পোখা মেলিবলৈ ধৰিলে।

## ভক্তি-ৰত্নাৱলী

বিষ্ণুপুৰী কৃত ৰত্নাৱলী শাস্ত্ৰখন বাৰাণসীৰ বেদান্তৰ পণ্ডিত ব্ৰহ্মানন্দই তেওঁৰ পঢ়াশালিত অধ্যয়ন কৰি থকা হাজো অঞ্চলৰ কণ্ঠভূষণৰ হাতত গ্ৰন্থৰ পদ-ভাঙনি কৰাৰ উদ্দেশ্যেৰে পাটবাউসীৰ গুৰুজনলৈ পঠিয়াই দিলে। শংকৰদেৱে কণ্ঠভূষণক সুধিলে, বোলে কি শাস্ত্ৰ? বোলে বাপ, ৰত্নাৱলী। ঠগা দিয়ালে, তাতে চাৰি শ্লোক দি তুতি-নিবেদন সৰেখানি প্ৰাৰ্থনা জনাই সেৱা কৰিলে।

গুৰুজনে বোলে, ৰবাৰ পো, শাস্ত্ৰখানি চোৱা হওঁক। বোলে বাপ, মুৰাৰি চাব। বোলে চোৱা। বোলে বাপ, সন্ন্যাসীকৃত, ই ৰা কি মত, কিয় চাম একা? পতিব্ৰতা শান্তি কন্যাই অধৰামৃত, চৰণামৃত, অন্নশেষ উচ্ছিষ্ট স্বামীৰহে খাবলৈ নিৰিণায়, পৰপুৰুষৰ মুখ যে নাচায়েই, ছাঁতো পাৰ নিদিয়ে।

গুৰুজনে আনি হস্তত তুলি নমি দিলে। বোলে বাপ, এতিয়া হ'লে পাৰিম। চাই দেখে শিৰভাগ তললৈ ওভোতা হৈ আছে,

বোলে বাপ, গ্ৰন্থ অমূল্য ৰত্নৰ আৱলী, কিন্তু শিৰ ভাগ ভল। কথা-গুৰু চৰিত।

শংকৰদেৱে পুথিখনৰ আঠেটা শ্লোকৰ পদ ভাঙনি কৰিলে, তেনে অৱস্থাত তেওঁৰ ধাৰাসাৰে চকুলো বাগৰি আহিল, মহাভাৰত তন্ময় হ'ল। হাতৰ কলম বাগৰি পৰিল। পাছত প্ৰকৃতস্থ হৈ কালিন্দী আইক ক'লে, বোলে ৰামানন্দৰ মাক, থোৱানি, ই শাস্ত্ৰ বঢ়া-পাৰ হস্তেহে হ'ব পাছত।

গুৰুজনে বেহাৰত দেহত্যাগ কৰাৰ পাছত পূৰ্বৰ গুৰুবাক্য সুঁৱৰি মাধৱদেৱে সুন্দৰীৰ খাৰা মড়লৰ বাৰীত, ভাগিনেক ৰামচৰণ ঠাকুৰৰ পাট-গোহালিত শ্লোক ভাঙি ৰত্নাৱলীৰ পদ কৰিলে। তিনিটা বিৰচন লিখাৰ পাছত শংকৰদেৱৰ খুৰাকৰ পুতেক হাথিয়াই দেখি ক'লে,—অ' তুমিও শাস্ত্ৰ কৰিব ধৈলা, মোৰ শংকৰদেৱক দেখি; তাৰাৰ গ্ৰন্থ অনেকে আদৰকৈ চাব, পঢ়িব-শুনিব, তোমাৰ পুথি চাব-গাব কোনে? এনেকৈ বুইলত মনে খতৰ-কষ্ট পাই ছোটকৈ ছয়, সাত বাৰ, যোল্ল, কুৰি, চল্লিছ, পঞ্চাছ টুটাই নিলে বিৰচন।

পুথিখন সমাপ্ত কৰি কণ্ঠভূষণক দেখুৱাত পঢ়ি চাই তেওঁ ক'লে, বোলে বাপ, এই শাস্ত্ৰ ভকতৰ সৰ্বস্ব, বৈষ্ণৱৰ হিয়াৰ বস্তু, গোটে একো বোৱানাই,—ৰত্নৰ আৱলী, প্ৰেমময়।

মাধৱদেৱে বাৰশ আঠ সংখ্যক পদৰ ভিতৰত, ত্ৰয়োদশ বিৰচনত, ভক্তি, সৎসঙ্গ, ভক্তি-বিশেষণ, শ্ৰৱণ, কীৰ্তন, স্মৰণ, পদ-সেৱন, অৰ্চন, বন্দন, দাস্য, সখ্য, আত্মনিবেদন আৰু শৰণ বিৰচনত ভক্তিপ্ৰধান গ্ৰন্থখন যুগুত কৰিছে। বিষ্ণুপুৰীয়ে ভাগৱতৰ মূল সংগৃহীত কৰি যুগুতোৱা সংস্কৃত গ্ৰন্থখনৰ কলেৱৰ যথেষ্ট ডাঙৰ আছিল, মাধৱদেৱে ইয়াক চমুৱাই অনুবাদ কৰাৰ উপৰিও ঠায়ে ঠায়ে নিজস্ব প্ৰতিভাৰে ভক্তি-মহিমাযুক্ত পদসমূহ সন্নিবিষ্ট কৰি গ্ৰন্থৰ সৌষ্ঠৱ বঢ়াইছে।

নিত্য-নিৰঞ্জন কৃষ্ণৰ অৰুণ-চৰণত প্ৰণাম জনাই, শংকৰ গুৰুক হৃদয়ত সুঁৱৰি মাধৱদেৱে বিষ্ণুপুৰীকৃত ভক্তিৰত্নাৱলীৰ পদভাঙনি কৰিবলৈ লৈছে। ভাগৱতৰ ক্ষুদ্ৰভাণ্ডৰণ ভক্তিৰত্নাৱলী, ভাগৱত

শুনিবলৈ অবসৰ নথকা পৰম বিষয়ী লোকৰবাবে এই গ্ৰন্থ সংগৃহীত। মুখ্য ফলদায়ক হৰিভক্তিৰ বিষয়ে ইয়াত উল্লেখ কৰি কৈছে, বাসুদেৱক ভক্তি কৰিলে অবিদ্যা আঁতৰি যায়, তত্বজ্ঞান লাভ কৰে। তত্বজ্ঞানী পুৰুষে জানে, ব্ৰহ্ম সত্য জগত মিথ্যা। অব্যভিচাচাৰী বিষ্ণুভক্তিহে কেৱল কৰণীয়। এক বিষ্ণুৰে তিনিটা ৰূপ,—ব্ৰহ্মা, বিষ্ণু, আৰু ৰুদ্ৰ। ৰজোগুণত ব্ৰহ্মাই চৰাচৰ জগত সৃষ্টি কৰিছে, সত্বগুণত বিষ্ণুই ইয়াক পালন আৰু তমগুণত ৰুদ্ৰই সংহাৰ কৰে। তথাপি শুদ্ধসত্ব জ্ঞানময় বিষ্ণুই হৈছে ভকতৰ ইষ্ট আৰু তেঁৱেই কেৱল ভজনীয়।

বেদসমূহতো কৃষ্ণৰ শ্ৰেষ্ঠত্ব স্বীকৃত হৈছে। যাগ-যজ্ঞ,তীৰ্থ-ব্ৰত, ধৰ্ম-কৰ্ম সমস্ত নাৰায়ণৰ অধীনত। এই সকলো কৰ্ম তেওঁৰ চৰণত অৰ্পিত হ'ব লাগে। কৃষ্ণভক্তিতহে কেৱল চিত্ত শুদ্ধ হয়, মনৰ অহং-ভাব গুচে আৰু তেতিয়াহে মোক্ষতো অধিক ফল পায়। কৃষ্ণকথা কাণেৰে শুনি, জিভাত তেওঁৰ নাম লৈ, পদযুগল স্মৰি কৰ্মত নিৰত থকাজনেই প্ৰকৃত ভকত। শুদ্ধ জ্ঞান উদয় হ'লে বিষ্ণুভকতৰ ওপৰতেই কৃষ্ণজ্ঞান হয় বিষ্ণু-নিৰ্মালি তুলসীহে শুঙে, বিষ্ণু নৈবেদ্যৰ সোৱাদ লয় আৰু বিষ্ণুৰ নামকীৰ্তন কৰা ঠাইলৈহে যায়। তেওঁ সাংসাৰিক বিষয়-বাসনাৰ পাছে পাছে নলৰি, ইন্দ্ৰিয়ৰ বৃত্তি এৰাই বিষ্ণুতহে কেৱল প্ৰৱৃত্তি থাকে।

কপিলে মাক দেৱহুতিৰ আগত বিষ্ণুভক্তিৰ শ্ৰেষ্ঠত্ব ডাঙি ধৰিছে। একান্ত ভকতে ঈশ্বৰৰ লগত বিলীন হ'বলৈ নিবিচাৰে, নিজে চেনী হৈ মিলি নগৈ, চেনীৰ সোৱাদ লৈ থাকিব বিচাৰে। সাযুজ্য মুক্তি তেনে ভকতে নিবিচাৰে, ই ভক্তিবিৰোধী। সকলো সময়তে কৃষ্ণকথা শ্ৰৱণ-কীৰ্তন কৰি থাকিলে পৰমানন্দস্বৰূপ তেওঁৰেই দিব্যৰূপ প্ৰত্যক্ষতে দৰ্শন পাই আনন্দলাভ কৰে।

কমনাপূৰ্বক ভক্তি কৰিলেও তত্বজ্ঞান পোৱাৰ পাছত ই নিষ্কাম ভক্তিলৈ আগবাঢ়ে; তেনে ক্ষেত্ৰত ভকতে বৈকুণ্ঠৰ পৰম ঐশ্বৰ্য নিবিচৰাকৈ পায়। ভকত ভগবানৰ প্ৰিয়তম, সমস্ত বিশ্বাস ত্যাগ কৰি ঈশ্বৰ কৃষ্ণত ভক্তি কৰিলে তেওঁ ভকতক বহু প্ৰকাৰে অনুগৃহীত কৰে।

সুনীতিয়ে তেওঁৰ পুতেক ধ্ৰুৱৰ আগত ভক্তিৰ শ্ৰেষ্ঠত্ব দেখুৱাই হৰিক ভক্তি কৰিবলৈ উপদেশ দিছে। পৃথু ৰজাই দাস হিচাপে জগতৰ আত্মাস্বৰূপ কৃষ্ণক সৰ্বভাবে ভক্তি কৰিছে। হৰে দহ প্ৰচেতা (মৰীচি, অত্ৰি, অংগিৰা, পুলস্ত্য, পুলহ, ক্ৰতু, দক্ষ, বশিষ্ঠ, ভৃগু আৰু নাৰদ)-ৰ আগত হৰিভক্তি মাহাত্ম্যৰ বিষয়ে কৈ হৰি-ভকতক ভগবানৰ শৰীৰত ঠাই দিছে।

প্ৰহ্লাদে অসুৰ সমস্তৰ আগত নিষ্কাম ভক্তিৰ বিষয়ে উল্লেখ কৰি কৈছে, এই ভক্তিত ভকতৰ চিত্ত নিৰ্মল হয়, আৰু বিষয়সুখত বিৰক্ত হৈ মহা প্ৰেম-ৰসসাগৰত ডুব গৈ জীৱন কৃতাৰ্থ কৰি তোলে। মাছৰ জীৱন পানী, তেনেকৈ প্ৰাণীৰ জীৱন হৰি। সকলোৰে আত্মাত তেওঁ বিৰাজ কৰে। হৰি বিনে জীৱৰ গতি নাই।

হৰিভক্তিৰ মহিমা অপাৰ, প্ৰভু ৰামচন্দ্ৰই অযোধ্যাবাসীক অনুগ্ৰহ কৰিলে, উত্তম জন্ম ন'হলেও, জ্ঞান-বুদ্ধি সৰহ নাথাকিলেও বন-জংগলত থকা বান্দৰ-ভালুকৰ ভক্তিত বশ হৈ সিহঁতক অপাৰ করুণা দেখুৱালে। কৃষ্ণভক্তিত জাতি-অজাতি, তিৰোতা-পুৰুষৰ প্ৰশ্ন নাই, সকলোৱে ভক্তিৰ প্ৰসাদত মহাজীৱনৰ অধিকাৰী হ'ব পাৰে।

পৰম বিষয়ীলোকৰ ভক্তিত অনুৰাগ নাথাকে, ইন্দ্ৰিয়ৰ সুখ বিচাৰি তেওঁলোক ব্যস্ত। ল'ৰা-তিৰোতা, অৰ্থ-সম্পত্তিৰ ওপৰত থকা মৰ হৰিয়াহৰ কাৰণে হৰিকথা চিন্তিব নোৱাৰে, নিচিন্তে। গুৰুৰ উপদেশতো দুৰ্ঘোৰ বিষয়ীৰ মন স্থিৰ নহয়। মায়াময়, অনিত্য জগতকে তেওঁলোকে সঁচা বুলি ভাবি থাকে। সেইবাবে বিষয়-বাসনাত মেৰখাই পৰাৰ আগতে সৎগুৰুৰ আশ্ৰয় লৈ কৃষ্ণভক্তিত মন সংস্থাপিত কৰিব লাগে; তেতিয়া মনবৈৰীৰ হাত এৰাই থাকিব পাৰি। বিষ্ণুভক্তিয়েই হৈছে সংসাৰ-তাৰণৰ একমাত্ৰ পথ।

সাধুসঙ্গ স্বৰ্গতকৈ শ্ৰেষ্ঠ। যি ঠাইত একান্ত ভকতসকলে হৰি-গুণকীৰ্তন কৰি থাকে সেই ঠাই অতি পৱিত্ৰ; তালৈ হৰি নিজে আহে। কথা-গুৰু-চৰিতত আছে, শংকৰদেৱে ভকতৰ সঙ্গত হৰি-কীৰ্তন কৰি থাকোঁতে কেইবা দিনো দমনা-পুষ্পৰ গোন্ধ পাইছিল।

ভগবানে নিজে কৈছে, নাৰদ অলপীয়া সংগ-সেৱাৰে সৈতে কৃষ্ণৰ ওপৰত দৃঢ় মন ৰখাৰ ফলত নিন্দিত দেহ ত্যাজি শ্ৰেষ্ঠতৰ পাৰিষদী তনুলাভ কৰিলে ; তেওঁৰ দয়াৰ অন্ত নাই।

হৰি-ভকতৰ সংগ মোক্ষপদতকৈও পুণ্যদায়ক। কৃষ্ণপাদ-পংকজত আশ্ৰিত লোকৰ ক্ষন্তেকলৈ সান্নিধ্য লাভ কৰিলেও মানুহ পবিত্ৰ হয়। কৃষ্ণৰ চৰণৰপৰা সৃষ্ট গংগাতকৈও সাধুসংগ পবিত্ৰ। ইয়াৰ অদ্ভুত মহিমা, হৰিভকত শুক-সৌনক প্ৰভৃতিৰ সঙ্গত অপবিত্ৰ সূতে মহাজীবন লাভ কৰিলে।

মানৱজীৱন শ্ৰেষ্ঠ, কাৰণ এই জীৱনত সন্ত-মন্তৰ দৰ্শন আৰু তেওঁলোকৰ সঙ্গসুখ লাভকৰাৰ সুযোগ আছে। এই সুযোগ গ্ৰহণ কৰিবলৈ নোৱাৰা লোক সংসাৰত অতিকৈ দুৰ্ভগীয়া। পৰমাৰ্থত মহন্তইহে দেৱতা, তেওঁলোকৰ সঙ্গসুখত প্ৰৱৃত্তি সেৱা-শুশ্ৰূষাত ৰত হৈ থাকিলে হৰি সন্তুষ্ট হয়, সেয়েহে দেৱতাতকৈ সৎসঙ্গ শ্ৰেষ্ঠ।

তপ-জপ-যজ্ঞ-ব্ৰত-একাদশী, অহিংসা, সন্ন্যাস, দান-দক্ষিণা বেদ-অধ্যায় প্ৰভৃতি কাৰ্যতো বিশেষ লাভ নাই ; কাৰণ, এইবোৰ কাৰ্যৰ মাজেদি ভগবানক নাপায়। সাধুসঙ্গহে ভগৱানৰ প্ৰিয়, তেওঁ বৈকুণ্ঠত নাথাকে, যোগীৰ হৃদয়তো নাথাকে ; কেৱল সাধুসঙ্গতহে প্ৰৱৰ্তন কৰে। বৃষ-পৰ্ব, বৃত, বলি, বান, বিভীষণ, হনুমান, জাম্বৱন্ত, আৰু গোকুলৰ গোপনাৰীসকলে সাধুসঙ্গতহে কৃষ্ণক পাইছিল। মহন্তজনৰ সঙ্গই কৃষ্ণৰ সঙ্গ, এই বিষয়ত অকণো সন্দেহ নাই।

কু-সঙ্গ মহা ক্ষতিকাৰক, ইয়াত মানুহ বিষয়ী হৈ পৰে আৰু ই সত্যতা, পৱিত্ৰতা, দয়া, বুদ্ধি, লজ্জা, শ্ৰী যশ আদি ভাল গুণসমূহ নষ্ট কৰে। দুঃসঙ্গৰ লগত পৰিলে মানুহ তিৰোতাৰ হাতৰ পুতলা হৈ পৰে, কামিনীয়ে বাসনাবহ্নি জ্বলাই দিয়ে, আত্মাক নিচিনা হয় আৰু মইৰৰ ভাবত গণ্ডাটোপ হৈ ওফন্দি মহন্তক নিন্দা কৰি নিজৰ দুৰ্গতি চপায়। সেইবাবে দুৰ্জনৰ সঙ্গ সদায় বৰ্জনীয়।

কিন্তু দুৰ্জনৰো গতি আছে। জুইৰ ওচৰত বহিলে যেনেকৈ

জাৰ-শীত, ভয়-আন্ধাৰ আঁতৰি যায়, তেনেকৈ হৰিভকতৰ কাষ চাপিলে জড়বাদী কৰ্ম, অজ্ঞানতা আৰু সংসাৰভয় আঁতৰে।

কৃষ্ণভক্তি কেইবাবিধ যদিও বৈষ্ণৱ সম্প্ৰদায়ৰ মাজত প্ৰচলিত থাইকৈ নবিধ ভক্তি-ৰত্নাৱলী গ্ৰন্থৰ তৃতীয় বিৰচনত উল্লেখ কৰিছে। এই কেইবিধ হৈছে, শ্ৰৱণ, কীৰ্তন, পদসেৱা, স্মৰণ, অৰ্চন, বন্দন, দাস্য, দেহনিবেদন আৰু সখিত্ব।

ভকতৰ মুখনিসৃত হৰিকথা অমৃতময়, সেই পুণ্য কথাতে হৰি অৱস্থান কৰে; ইয়াক শ্ৰৱণকৰাৰ ফলস্বৰূপে শ্ৰোতাৰ হৃদয়-মন পবিত্ৰ হয়, হৰিৰ পৰম অনুগ্ৰহৰ কাৰণে মানুহৰ বহুজনমৰ সঞ্চিত দুৰ্ভাৰ্গ্য বিনষ্ট হৈ পৰে আৰু বিষয়বাসনা-জড়িত ডাৱৰীয়া মন সুনিৰ্মল হৈ ভগবানৰ অভয় পদৰ ওচৰ চাপে। শব্দৰ প্ৰতিক্ৰিয়া আছে, কাণেৰে হৰিকথা শুনি থাকিলে হৃদয়-মনত ইয়াৰ প্ৰতিক্ৰিয়া হয়, তেতিয়া শৰতকালৰ নদী-পুখুৰিৰ পানী স্বাভাৱিকতে নিৰ্মল হোৱাৰ নিচিনাকৈ কুভাব-কুচিন্তা আঁতৰি গৈ ভকতৰ অন্তৰ নিৰ্মল-শুদ্ধ হৈ উঠে।

নিৰ্বিকাৰী জীৱনমুক্ত, ধ্যানী-যোগী আৰু ঘোৰ বিষয়ী লোকৰো কৃষ্ণকথা শুনা প্ৰয়োজন। এইকথা শাস্ত্ৰসম্মত, জীৱনমুক্ত পুৰুষে হৰি-কথা শুনিবই লাগে, ধ্যানী-যোগী সকলেও হৰি-কথা নুশুনাকৈ ভগবানক নাপায় আৰু হৰিকথা নুশুনা বিষয়ী লোকৰ জীৱনেই বৃথা,—পশুতুল্য।

আধ্যাত্মিক, আধিভৌতিক আৰু আধিদৈৱিক তাপত মানুহৰ মন-মাতঙ্গ দগ্ধ দাহন-পোৰণিৰপৰা নিষ্কৃতি পাবলৈ মানুহে অমৃতময় কৃষ্ণকথাৰ নিৰ্মল নদীত অহৰহ অৱগাহন কৰি থাকিব লাগে। কাণেৰে কৃষ্ণকথা শুনি তাত বিভোৰ হৈ থাকিলে দুখ-শোকে মানুহক ব্যাকুল কৰিব নোৱাৰে। অৱশ্যে জীৱন ধাৰণৰবাবে নিৰূপিত কৰ্ম মানুহক বাদ দিবলৈ কোৱা নাই; সংসাৰত থাকিও ভগবানৰ ওপৰত মন ৰাখিব পাৰি। সময়মতে হৰিকথা শুনি ভক্তিচৰ্চা কৰিলে জ্ঞান বাঢ়ে আৰু তেতিয়া কামৰ কৌশল সহজে জানে।

শ্ৰৱণ দুই ধৰণৰ, অলপ ভাঙৰকৈ নিজে পঢ়ি শুনা আৰু আনৰ মুখেদি শুনা। মহাপুৰুষ দুজনাই সত্ৰ আৰু নামঘৰত প্ৰৱৰ্তনকৰা চৈধ্য প্ৰসঙ্গৰ ভিতৰত হৰিকথা শ্ৰৱণ সামৰি লৈ বহু ভকতৰ দুৰ্বাসনা আঁতৰাই অপাৰ্থিৱ আনন্দৰাজ্যলৈ প্ৰেৰণ কৰাৰ ঢেৰ দৃষ্টান্ত আছে। ইয়াত বিদ্বান-অবিদ্বান, অক্ষৰী-নিৰক্ষৰীৰ প্ৰশ্ন নাই, নিষ্ঠাযুক্ত ভকতে কৃষ্ণকথা শ্ৰৱণ কৰিয়েই তত্ত্বজ্ঞানৰ সন্ধেদ পায়।

শ্ৰৱণৰ নিচিনাকৈ কৃষ্ণ-চৰিত কীৰ্তনো প্ৰয়োজনীয়। তপ-জপ-যাগ-যজ্ঞ-বেদ-পাঠ আদি ইয়াৰ সমকক্ষ নহয়, বহু ওপৰত। কৃষ্ণ-চৰিত কীৰ্তন মহা পবিত্ৰকাৰী, সুমঙ্গল। কৃষ্ণনাম শ্ৰৱণকীৰ্তন কৰিলে মানুহে গম ধৰিব নোৱাৰাকৈ সংসাৰমুক্ত হয়; ইয়াত আশ্চৰ্য্য হ'বলগীয়া নাই। নিষ্ঠুৰ কাল আৰু ভয়ংকৰ মৃত্যুইও নামৰ ধ্বনি শুনিলে থৰথৰকৈ কঁপে কৃষ্ণৰ চৰিত্ৰ-কীৰ্তনৰ অনন্ত শক্তি

তথাপি হৰিনাম কীৰ্তনত সকলোৱে সমান আগ্ৰহী নহয় কিয়? এই সম্পৰ্কে বক্তাৰলাত ভাল দৃষ্টান্ত এটি ডাঙি ধৰিছে সৰোবৰত বিচৰণকৰা ৰাজহাঁহ উচ্ছিষ্ট বস্তুবোৰ পেলোৱা গাঁতলৈ নাযায়, কাউৰিবিলাকহে গাঁতৰ পেলনীয়াবোৰ খায়। তেনেকৈ কাউৰি জেনীয়া মোহাচ্ছন্ন লোক কৃষ্ণ-চৰিত কীৰ্তনত নাথাকে, থাকিব নোৱাৰে, আৰু ৰাজহাঁহৰ সদৃশ পৰম বিশিষ্টজন ভকতৰ সঙ্গত হৰিনাম কীৰ্তন কৰি পবিত্ৰ হৈ থাকে।

কওঁতা থাকিলে শুনে, শুনোঁতা থাকিলে কয়। কিন্তু যেতিয়া কওঁতা নাথাকে কেনেকৈ শুনিব? পৰম শ্ৰদ্ধাৰে ভকতে নিজে গাই গ'লেও কীৰ্তনৰ মহাফল পায় আৰু তত্ত্বজ্ঞান বিকাশিত হয়। মহাভক্ত নাৰদে ব্যাসমুনিৰ আগত কৈছে, মহা ভাগৱত শাস্ত্ৰত কৃষ্ণৰ নাম-যশবৰ্ণাই কীৰ্তন কাৰলেহে তেওঁৰ অতৃপ্ত মন তৃপ্ত হ'ব। কৃষ্ণৰ নাম-যশ-মহিমা আশ্ৰিত কথাসমূহ সাক্ষাৎ অমৃত, ইয়াক পান কৰিলে মানুহৰ সংসাৰভয় না থাকে, কৰ্মবন্ধন ছিঙি পৰম আনন্দেৰে ভগৱানক লাভকৰে।

প্ৰায়শ্চিত্ত-বিধানত অন্তৰ শুদ্ধ নহয়। সাময়িকভাৱে অনুতপ্ত

হ'লেও দোষীয়ে পুনৰ্বাৰ একে দোষত লিপ্ত হোৱা দেখা যায়। গোবধ, স্ত্ৰীবধ, পিতৃবধ মিত্ৰদ্ৰোহ আদি মহাপাপ, প্ৰায়শ্চিত্তবিধানত সংশোধিত হোৱাহেঁতেন, সমাজৰ দুষ্কৃতিকাৰী একোজন সন্ত-মহন্তৰ শাৰীত উঠিলহেঁতেন; কিন্তু তেনে বিচিত্ৰ পৰিবৰ্তন চকুত নপৰে। হৰিনাম-কীৰ্তনত পাপৰ বীজ নাশ হয়, অন্তৰ সংশোধিত হয় আৰু ভৱিষ্যতলৈ নিৰ্মল অন্তৰেৰে পাপ কামলৈ আগ নাবাঢ়ে। সেইবাবে হৰিনাম-কীৰ্তন পাপৰ আচল প্ৰায়শ্চিত্ত, শুদ্ধ-জ্ঞানৰ সুস্থিৰ আলোক।

মাধৱৰ নাম-স্মৰণৰ মহিমা অকল উল্লেখ কৰাই নহয়, ইয়াৰ কেইবাটাও নিদৰ্শন ভক্তিপ্ৰধান গ্ৰন্থখনত ডাঙি ধৰিছে। ব্ৰজৰ গোপীসকলে ভগবান মাধৱৰ চৰণত প্ৰবল অনুৰাগেৰে চিত্ত সমৰ্পণ কৰি অনুক্ষণে তেওঁকেই সুঁৱৰি মহাফল পোৱাৰ কথা উদ্ধৱে ব্যক্ত কৰিছে। পৰীক্ষিত ৰজাৰ আগত শুক মুনিয়ে কৈছে, কৃষ্ণ-চৰণৰ যিকোনো ঠাইত এবাৰ মন নিবিষ্ট কৰি কায়-মন-বাক্যেৰে তেওঁকেই স্মৰণ কৰি থাকিলে সেইজন ভকত কৃষ্ণবল্লভ হয়। ব্ৰহ্মাই নাৰদৰ আগত কোৱা কথা, অন্তিম কালত যিজনে কেশৱক হৃদয়ত স্থিতিকৰি স্মৰণ কৰে সেইজনৰ কৰ্মদোষ মৰিষণকৰি ভগবানে তেওঁক আত্মৰূপ দিয়ে।

জ্ঞানী লোকৰো হৰিস্মৰণ প্ৰয়োজনীয়। তপ-জপ-যজ্ঞ-দান-তীৰ্থত পুৰুষৰ চিত্ত শুদ্ধ নহয়, কৰ্ম-বাসনা নুগুচে। কিন্তু হৰিনাম স্মৰণৰ ফলত তত্ত্বজ্ঞান ওপজে, বিষয়বাসনা আঁতৰে আৰু কৃষ্ণ-প্ৰেম-ভক্তিত পৰম আনন্দ পায়, ই মোক্ষতো অধিক। এই গভীৰ সত্য বাৰে বাৰে বৈষ্ণৱশাস্ত্ৰত উদ্গুকিয়াই দিছে।

কৃষ্ণ-স্মৰণৰ অতৰ্ক মহিমা। মনপ্ৰাণ-ইন্দ্ৰিয়সংযমী লোকে কৃষ্ণচৰণ একান্তভাৱে চিন্তি পৰমগতি লাভকৰে; আৰু বৈৰীভাৱে চিন্তিলেও তেওঁকেহ পায়। ভগবান নিৰপেক্ষ, তেওঁৰ পক্ষপাতদুষ্ট দোষ নাই, জিভাৰ আগৰ হৰিৰ নাম স্মৰণ হ'লেই শত্ৰু-মিত্ৰ নাবাছি স্মৰণৰ শুভফল দিয়ে। তেওঁৰ দৃষ্টিত শত্ৰু-মিত্ৰ, আপোন পৰ,

সকলৰে পণ্ডিত-মূৰ্খৰ বিচাৰ নাই, সকলো সমান। কিন্তু ভক্তিৰ বিচাৰ আছে, তেওঁক স্মৰণ কৰাৰ অনুগ্ৰহ আছে।

অন্য ধাতৱপদাৰ্থ মিশ্ৰিত সোণ জুইত পুৰিলে শোধিত হয়, তেনেকৈ পূৰ্বৰ আৰ্জিত সকলো পাপ-তাপ, মায়ামোহ, অজ্ঞানতা কৃষ্ণনাম স্মৰণত বিনষ্ট হয়। অজামিল, শিশুপাল, জৰাসন্ধ, শাম্ব প্ৰভৃতি ইয়াৰ স্পষ্ট প্ৰমাণ। শাস্ত্ৰ অস্বীকাৰ কৰিব নোৱাৰি, আমাৰ শংকৰ-মাধৱৰ কথালৈও যাব নালাগে, তেওঁলোকৰ এজন সাধাৰণ ভকত শ্ৰীৰাম আতালৈ চকু দিলেই কৃষ্ণনাম স্মৰণৰ মাহাত্ম্য বুজিব পাৰি। বৰ্তমান সময়তো কৃষ্ণনাম অবিৰাম স্মৰণকাৰী একোজন মহৎ জীৱনৰ অধিকাৰী হৈছে আৰু আগলৈও হ'ব, ইয়াত কোনো সন্দেহ নাই।

কৃষ্ণপদ-সেৱা অব্যভিচাৰী ভক্তিৰ অন্তৰ্গত। তেওঁৰ পদযুগলত আশ্ৰয় কৰিলে ভকতৰ ইহকাল-পৰকাল মঙ্গলময় হৈ উঠে। দৈৱকীৰ গৰ্ভত থাকোঁতেই দেৱতাসকলে কৰযোৰে স্তুতিকৰি কৈছিল, সমস্ত জীৱৰ পৰম আশ্ৰয় কৃষ্ণ, একান্ত মনেৰে তেওঁত চিত্ত অৰ্পণকৰি তেওঁৰ পাদপদ্মস্বৰূপ মহানৌকা সাৰথি কৰিলে গৰুৰ খোজৰ লেখীয়া সংসাৰখন ভকতে হেলাৰঙে পাৰ হৈ যাব পাৰে। ইয়াৰবাবে তত্ত্ব-জ্ঞানৰ প্ৰয়োজন নাই। হৰিপদ সেৱাৰ ফলত সেই জ্ঞান আপুনি উপজিব। সূতিকাগৃহত দৈৱকয়ে স্তুতিকৰি কৈছিল, মৃত্যু সৰ্পৰ ভয়ত অত্ৰাহি হৈ পলায়নকৰা লোকেও ভগবানৰ অভয় চৰণ সেৱি পৰিত্ৰাণ পায়।

কাম-ক্ৰোধ-লোভ-মোহ-দ্বেষৰ নিৰ্মম তাড়নাত মানুহ বিভত, শোক-সন্তাপেও মানুহক জৰ্জৰিত কৰে। দুৰ্গম-দুস্তৰ সংসাৰ পাৰ হ'বলৈ তেতিয়া যোগসাধনা আদিৰ আশ্ৰয় বিচাৰে, তথাপি মানুহে ইয়াৰ পৰিত্ৰাণ নাপায়। কিন্তু ঈশ্বৰৰ চৰণ নিয়মিতভাবে সেৱা কৰিলে মানুহে ছয় উ মক বশীভূত কৰি সুন্দৰ জীৱনৰ গৰাকী হ'ব পাৰে।

কৃষ্ণপদ-সেৱাৰ ফলত ভকতৰ সাত্ত্বিকা শ্ৰদ্ধা বাঢ়ে, সংসাৰৰ প্ৰতি অনুৰাগ কমে আৰু কৃষ্ণৰ পৰম অনুগ্ৰহত চিত্ত শুদ্ধ হৈ বিষয় সুখত

বিবাগভাজন হয়। হৰিপদ সেৱা ঈশ্বৰ লাভৰ অন্য এক সহজ পথ আৰু ইয়াত সপ্ৰেম ভক্তি সিঞ্চে।

ব্ৰহ্মা-ৰুদ্ৰ প্ৰভৃতি সমস্ত দেৱতাৰ মূল কৃষ্ণ, তেওঁ জগত স্ৰষ্টা, পালোঁতা আৰু সংহাৰ কৰ্তা; সমস্ত দেৱতা তেওঁৰ ইংগিতত চলে। গতিকে, কৃষ্ণপদ অৰ্চনা কৰিলেই সমস্ত দেৱতাৰ পূজা হয়, তেওঁক সুপূজি পৃথকভাৱে অন্য দেৱতাক পূজা কৰিলে কোনো দেৱতাই পূজা নাপায়।

ভগবান কৃষ্ণ সচ্চিদানন্দময়, তেওঁক পূজা কৰিলে চিত্ত উপশমিত হয়, কিন্তু সেই পূজা হ'ব লাগিব নিষ্কাম। কৃষ্ণপূজাত সকলোৰে সম অধিকাৰ, নিষ্কামী হৰিভকতে ধন-জন-অৰ্থ-সম্পত্তিৰ বাবে কৃষ্ণক সুপূজে, তেওঁৰ নিৰ্মল ভক্তিহে একান্ত ভকতৰ বাঞ্ছনীয়।

নাৰায়ণৰ বিগ্ৰহৰ সম্মুখত ফুল-চন্দন-দুবৰি-বেলপাত-নৈবেদ্য উপচাৰৰ পূজাৰ বিষয়ে ইয়াত উল্লেখ কৰা নাই। কৃষ্ণপূজা হৃদয়ৰ, শুদ্ধ অন্তৰৰ। ফুল সৌন্দৰ্যৰ প্ৰতীক, পবিত্ৰ বস্তু; ফুলৰ দৰে পৱিত্ৰ আৰু শুদ্ধ হৃদয়হে কৃষ্ণপূজাৰ ঘাই উপচাৰ।

অন্য এবিধ ভক্তি বন্দন, বন্দনা,—স্তুতি বা প্ৰাৰ্থনা। কৃষ্ণস্তুতি নাইবা বন্দনাত যিজন প্ৰৱৰ্তে তেওঁৰ পৰম মঙ্গল হয়। অক্ৰূৰে কংসৰ ৰাজ-সভালৈ অনাৰ সময়ত বাটতে ভগৱান কৃষ্ণৰ চৰণ বন্দনা কৰি মহাফল পাইছিল। ব্ৰহ্মাইও কৃষ্ণস্তুতি কৰি নিজৰ কুশল বাঞ্ছা কৰিলে। তপস্যাৰ প্ৰয়োজন নাই, কেৱল একান্ত মনেৰে স্তুতি কৰিলে ভকতক তেওঁ অনুগৃহীত কৰে। হৰিভকতে সম্পূৰ্ণভাৱে সংসাৰৰ মুক্তি নিবিচাৰে, কাৰণ মুক্তিতকৈ ভকতি শ্ৰেষ্ঠ। ভগৱানক ভক্তিকৰি যি আনন্দ পোৱা যায়, মুক্তি সেইয়া নিমিলে আৰু স্তুতি-ভক্তিৰেই এক প্ৰয়োজনীয় অংশ-বিশেষ।

ভগৱন্ত ভকতৰ দুঃখহাৰী, তেওঁৰ চৰণ বন্দনা কৰিলে, মনেৰে সদায় তেওঁৰ চৰণত নমস্কাৰ জনালে পাপৰপৰা তেওঁ ভকতক উদ্ধাৰ কৰে। সকলো ধৰ্মসম্প্ৰদায়ৰ মাজত প্ৰাৰ্থনাৰ প্ৰচলন আছে। এই প্ৰাৰ্থনা সমবেত হ'ব পাৰে নাইবা ভকতে অকলেই জনাব পাৰে। মাধৱদেৱে

তেওঁৰ মহাগ্ৰন্থ নামঘোষাত সন্নিবিষ্ট কৰা প্ৰাৰ্থনা বিশ্বজনীন, ইয়াক হিন্দু-মুছলমান-খৃষ্টান-শিখ সকলো ধৰ্মসম্প্ৰদায়ৰ লোকে বিনা দ্বিধাত গাবপাৰে।

হে ভগৱন্ত গুৰু তযু পদে মন মোৰ
যি কালত স্থিতিক লভয়।
তোমাৰ কৃপাত তেবে সকল সাধন শ্ৰম
এড়াই সুখী হুইবোহো নিশ্চয় ॥ ৬০ ॥
তুমি সৰ্বসাক্ষী আত্মা হৃষীকেশ
জানাহা মোৰ চিত্তক।
শৰণাগতক মই আতুৰক
উপেক্ষা কৰা কিসক ॥ ৩০৩ ॥
বাহিৰে ভিতৰে তুমি হৰি গুৰু
আছাহা চৈতন্যৰূপে।
দিয়োক সুমতি তুমি বিনে গতি
নাহিকে কৈলো স্বৰূপে ॥ ৩০৫ ॥

নিজকে কৃষ্ণৰ দাস হিচাপে সমস্ত কৰ্ম তেওঁৰ ওপৰত অৰ্পণকৰা ভক্তি বিশেষক দাস্য বুলি কোৱা হৈছে। ভগবান প্ৰভু, ভক্ত হৈছে ভৃত্য, দাস। প্ৰভু-ভৃত্যৰ সম্পৰ্কত, ভৃত্যৰ নিজা বৰ্দীয়াকৈ একোৱেই নাথাকে, সকলো সময়ত প্ৰভুৰ ইচ্ছাধীন হৈ ভৃত্য চলিব লাগে। প্ৰভুৰ প্ৰতি একান্ত অনুৰাগ, বিশ্বাস আৰু ভক্তি-শ্ৰদ্ধা অটুট ৰাখি প্ৰভুৰ আজ্ঞা পালন-কৰা অতীব প্ৰয়োজনীয়। ভৃত্যই প্ৰভুৰ প্ৰীতি-দায়ক কৰ্মত নিৰত থাকি তেওঁৰ সৰ্বতোভাবে সেৱাকৰা এইবিধ ভক্তিৰ লক্ষণ।

ভগবানৰ দাস হ'লে ভকতৰ অন্তৰ শুদ্ধ আৰু নিৰ্মল হয়, বিষয়-বাসনাৰ প্ৰতি অকণো আকাঙ্ক্ষা নাথাকে। ভগবানৰ ওপৰত সমস্ত অৰ্পণ কৰিবপৰা মানসিক প্ৰস্তুতি সঁচাকৈ প্ৰশংসনীয়, ইয়াত ভকতৰ ধন-ঐশ্বৰ্য, ল'ৰা-তিৰোতা, এনেকি বিদ্যা-বুদ্ধি সমস্ত প্ৰভুৰ ওপৰত অৰ্পিত কৰে। শ্ৰীৰাম অৱতাৰত হনুমানৰ ভক্তি দাস্য ভাবৰ

আছিল। কায়-বাক্য-মনেৰে হনুমানে সকলোকৰ্ম ভগবানৰ চৰণত অৰ্পণ কৰি ভক্তজীৱন সাৰ্থককৈ তুলিছিল।

মাধৱদেৱৰ আচৰণীয় ভক্তিত দাস্য ভাবৰ চৰম নিদৰ্শন আছে। তেওঁ নিজকে দাস, দাসানুদাস, মূৰুখমতি, মূঢ় পামৰ বুলি গীত-পদৰ ভণিতা আৰু গ্ৰন্থসমূহত উল্লেখ কৰিছে। এই সম্পৰ্কে এদিন ভকত এজনে কৈছিল,—আগম, নিগম, পুৰাণ, ভাৰত, গীতা, শ্ৰুতি, কাব্য-কোষ সংহিতা, ব্যাকৰণ সবাকে কয়, জানে, তেও গীতত বোলে মূৰুখ দাস বুলি। মাধৱদেৱৰ গুৰুসেৱাতো দাস্যভাব পৰিলক্ষিত হয়, নিজকে দাস হিচাপে তেওঁ শংকৰদেৱৰ সঙ্গত থকা সুদীৰ্ঘ কাল ছোৱা সৰ্বতোভাৱে নিস্বাৰ্থৰ মাজেদি সেৱা কৰিছে।

দাস্য ভক্তিয়েই এক শৰণীয়া নামধৰ্মৰ সাৰবস্তু। যি কৰ্ম অহংকাৰ নোহোৱাকৈ কেৱল ভগবানৰ উদ্দেশ্যে সমৰ্পণ কৰা কৰ্মই যজ্ঞকৰ্ম। যজ্ঞৰ প্ৰকৃত অৰ্থ ত্যাগ, আত্মত্যাগ। যজ্ঞেশ্বৰ স্বয়ং ঈশ্বৰ কৃষ্ণ; এই যজ্ঞ ঈশ্বৰমুখী, সমাজমুখী আৰু সমস্ত জগতৰ কল্যাণকামী।

সখ্য, সখিত্ব, দুজনৰ মাজত নিৰ্বন্ধ; পৰস্পৰে জনা-শুনা হৈ বিশ্বাস জন্মিলেহে সখি পাতে। ভগৱান কৃষ্ণক পৰম সুহৃদ জ্ঞানকৰি তেওঁৰ ওপৰত সম্পূৰ্ণ বিশ্বাস অটুটৰাখি যি ভক্তি কৰা হয় সেয়ে সখ্য। বন্ধুত্ব গঢ়ি উঠাৰ পাছত এৰা-এৰিৰ প্ৰশ্ন নাই, বৰং ভকতৰ বিপদ-আপদত ভগবানে সহায়তা কৰে, দোষ দেখিলে শুধৰাই দিয়ে। অৰ্জুনৰ ভক্তি সখ্য, সখিয়েক কৃষ্ণই বিপদত তেওঁক এৰিদিয়া নাই, সহায় কৰিছে, ভুল-ত্ৰুটি শুধৰাই কল্যাণৰ বাটেদি পৰিচালিত কৰিছে। ব্ৰজবাসীসকলৰ মহামিত্ৰ পূৰ্ণব্ৰহ্ম হৰি, মিত্ৰস্বৰূপত হৰিয়ে তেওঁলোকৰ সৰ্বদায় উপকাৰ সাধিছে। প্ৰীতিকাৰ্যত বশীভূত হৈ ভগৱানে গোপ-গোপীসকলৰ সংসাৰবন্ধন মুকলি কৰি দিলে।

ভগবানৰ ওপৰত নিজকে সমৰ্পণ কৰাতোৱেই আত্মনিবেদন-ভক্তি। ইয়াত ভকতৰ নিজা বুলিবলৈ একোৱেই নাথাকে, সম্পূৰ্ণ কৃষ্ণৰ চৰণত নিৰ্ভৰ কৰি চলে। গাই এজনী বোচলে তাইৰ ঘাঁহ-পানী

যোগান ধৰাৰ দায়িত্ব পূৰ্বৰ গিৰীহঁতৰ ওপৰত নাথাকে, কিনোতাৰ হাতলৈ যায়, তেনেকৈ ভগৱানৰ ওপৰত সম্পূৰ্ণভাৱে আত্মসমৰ্পণ কৰা ভকতে সকলো বিষয়তে কৃষ্ণৰ ইচ্ছাত চলি থাকে। কৃষ্ণৰ কৃপাত তেওঁৰ সকলো হয়, নিজাববীয়াকৈ কোনো দিশতে চিন্তা কৰাৰ অকণো প্ৰয়োজন নাথাকে ; কেৱল ভক্তিৰসত বুৰি থাকিলেই হ'ল।

আত্মনিবেদন জীৱৰ শ্ৰেয়স, ইয়াত ভকতে ভগৱানৰ সমান ঐশ্বৰ্য লাভ কৰে। এয়ে নিৰ্গুণ ভক্তি, অৰ্জুনৰ আগত কৃষ্ণই আত্ম-নিবেদন ভক্তিৰ শ্ৰেষ্ঠত্ব সম্পৰ্কে উক্তি কৰিছে, ইয়াত ধৰ্ম-অৰ্থ-মোক্ষৰ ফল সিজে।

বত্মাৱলীৰ শেষ বিবচনত শৰণৰ বিষয়ে কোৱা হৈছে। সংসাৰৰ লোভ-মোহ এৰি দেহ-মন-বাক্যৰে কৃষ্ণৰ অভয় চৰণত একান্তভাৱে আশ্ৰয় গ্ৰহণ কৰাটোৱেই শৰণ। অন্য দেৱ-দেৱীৰ প্ৰশ্ন নাই, কেৱল কৃষ্ণইহে শৰণীয়, তেওঁতেই সমস্ত অৰ্পণপূৰ্বক চলিব পাৰিলেই হৰি-ভকত নিশ্চিন্ত হয়। শৰণীয়াজন আশ্ৰয়প্ৰাৰ্থী, ভগৱানে তেওঁৰ পাচৰণত আশ্ৰয় নিশ্চিন্ত কৰিলে ভকতে কোনো বিষয়ে ভাবিব নালাগে, সংসাৰ ভয়ো তেওঁৰ নাথাকে।

শাস্ত্ৰত আছে, ব্ৰহ্মযজ্ঞ ( বেদ অধ্যয়ন ), নৃ-যজ্ঞ (অতিথি-সেৱা), দৈৱ-যজ্ঞ ( নিত্য হোম ), পিতৃ-যজ্ঞ ( শ্ৰাদ্ধাদি কৰ্ম ), ভূত-যজ্ঞ ( প্ৰাণীসমূহলৈ আহাৰ প্ৰদান ), এই পাঁচ প্ৰকাৰ যজ্ঞ নিতৌ আচৰণ নকৰিলে মানুহৰ অপৰাধ হয়, পাপ লাগে ; আৰু ইয়াৰ পৰিণামত মানুহে হীনকুলত জন্ম ধৰে। কিন্তু কৃষ্ণৰ চৰণত শৰণ ল'লে এই পাপ বিমোচন হয়, কাৰণ সমস্তৰে আত্মা হৈছে হৰি, তেওঁ তুষ্ট হ'লে তিনিওলোক তৃপ্ত হয়।

সৰ্বতীৰ্থ ভগৱানৰ চৰণত বিৰাজিত, গতিকে হৰিৰ চৰণাশ্ৰিত লোক পৰম ভাগ্যশালী, নিৰ্ভয় আৰু সংসাৰ-তাপবিমুক্ত।

অন্য দেৱ-দেৱীৰ চৰণত শৰণ পশিলে ফল নাপায় কিয় ? শ্ৰীকৃষ্ণ মায়াতীত, মায়াই তেওঁক অকণো মুহিব নোৱাৰে। সেইবাবে মায়াৰ বহু উৰ্ধ্বত থকা মায়াধীশ কৃষ্ণইহে সকলোৰে শৰণীয়, তেওঁত বাহিৰে

শাস্ত্রত উল্লেখিত দেৱ-দেৱীসমূহ মায়াৰ বশীভূত। কৃষ্ণত শৰণ ল'লে মানুহে জগতৰ মায়া-মোহ ত্যাগ কৰি ভগবানক লভি পৰমানন্দধামলৈ গতি কৰে।

## সুন্দৰীৰ পুণ্য-হাট

মাধৱদেৱৰ কাৰ্যকুশলতা আছিল বিস্ময়জনক, অল্পদিনৰ ভিতৰতে তেওঁ সুন্দৰীত নামঘৰ, মণিকূট আৰু ভকতৰ হাটী-বাটী নিয়াৰিকৈ সজাই ধৰ্মচৰ্চাত মনোনিবেশ কৰিলে। নামঘৰৰ বিভিন্ন কাৰ্যত নিয়োজিত ভকত আছেই, পুৰণি চামৰো বহুতে মাধৱদেৱক কেন্দ্ৰকৰি নিয়মিতভাৱে চৈধ্য-প্ৰসঙ্গত উপস্থিত হৈ মহাজীৱনৰ বাটেদি আগুৱাই গ'ল। হাটীত ভকতৰ বহাৰ সংখ্যা বাঢ়িল। দূৰ-দূৰণিৰ বহুতো লোক আহি গুৰুজনৰ অমৃত-ৰসাল হৰিকথা শুনি মহাপুৰুষৰ ধৰ্ম গ্ৰহণ কৰিলে।

এদিন কেইজনীমান ধুনীয়া তিৰোতা বঢ়িয়াকৈ সাজি-পাৰি, উধনীয়াকৈ খোপাবান্ধি মাধৱদেৱৰ থানলৈ আহিল। গুৰুজনে তেওঁলোকক মাতৃ সম্বোধন কৰি ক'লে, পুত্ৰৰ ওচৰলৈ এই বেশত আহিব নালাগে, বিয়া-সবাহতহে এনে ভমকা-ফুলিয়া পোছাক আই-সকলে পিন্ধে।

মাধৱৰ মন্তব্য শুনি মহিলা কেইগৰাকী অত্যন্ত লজ্জিত হ'ল; ইজনীয়ে সিজনীৰ আঁৰত মুখ ঢাকিবলৈ চেষ্টা কৰিলে। শ্ৰীৰামৰ হতুৱাই তেওঁলোকক নিৰ্মালি দিয়ালে। নিৰ্বিকাৰী আতাই মুখলৈ নোচোৱাকৈ গুৰুবাক্য পালন কৰিলে। কি আচৰিত! প্ৰত্যেক-জনীৰ কোঁচত ফুল-তুলসী ছিটিকি গৈ পৰিল, মুখলৈ নেচাই দলিয়াই দিয়া নিৰ্মালি সকলোৱে পালে।

এই ঘটনাৰ বিষয়ে তিৰোতা কেইগৰাকীয়ে মাধৱৰ ভনীয়েক উৰ্বশী আইৰ আগতো ক'লে, তেওঁ ভৱিষ্যতলৈ সাৱধানকৰি দিয়াত,

সেইদিনাৰপৰা তেওঁলোক গুৰুৰ থানলৈ আহোঁতে মাৰ্জিত ৰুচিৰ সাজ-পাৰ লৈ আহিব ধৰিলে।

সুন্দৰীহঁতৰ ৰূপ-লাৱণ্য আৰু পোছাক-পৰিচ্ছদে মাধৱদেৱৰ মন অকণো টলাব নোৱাৰিলে. আনহাতে তেওঁৰ ব্যক্তিত্ব আৰু ব্যৱহাৰে তিৰোতা কেইগৰাকীক সংশোধিত কৰিলে, হৰিকথা-ৰসত তেওঁলোক আকৰ্ষিত হ'ল। এই শিক্ষ সুৰুচিপূৰ্ণ সমাজ গঠনৰ অন্যতম সহায়ক হৈ ৰ'ল

দক্ষিণপাৰৰ মালচাত থকা কংসাৰা, তেওঁ এবাৰ ধানৰ সাঁচ বিচাৰি আহি মনদিয়াৰ ঠাকুৰ আতাৰ ঘৰত থাকিল। নিশা আলহী ভকতি-প্ৰদীপৰ পদ গোৱা শুনি, ঠাকুৰ আতাই ক'লে, এই পুথিৰ তত্বজ্ঞ পুৰুষ ওচৰতে আছে; তেওঁ শাস্ত্ৰকাৰৰ ঘনিষ্ঠতম শিষ্য। কংসাৰীৰ মনত কৌতূহল বাঢ়িল, সুন্দৰীৰ গুৰুজনৰ বিষয়ে জানিবলৈ পাই তেতিয়াহ যাব ওলাল।

ঠাকুৰ আতাই তেওঁক কেইদিনমান পাছত আহিবলৈ ক'লে. তেওঁ লগত লৈ যাব। কংসাৰা ঘৰলৈ গৈ কঠিয়া সিঁচি পুনৰাই মনদিয়ালৈ আহিলত ঠাকুৰ আতাই তেওঁক গুৰুজনৰ ওচৰলৈ লৈ গ'ল। দূৰতে গুৰুজনক দেখি তেওঁ সেৱা জনালে।

শৰণ লোৱাৰ আগতে মাধৱে বুজাই ক'লে, গুৰুধৰ্মত ফাৰি-যুকা নাই, ল'ৰা-তিৰোতাই যদি এইধৰ্ম গ্ৰহণ নকৰে তেওঁলোকক এৰিব লাগিব, অভক্তনাযাৰ হাতে-পাগে নচলে।

কংসাৰীৰ মন দৃঢ়, তেওঁ ভকত হ'ল। মাধৱদেৱে তেওঁৰ নতুনকৈ নাম দিলে, বিষ্ণু। এনেকৈ নাম গ্ৰহণৰ পাছত বহু ভকতৰ নাম সলাই থোৱাৰ বহুত দৃষ্টান্ত আছে। শংকৰদেৱেও গয়াপাণি আৰু ভবানন্দ সাউদক ৰামদাস আৰু নাৰায়ণদাস নাম দিছিল। ব্যক্তিৰ নামৰ মাজেদি ঈশ্বৰৰ নাম উচ্চাৰিত হৈ থাকিলে মনৰ শুদ্ধতা হ'ব বুলিয়েই কিজানি তুযোজনা গুৰুৱে এই ব্যৱস্থা লৈছিল।

বিষ্ণু আতা থানৰপৰা বিদায় লৈ যোৱাৰ সময়ত গুৰুজনে আজ্ঞা দিলে, যদি বিষ্ণুৰ ল'ৰা-তিৰোতাই আগ্ৰহ কৰে, ভকতি-প্ৰদীপ

আগত থৈ ব্ৰতে-উপবাসে ৰাখি তেওঁলোকক শৰণ দিয়াব, গুৰুবাক্য উচ্চাৰণ কৰি শুনাব।

নিশা ঠাকুৰ আতা আৰু বিষ্ণু আতাক একেখন পাটীত শুব দিলে, ৰাম-হৰি চিন্তি দুয়ো বিছনাত পৰিল। টোপনি আহিলত গুৰুজন উঠিগৈ দুয়োৰো মাজত বাগৰ দিলে। টোপনিৰ চকামকাত ইজনে ভাবিলে, সিজনে ঠেলিছে, সিজনে ভাবিলে ইজনে ঠেলিছে; হাত খেপিয়াই জানিলে তিনিজন। দুয়ো আতা উঠিব খুজিলে, গুৰুজনে দুয়োকো হাতেৰে হেচুকি ধৰি গোটেই নিশা ভগবান কৃষ্ণৰ প্ৰেমানন্দৰ লীলা-কাহিনী কৈ কটাই দিলে। উপযুক্ত শ্ৰোতা পালে তেওঁৰ দুখ-ভাগৰ, দিন-ৰাতিৰ ব্যৱধান নাই; বিশেষকৈ নকৈ শৰণলোৱা বিষ্ণুৰ অন্তৰত হৰিকথাৰ প্ৰয়োজন আছে।

দক্ষিণপাৰে বিষ্ণু আতাৰ জৰিয়তে বহুলোক ভকত হ'ল, তেওঁলোকে শ্ৰদ্ধাৰে ইখন-সিখন বস্তু আতালৈ আনিব ধৰিলে। শংকৰ-মাধৱক নাজানে, দক্ষিণপৰীয়া ভকতে বিষ্ণুকে গুৰু বুলি মান-সৎকাৰ দেখুৱাত আতাৰ অশান্তি; গুৰুৰ দায়িত্ব তেওঁৰ ওপৰত নাই। মুখেৰে ক'লেও ভকতে বিশ্বাস নকৰে।

লগৰ তিনিজন ভকতৰ সৈতে বিষ্ণু মাধৱদেৱৰ ওচৰলৈ গ'ল। গুৰুজনক এবাৰ দক্ষিণপাৰলৈ আনি ভকতৰ সন্দেহ গুচাব লাগে।

মাধৱে বিষ্ণুক নৃসিংহ ভাওনাৰ আয়োজন কৰিবলৈ কৈ পঠিয়ালে। এই ভাওনা উপলক্ষ্যে তেওঁ মালচালৈ যাব আৰু নিজে ভাওঁলৈ মানুহক বুজাই দিব বিষ্ণু প্ৰকৃত গুৰু নহয়; তেওঁৰ ওপৰত অন্য গুৰু আছে।

ঠাকুৰ আতাক চেঁ-মুখা আৰু প্ৰয়োজনীয় আহিলা-পাতি সজাবলৈ দিলে। ভাওনাৰ সকলো আয়োজন প্ৰস্তুত হ'লত, নিৰ্দিষ্ট দিনত বিষ্ণু আতা আহি পৰম শ্ৰদ্ধাৰে ভকত সমাৱতে গুৰুজনক লৈ গ'ল। ব্ৰহ্মপুত্ৰৰ সিপাৰে মালচৰৰ ঘাটত মাধৱদেৱৰ দৰ্শনৰ কাৰণে সমবেত হোৱা ৰাইজ ভাৰ পৰিল, লোকাৰণ্য হ'ল। বাঁহ বান্ধিব লগীয়া হৈছিল, মানুহবোৰ হুৰহুৰাই গুৰুজনৰ কাষলৈ আহি সেৱা

কৰোঁতে ছুৰ খোজে, ভকতে হাতেৰে বেঢ়িলৈহে কোনোমতে বাৰণ কৰিলে।

গুৰুজনে ভাওনা সম্পৰ্কীয় কিবা কথাত বিষ্ণুৰ ওপৰত থংকৰি দেখুৱালে, আতা সন্মুখত আঠু লৈ ৰ'ল। বাইজে তেতিয়া বুজিলে, বিষ্ণু আতাৰ গুৰু এইজনা বিশিষ্ট পুৰুষেই হয়।

তিনিদিনৰ পাছত ভাওনা আৰম্ভ হ'ল। মাধৱে নৃসিংহৰ ভাও ল'লে, তেওঁৰ বচনভংগী অপূৰ্ব, অংগী-ভংগী নিখুঁত; দৰ্শকমণ্ডলী মুগ্ধ। হাঁবা দলে হিৰণ্যক্ষ, নৃসিংহই হিৰণ্যক্ষৰ চোলা ফালি উৰুৰ ওপৰত মহাপৰাক্ৰমেৰে চিতকৈ পেলাই লৈ গম্ভীৰবচনেৰে ভীষণ তৰ্জন-গৰ্জন আৰম্ভ কৰিলে। তেওঁৰ মূৰ্তি দেখি মহন্তই মানুহ মাৰিলে বুলি উচাপথাই ভালেমান দৰ্শক পলাবলৈ ধৰিলে। ঠাকুৰ আতাই তেওঁলোকক বুজাই-বঢ়াই পুনৰ ওভোতাই লৈ আহিল।

নৃসিংহই দৈত্য-সেনাৰ দেহত কিল-ভুকু-ঘৰা কাতি মাৰিবলৈ ধৰিলে, গোবিন্দ আতৈৰ কপালত ঘৰা কাতি লাগি ঐ টেঙাৰ সমান হৈ উখহি উঠিল। ইয়াক গুৰুজনৰ প্ৰসাদ বুলি ভাওনাৰ শেষত অন্য দৰ্শকেও প্ৰাৰ্থনা কৰিলে, পাছত ই দোষণীয়, বুজাই দিয়াতহে তেওঁলোক প্ৰশমিত হ'ল। ঘটনাটোৱে গুৰুজনৰ ওপৰত থকা সৰ্বসাধাৰণৰ গভীৰ বিশ্বাসৰ ইংগিত দিয়ে। উত্তৰপৰীয়া ভকতৰ নিচিনা দক্ষিণপৰীয়াৰ অন্তৰতো মাধৱদেৱৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু অতল বিশ্বাস জন্মিলে।

গুৰুজন মালচাত দহদিন ৰ'ল, বহুতে তেওঁৰ ওচৰলৈ আহি ধৰ্ম গ্ৰহণ কৰিলে, বহুতে তত্ত্বকথাৰ সম্ভেদ পালে আৰু বহুতৰ ব্যক্তিগত সমস্যা সমাধান হ'ল। মাধৱদেৱৰ উপস্থিতিত দক্ষিণপাৰৰ ভাগৱতী সমাজখন জীপাল হৈ উঠিল, ঠাকুৰ আতাই নতুনকৈ হোৱা ভকত-সকলক নীতি-সদাচাৰৰ বিষয়ে শিকাই দিলে। অদ্বৈত-আতা সবক ভকতে অনেক দ্ৰব্যবস্তুৰে বিদায় সম্ভাষণ জনালে।

উভতি অহাৰ পথত মাধৱদেৱ গাৰো-ৰাভা অধ্যুষিত জনজাতীয় অঞ্চলত সোমাল। সকলোৰে অন্তৰৰ সূক্ষ্মতম কোণত ভগবান-

জিজ্ঞাসা, গুৰুজনৰ সৌম্য-শান্ত-মধুৰ ৰূপত তেওঁলোক পৰমতৃপ্ত হ'ল। বহুতে নামধৰ্ম ল'লে। তেওঁৰ পদৰজ-প্ৰসাদ লভি সেইবোৰ অঞ্চলতো একোখনি পুণ্যতীৰ্থ গঢ়ি উঠিল ; গুৰুধৰ্ম প্ৰচাৰ হ'ল।

পূৰ্বতে অন্য গুৰুৰ আশ্ৰয় লৈ বেলেগ মতেৰে যোৱা লোককো পৰমাৰ্থ-বস্তু দি পৰমভকতৰ শাৰীলৈ উন্নীতকৰা দৃষ্টান্ত মাধৱৰ ধৰ্ম-প্ৰচাৰৰ ক্ষেত্ৰত আছে। উজনি-নামনিৰ কেইবা ঠাইতো ঘূৰি-পকি আহি তাঁতীকুচিত বসতি কৰিবলৈ লোৱা গোপাল চৈতন্যপন্থী আছিল। তেওঁ চৈধ্যজন পালি লগত লৈ মানুহৰ ঘৰে ঘৰে ওজা গাই ফুৰিছিল।

এদিন মনদিয়াত ওজা গাবলৈ যাওঁতে ঠাকুৰ আতাই লগপাই কথাপ্ৰসঙ্গত গুৰুজনৰ বিষয়ে উল্লেখ কৰি পিছদিনা গোপালক সুন্দৰীলৈ পঠিয়াই দিলে। মাধৱদেৱে মনৰ দৃঢ়তা ভালদৰে পৰীক্ষা নিৰীক্ষা কৰি, বেলেগ পন্থীয় হোৱা সত্ত্বেও গোপালক সৎ মন্ত্ৰ শুনালে। তেওঁৰ লগৰীয়া কেইজনেও মাধৱক গুৰু হিচাপে গ্ৰহণ কৰিলে। কাৰ অন্তৰত ভক্তিৰ পাৰাকাষ্ঠা কিমান গভীৰ মাধৱে তিলেকতে বুজি পাইছিল, হৰিনামৰ অমৃত বৰ্ষিত তেওঁ ভকতক পৰিশোধিত কৰিছিল।

উদাসীন হ'লেও ভক্তপ্ৰাণ মাধৱে সৰু ল'ৰা-ছোৱালীক অত্যন্ত স্নেহ কৰিছিল। এবাৰ পুৰুষোত্তম ঠাকুৰক জা-জলপান খুৱাই, মূৰত তেল ঘঁহি দি, পাটৰ ধুতি-পচৰা পিন্ধাই, কপালত ফোট আঁকি দি আনন্দ মনেৰে কোলাত বহুৱালে। শ্ৰীৰাম আতাই খাৰু আৰু কুণ্ডল এযোৰ পিন্ধাই দিলে চমৎকাৰ দেখিব বুলি কোৱাত পিছদিনা সোণাৰী এজন মতাই অলংকাৰ দুইবিধ গঢ়াই দিয়ালে।

এদিন ঠাকুৰ আতাৰ ঘৰত, পাচিত শুৱাই থোৱা কেচুৱাই কান্দি আছে, আতাই ঘৰৰ পাছফালে কোৰ মাৰিছে, মাক পানীৰ ঘাটত। মাধৱদেৱ গৈ কান্দিথকা কেচুৱাৰ মুখত তৰ্জনী আঙুলিটো চুহিবলৈ দিলে। কেচুৱা শান্ত হ'ল, কান্দিব এৰিলে। ভকতলৈ তেওঁৰ স্নেহ কিমান গভীৰ তাক কৈ ওৰ পেলাব নোৱাৰি।

সেউতাকে মৰিয়াৰ ভয়ক এদিন ৰামচৰণ ঠাকুৰ ঘৰলৈ উভতি নাহিল। ৰাতি হ'ল, সেউতাকে তেওঁক কতো বিচাৰি নাপালে। মাধৱে জোৰ হাতত লৈ কুঁহিয়াৰ তলিৰপৰা ভাগিনেকক উলিয়াই লৈ আহিল। সেইদিনা তেওঁ ৰামচৰণক একো নক'লে, ডাবি-ধমকিও নিদিলে।

অন্য এদিন আকৌ পঢ়িব নোৱাৰাবাবে ভাগিনেকক তেওঁ খুব মৰিয়ালে। সিদিনাৰপৰা কোনোদিনে আৰু ৰামচৰণক মৰিয়া নাই। তেওঁৰ কঠোৰ শাসনৰ মাজত ৰখা কাৰণেই ভাগিনেকে পঢ়ি-শুনি সময়ত সুপণ্ডিত হ'ল।

অকল গুৰুজনৰে নহয়, তেওঁৰ অৱৰ্তমানত মাধৱে গুৰুপত্নীৰ খা-খবৰ লৈ পৰিয়ালটোৰ সা-সুবিধালৈ চকু দিছিল। তেওঁ নিজে যাব নোৱাৰিলেও বিশ্বাসী ভকত প্ৰায়েই পাটবাউসীলৈ পঠিয়াই দিয়ে। এবাৰ চ'ত মাহত আই গোসাঁনীৰ তালৈ শ্ৰীৰাম গ'ল, ধনু-খন্দা জানত ৰাইজে মাছ মাৰিলে, পানী ঘোলা হৈ আছে, কালিন্দী আই গা ধুব পৰা নাই। গা ধোৱা ঘাটটো সদায় লেতেৰা কৰি ৰাখে, বাপুৰ আগত ক'বলৈ কৈ পঠিয়ালে, পাৰিলে এটা পাতকুৱা কৰাই দিব লাগে।

মাধৱদেৱ পিছদিনাই পাটবাউসীলৈ গ'ল, নিজে কুঁৱাৰ পাট বিচাৰি গোপালৰ ঘৰত ওলালগৈ। দূৰৈৰ গংগা ওচৰতে, গোপালে আথে-বেথে নতুন চৰিয়াত পানীলৈ গুৰুজনৰ ভৰি ধুৱাই, পাদোদক শিৰত লৈ পীৰাত নতুন কাপোৰ পাৰি বহিবলৈ দি পান-তামোলৰ শৰাই আগত থৈ আঠু কাঢ়ি সেৱা জনালে। সন্ন্যাসীৰ লগত গৈ সুন্দৰীত দেখাৰপৰা তেওঁৰেই চৰণ চিন্তি আছে, এতিয়া গুৰুজনে দাস-ভৃত্য হিচাপে চপাই ল'ব লাগে।

মাধৱদেৱে শৰণ দিয়া বিষয়ে একো নক'লে, পাটবাউসীৰ গুৰু-ঘৰত কুঁৱা এটা বহুৱাবলৈ পাট বিচাৰি যোৱা বুলিহে ক'লে। সিদিনা গোসাঁনী আই দেখুৱাই দিয়া ঠাইত মাটি খন্দাই কুঁৱাৰ পাট বহুৱাই মাধৱ পুৰুষৰ শ্ৰীমুখৰ বাক্য আখৰে আখৰে পালন কৰিলে। সেইদিনাই জলপান খোৱাৰ সময়ত কুমাৰে চিৰাত ধান পাই বাছি

পেলালত গোপালে মানা কৰি তেনেই খাবলৈ ক'লে। কিয়নো, গোসাঁনী হাতেৰে পৰশা-বস্তু ধান হ'লেও পেলাব নালাগে।

মাধৱদেৱে এই প্ৰসঙ্গত গভীৰ তত্ত্ব এটি ডাঙি ধৰিলে, ভাজি, খুন্দি, জাবি উলিয়াৰ পাছতো যেনেকৈ চিৰাত ধান বৈ গ'ল সুগুচিল; তেনেকৈ ভক্তি-নিষ্ঠা হ'লেও গোপালৰ সংসাৰ সুগুচিব।

ইয়াৰ পাছত পৰম শ্ৰদ্ধাভাৱে গোপালে নামধৰ্ম গ্ৰহণ কৰিলে। ব্ৰহ্মমূহূৰ্ত্তে উঠি প্ৰাতঃকৰ্ম কৰি গা-ধুই গুৰুসেৱাৰ পাচত তেওঁ মাধৱদেৱৰ ওচৰত থাকে। হৰিকথা শুনাৰ উপৰিও একনিষ্ঠভাৱে গুৰুৰ পৰিচৰ্যা কৰে। মাধৱে ৰান্ধিবলৈ উঠিলেহে গোপাল উঠি গৈ এমুঠি সিজাই, খাই উঠিয়েই আকৌ গুৰুজনৰ ওচৰলৈ আহে।

খৰিৰ নাটনি, মাধৱদেৱে বতাৰে জুই পুৱায়, গোপালে এই কথালৈ লক্ষ্য কৰি এদিন হাবিত সোমাই গছ কাটি আনি ফালি-ছিৰি দমাই থ'লে। নিশা দয়ালু পুৰুষে গোপালৰ হাতত পান"-জোলা বন্ধা দেখি ভবিষ্যতলৈ খৰিকটা বাৰণ কৰিলে।

প্ৰিয়শিষ্য গোপালক গুৰুজনে বৰ মৰম কৰে, ৰান্ধি-বাঢ়ি আগতে গোপালৰ পাতত বাঢ়ি দিয়ে। এইকাৰ্য দোষণীয় বুলি ঠাকুৰ আতাই জনাই দিয়াত গুৰুৰ আজ্ঞা লৈ গোপালে পুৱৰ হাটীত এডোখৰ ঠাই পুতি লৈ বহা এটি সাজি ভকতৰ সৈতে গুৰুজনক নিমন্ত্ৰণ কৰি লৈ এমুৰীয়া বহাটোত নামকীৰ্ত্তন কৰালে।

গুৰুজনে গোপালৰ এই নতুন বহাডুখৰি খুজিলে, কোনো প্ৰশ্ন নাই, তেওঁ তেতিয়াই পৰম শ্ৰদ্ধাৰে ইয়াক মাধৱদেৱৰ চৰণত নিবেদন কৰিলে। গুৰুজনে তাত অচ্যুত গুৰুক থাকিবলৈ আদেশ দিলে।

দ্বিতীয়বাৰ আকৌ গুৰুজনৰ আজ্ঞাত পশ্চিমহাটীৰ মূৰত গোপালে এমাহৰ ভিতৰতে নতুন বহা এটি সাজি উলিয়ালে। ন-গৃহত আয়োজন কৰা নাম-কীৰ্ত্তনত উপস্থিতহৈ এই বেলিও বহাটি খুজিলৈ যদুমণি আতৈক তাত থাকিবলৈ আজ্ঞা কৰিলে।

কথা-গুৰু চৰিতত আছে, ইয়াৰ পাছত গোপালে তৃতীয়বাৰ বহা সাজি নামকীৰ্ত্তন কৰিবলৈ গুৰুজনৰ সৈতে ভকতক আমন্ত্ৰণ কৰি

নিলে। সেইদিনা মাধৱদেৱে সম্বোধিত হৈ আশীৰ্বাদ দিলে, গোপাল তুমি অ'তে থকা, তোমাৰ ভক্তি-ধৰ্ম-শ্ৰী-যশ চন্দ্ৰ-সূৰ্য প্ৰকাশ কৰাদি, নদী বোৱাদি জগতজুৰি ব'ব, জ্বলিব।

মাধৱদেৱৰ এই আশীৰ্বাদ গোপাল আতাৰ জীৱনত আখৰে আখৰে ফলিয়ালে। অকল এয়াই নহয়, গোপালৰ ভক্তিৰ পাৰাকাষ্ঠা নিৰ্ণয় কৰিবলৈ ইয়াতকৈ কঠোৰ পৰীক্ষাত উত্তীৰ্ণ হ'বলগীয়াত পৰিল।

এদিন মাধদেৱে গোপালক চিৰা খাবলৈ দি নাম গাবলৈ কীৰ্ত্তন-ঘৰলৈ ওলাই আহিল। চিৰা খালে তেওঁ নামকীৰ্ত্তন সুখৰপৰা বিৰত হয়, জিভাৰ তৃপ্তি তেওঁক নালাগে, চিৰা নাখাই গোপাল গুৰুজনৰ ওচৰলৈ গৈ নামকীৰ্ত্তনত যোগ দিলে।

গোপাল আতাৰ মাক দুই-তিনি দিনৰ মূৰে মূৰে পুতেকৰ ওচৰলৈ আহি গালি পাৰে। লগতে ঘৰভাঙি ল'ৰাজন লৈ আহা বুলি গুৰুজনৰ ওপৰত নিন্দাসূচক বাক্যৰে অভিযোগ আনে। মাতৃ আৰাধ্যা গোসঁানী, গোপালে তেওঁক একোকে নকয়, ক'ব নোৱাৰে ; অসন্তোষ মনেৰে মাকৰ কাষৰপৰা গুচি আহি গুৰুজনক সকলো কথা কয়।

গুৰুজন তীক্ষ্ণ বুদ্ধিৰ লোক, তেওঁ বুদ্ধি দিলে, গোপাল কানি-তীৰ্থলৈ যাওঁ বুলি মাকৰপৰা বিদায় লৈ কওঁক তেওঁ আৰু উভতি নাহে। এদিন তেনেকৈ কোৱাত বজ্ৰজী আই কান্দি-কাটি মাধৱদেৱৰ ওচৰলৈ আহিল। তেওঁ অনুৰোধ জনালে, পুতেকক গুৰুজনে বাহিৰলৈ যোৱা মানা কৰিব লাগে, সুন্দৰীত থকাত মাজে-সময়ে এবাৰ গোপালৰ মুখখন দেখিছেই, তীৰ্থবাসী হ'লে তাৰো মুদা মাৰিব। মাধৱদেৱে চেষ্টা কৰিব, কিন্তু পুতেকক তেওঁ ভৱিষ্যতলৈ গুৰুজনৰ ওচৰত থকাৰাবে গালি পাৰিব নোৱাৰে। মাক সম্মত হ'ল। এই বুদ্ধিৰে মাকৰ সৈতে গোপালৰ সম্পৰ্ক মধুৰ কৰি তুলিলে।

উপাস্য দেৱতা বিষ্ণুত বাহিৰে অন্য কোনো দেৱতাক প্ৰাৰ্থনা জনোৱাৰ পক্ষপাতী মাধৱদেৱ নাছিল। এই বিষয়ত তেওঁ অতি কঠোৰ, অকণো ইফাল-সিফাল নহয়। গোপালে গুৰুৰ আজ্ঞাত বিয়া-বাৰু কৰাই ভৱানীপুৰৰ কালঝাৰত নামঘৰ মণিকূট সজাই

ধৰ্ম চৰ্চা কৰি আছিল। মাধৱদেৱে ভকত সকলৰ সৈতে গোপাল আতাৰ আমন্ত্ৰণক্ৰমে সাত-আঠবাৰ ভৱানীপুৰলৈ অহা-যোৱা কৰিলে।

এবাৰ হৰিকীৰ্তন মহোৎসৱ সমাপন কৰি গুৰুজনে ভকতৰ সৈতে সুন্দৰীলৈ উভতি আহোঁতে গোপালে সন্মানসহ বিদায় দি একেখন নাৱত উঠি কিছুদূৰ আগবঢ়াই থ'বলৈ আহিল। হঠাতে আকাশত এচপৰা ক'লামেঘ দেখি বৰষুণ নিদিবলৈ গোপাল আতাই মেঘ-দেৱতাক প্ৰাৰ্থনা জনালে। বৈষ্ণৱ-মহন্তৰ মুখত মেঘদেৱতাৰ স্তুতি, মাধৱদেৱৰ খং উঠিল। বিষ্ণুৰ ইংগিতত চন্দ্ৰ-সূৰ্য-বায়ু-বৰুণ সঞ্চৰিত হয়, মেঘদেৱতাৰ নিজা শক্তি নাই। সমস্ত দেৱতাৰ ভিতৰত দৈৱকী নন্দন কৃষ্ণ শ্ৰেষ্ঠতম, তেনেস্থলত গোপালে মেঘদেৱতাক স্তুতি কৰিব কিয় ?

গোপালৰ লগত একে নাৱতে মাধৱদেৱ আৰু আগ নবাঢ়িল, নামি গ'লে তেওঁ নাৱৰপৰা যাব। গুৰুবাক্য শুনি গোপাল নামিব খুজিলত তেওঁক কালঝাৰ নদীৰ বুকত নমাই দিলে। দয়ালগুৰু অলপ আগবাঢ়ি গৈ আকৌ শ্ৰীৰাম আতাক গোপালৰ ওচৰলৈ পঠিয়াই তেওঁ কেনে আছে সোধালে। গোপালৰ গৰ্বিত উত্তৰ গুৰুজন আকৌ আগবাঢ়িল। মাধৱৰ অন্তৰখন অস্থিৰ, পুনৰাই শ্ৰীৰামক পঠিয়াই দিলে।

এইবাৰ গোপালে উত্তৰত কৈ পঠিয়ালে, গুৰুজনে এৰিলেও তেওঁ সৰানাই, মাধৱে ৰঠাৰ পাটেৰেহে নাৱ বায়, তেওঁ নাল-পাটেৰে বাব। এই দাম্ভিক উত্তৰ শুনি মাধৱদেৱে তেওঁৰ জগৰ সাব্যস্ত কৰি গুছি আহিল।

কেইদিনমান পাছত গুৰুজনৰ আগত দেখুৱা আচৰণৰ কথা ভাবি গোপাল আতা লজ্জিত হ'ল, তেওঁ নিজৰ ভুল বুজি পালে। নাৰায়ণ দাসৰ মধ্যস্থতাত গোপালে এশটকা উৰভৰি গুৰুজনৰ ওচৰত ক্ষমা-প্ৰাৰ্থনা খুজিলে। মহৎ হৃদয়ৰ গৰাকী মাধৱ পুৰুষে তেওঁৰ প্ৰিয়-ভকতৰ দায়-দোষ ভাঙি ভকতক ৰাখিলে, সকলো ভকত সন্তোষিত হ'ল।

কিছুমানে এই ঘটনাটোৰ বাবে মাধৱদেৱক নিষ্ঠুৰ বুলি ক'ব পাৰে, সামান্য এখাৰ কথাত ভকত এজনক নৈৰ মাজত এৰি থৈ আহিল। কিন্তু অলপ গভীৰকৈ চিন্তা কৰিলে মাধৱদেৱৰ গাত দোষ দিব নোৱাৰি। এক-শৰণীয়া নামধৰ্মত বিশ্বাসৰ হেৰ-ফেৰ অকণো নাই, কৃষ্ণত ব্যতিৰেক আইন কোনো দেৱ-দেৱতাৰ ওপৰত ভকতৰ মন ক্ষন্তেকৰ বাবেও নিবিষ্ট হ'ব নোৱাৰে, তেনে হ'লেই ভক্তি-ব্যভিচাৰ দোষ ঘটে। গোপাল আতাৰ নিচিনা এজন ভকতৰ মুখত মেঘদেৱতাৰ স্তুতি বিসদৃশ আৰু দোষণীয়। প্ৰিয়শিষ্য হ'লেও গৰিতজনক সেয়েহে গুৰুজনে সাময়িক বৰ্জন কৰিলে।

ইয়াৰ পাছত গোপাল আতাই পূৰ্বৰ দৰে গুৰুথানলৈ আহিগৈ সেৱা-ভক্তি কৰি ৰ'ল। এবাৰ নতুনকৈ ঘৰ-দুৱাৰ সজাই, চাৰিও হদত ঢাপমাৰি ক'লপুলি কই, প্ৰতি জোপা গছত থোক মেলিলত মাধৱদেৱক ভৱানীপুৰলৈ লৈ যাবলৈ নাৱ প্ৰস্তুত কৰি আনিলে। শ্ৰীৰাম আতা, ঠাকুৰ আতা আৰু আন ভকতৰ সৈতে গুৰুজন গ'ল।

গোপালে জন্মযাত্ৰা আৰু পচতি নাট ৰচনা কৰিছিল। গুৰু-ভকতৰ উপস্থিতিত নাট-ভাওনা পাতিলে, গুৰুজন ভাওনা চাই সন্তোষিত হ'ল অকল সেয়াই নহয়, জন্মযাত্ৰা নাটখনত মাধৱদেৱে গীত এটি সংযোজিত কৰি নাটৰ গাম্ভীৰ্য বঢ়াবলৈ সজ প্ৰয়াস কৰিলে। পিছদিনাৰ দোকাযাত্ৰাত মাধৱদেৱে নিজ হাতেৰে ফুল-পানী-লৱনু সিঁচি ঘোষা-কীৰ্তন পাই সকলো বাইজক অনুগৃহীত কৰিলে। এইবাৰ তেওঁ ভৱানীপুৰত সাতদিনীয়াকৈ থাকিল।

গুৰুজনে নামধৰ্ম বিতৰণ কৰিয়েই ক্ষান্ত থকা নাছিল, ভকতৰ দৈহিক, মানসিক আৰু আধ্যাত্মিক উন্নতিৰ ওপৰত বিশেষ দৃষ্টি ৰাখিছিল। গোপালে দশম শাস্ত্ৰৰ পদ কেনেকৈ চৰ্চে, লক্ষ্য কৰিবলৈ মনে মনে এবাৰ তেওঁ গ'ল। গুৰুজনৰ উপস্থিতিত পৰিবেশটো গহীন হোৱাত যতামজাখাই ঘূৰি চাওঁতে বৰখুটাৰ আঁৰত মাধৱক দেখি চৰণত উবুৰি হৈ পৰিল। আকৌ পদ চৰ্চিবলৈ কোৱাত গোপালে উত্তৰ দিলে,—এ বাপ, সূৰ্যৰ আগে কি বাতি, চন্দ্ৰৰ ৰশ্মিত

কি খদ্যোতৰ প্ৰকাশ, বাহু মৰ্গ্গ কি ক্ষুদ্ৰ ফিৰিঙতি? তোম্ৰাপুহু আত্মা অন্তৰ্যামীৰ আগে মই পতংগে চৰিম?

সুললিত কণ্ঠৰ গৰাকী মাধৱদেৱে 'অকল গীত-পদ নহয়, দশম-কীৰ্ত্তন, নাম-ঘোষা আদি পুথিসমূহো সুন্দৰকৈ পঢ়ি তত্ত্বাধুৰ কথাবোৰ সহজভাৱে ভক্তসমাজৰ আগত কৈছিল। ওপৰৰ তাৎপৰ্যপূৰ্ণ বাক্য শাৰীৰে গোপাল আতাই এইকথা স্পষ্টভাৱে স্বীকাৰ কৰিছে।

ঠাকুৰ আতা সখিয়েক যদিও, মাধৱদেৱৰ এজন নিষ্ঠাবান ভক্ত। শংকৰদেৱ পাটবাউসীত থাকোঁতে মনথৈৰপৰা গণককুচি হৈ মাধৱক লগত লৈ প্ৰায়েই তেওঁ গুৰুৰ থানলৈ আহিছিল আৰু ছোট আতাই সুন্দৰীত ধৰ্মচৰ্চা কৰি থকা কালতো তালৈ সঘনাই অহা-যোৱা কৰিছিল। ঠাকুৰ আতাৰ ঘৰৰপৰা পাটবাউসী পোণে পোণে সাত মাইল, সুন্দৰী ন মাইলাৰ কম নহয়। সেই সময়ত আলি-বাটৰ নামত বন-ইকৰাৰ মাজেদি এৰোটা সৰু সৰু গোপথ, কেতিয়াবা নৈ-পথেৰেও আহিছিল।

মাধৱদেৱ আৰু নাৰায়ণ দাস দুয়ো সমনীয়া,—এজন উদাসীন, আনজন গৃহী। শংকৰদেৱে কথাপ্ৰসঙ্গত ভগতসকলৰ আগত কৈছিল, উদাসীন হ'লে বঢ়াৰ পোৰ দৰে আৰু গৃহী হলে নাৰায়ণ দাসৰ দৰে হ'ব লাগে। সংসাৰত থাকিলেও মনটো সদায় ভগৱানৰ ওপৰত ৰখাতোৱেই উত্তম গৃহী ভকতৰ লক্ষণ।

ঠাকুৰ আতাই খেতি-খোলা কৰে, ঘৈণীয়েক বাৰাসী আই বুদ্ধিমতী, সুচতুৰা আৰু বিষ্ণুভক্তিপৰায়ণা। বাৰি-বাঢ়ি পৰিয়ালটোক খুৱাই-বুৱাই আলহী-অতিথিৰ আলপৈচান ধৰি আয়ে প্ৰয়োজনীয় কানিকাপোৰ ছুডোখৰ বৈ-কাটি লৈছিল।

গুৰু আৰু ধৰ্মৰ ওপৰত ঠাকুৰ আতাৰ গভীৰ নিষ্ঠা, এবাৰ স্বাৰ্থন্বেষী এচামৰ প্ৰৰোচনাত কোচৰজা নৰনাৰায়ণে শংকৰদেৱেক ধৰি নিবলৈ গৰমলি পঠিয়াই দিলে, সিহঁতে তেওঁক ঘৰত নাপাই নাৰায়ণ দাস আৰু গোকুল চান্দক বাটত পাই লৈ গ'ল। শংকৰ-

দেৱৰ বিষয়ে সোধাত ভকত দুজনে ক'ৰবৈ অস্বীকাৰ কৰিলত ৰাজ-বিষয়াই তেওঁলোকৰ ওপৰত শাস্তিৰ ব্যৱস্থা কৰিলে। অমানুষিক যাতনা, মাৰ-কিল আৰু গোবৰ-মূতৰ গাঁতত থিয় কৰাই থৈ মুৰ-হাতত কোবাবলৈ ধৰিলে। ওঠৰদিন শাস্তি দিয়াৰ পাছতো শংকৰ প্ৰৱৰ্তিত ধৰ্মত অনাচাৰ থকা বুলি তেওঁলোকৰ মুখৰপৰা নোলাল।

নাৰায়ণ দাস আৰু গোকুল চান্দৰ মুখত অনৰ্গল হৰিনাম, অপাৰ্থিৱ অনুভূতিৰ আৱেশত শাৰীৰিক যাতনাৰ কষ্ট তেওঁলোকে অনুভৱ কৰিব নোৱাৰিলে। কটোৱালে একেবাহে শাস্তি দিহি ভাগৰি পৰিল, তেতিয়া ৰাজআজ্ঞা অনুসৰি দুয়োকো ছয়কুৰি টকাত ভোটৰ ওচৰত বেচিলে।

সেই সময়ত অসমৰ উত্তৰ অঞ্চলৰ লৈতে ভুটানৰ সম্পৰ্ক আছিল আৰু দুয়োখন দেশৰ মাজত বেহা-বেপাৰ চলিছিল। ৰাজদণ্ডপ্ৰাপ্ত লোকক বজাৰত সাধাৰণ পণ্যবস্তুৰ দৰে বিক্ৰী কৰিছিল। কিন্তু ঠাকুৰ আতা আৰু গোকুল চান্দক কিনি লোৱা হাঘা-পাঘানামৰ ভোট দুজনে ভুটান পাহাৰৰ বাটেৰে বেছি দূৰ আগুৱাব নোৱাৰিলে, সিহঁত চকুৰে নেদেখা হ'ল। দেও-মানুহ বুলি ভকত দুজনক বজাৰ ওচৰত ওভোতাই দি টকা কেইটা ঘূৰাই লৈ গ'ল। বজাই দুয়োকো মোকোলাই দিলে।

ঠাকুৰ আতাৰ পত্নী এই দুদিনৰ সময়তো নাৰায়ণক চিন্তা কৰি গিৰীয়েকৰ লগে লগে আছিল। আইৰ স্বামীভক্তি ভাৰতীয় নাৰী-সমাজৰ কাৰণে যুগমীয়া হৈ ৰ'ব; কিয়নো পুত্ৰ পৰমানন্দৰ জন্ম এই দুৰ্যোগৰ মাথোন কেইদিনমান আগতে, পানী কেচুৱাটো লগত লৈ তেওঁ গিৰীয়েকৰ পাছে পাছে গৈছিল।

শ্ৰীৰামৰ লগত প্ৰায়েই মাধৱদেৱ ঠাকুৰ আতাৰ ঘৰলৈ যায়, বাৰাৰাসী আয়ে অতি শ্ৰদ্ধাৰে চাউল-খৰি-শাঁক-পানী যতনাই দিয়ে। কেতিয়াবা ঠাকুৰ আতা অলৈ-তলৈ গ'লেও গুৰুজনৰ অসুবিধা নহয়, তেওঁৰ কাৰণে আছুতীয়াকৈ ৰখা ঘৰটোত সকলোখিনি পৰমানন্দৰ মাকে যোগান ধৰে।

ঠাকুৰ আতাৰ ঘৰত নামকীৰ্ত্তন, হৰিকথা চৰ্চা, গীত-পদ আৰু শাস্ত্ৰসমূহৰ তত্ত্ববিচাৰ হয়। মাধৱদেৱে মুখ্যভূমিকা গ্ৰহণ কৰে; ওচৰ-কাষৰৰ মানুহে ইয়াত যোগ দিয়ে। ভকতসকলৰ মনত সংশয় উপজিলে গুৰুজনে সমাধান কৰি তেওঁলোকক ধৰ্মৰ পথেদি আগুৱাই লৈ যায়। ঠাকুৰ আতাই গুৰুজনৰ লগত পোনপটীয়া সম্পৰ্ক ৰাখি মাজে-সময়ে পৰামৰ্শ আগবঢ়াইছিল আৰু বহু লোকক শংকৰ-মাধৱৰ সৈতে যুক্তকৰি ধৰ্মপ্ৰচাৰত সহায়তা কৰিছিল।

এদিনৰ কথা,—মাধৱদেৱ শ্ৰীৰামৰ সৈতে ঠাকুৰ আতাৰ ঘৰলৈ গৈ নিশা হৰিকথা শ্ৰৱণ-কীৰ্ত্তনত কটাই পিছদিনা পুৱা সুন্দৰীলৈ ওলাল। নাৰায়ণ দাসে সখিয়েকক এমুঠি চাউল সিজাই খাই-বৈ আহিবলৈ প্ৰাৰ্থনা জনালে। মাধৱদেৱ সন্মত হ'ল।

ঠাকুৰ আতাৰ ঘৈনীয়েকে পৰম আগ্ৰহেৰে পাগ-পাতিলাৰ সকলো যা-যোগাৰ দিলে। শাক-মাঙ্গখিনি আগতে ৰান্ধি গুৰুজনে চাউল বহালে। সিজিলত শ্ৰীৰামে পাত দিলে, ভাত বাঢ়ি লৈ দেখিলে, এডোখৰ শামুকৰ চকোৰ। ভাত-আঞ্জা পাগ-পতিলা চৰ অশুচি হ'ল, মাধৱদেৱে তেতিয়াই সকলোখিনি পেলাই দিবলৈ ক'লে।

ঠাকুৰ আতাৰ মনত অসন্তোষ লাগিল, ঘৰত খবৰ কৰি তেওঁ জানিলে, সেইবেলা কেহো ঠাকুৰিয়াৰ বুঢ়ীমাকে দিয়া চাউল গুৰুজনক বহাবলৈ দিয়া হৈছিল। বুঢ়ী তিৰোতাজনীয়ে মাধৱদেৱত একটি চাউল লগাবলৈ বৰ হেপাহ কৰিলে আৰু সেইখিনি চাউল ঠাকুৰ আতাৰ পত্নীয়ে ডলাত জাৰি পুনৰ খৰিকাৰে বাছি দিলে। তথাপি শামুকৰ চকোৰ বৈ গ'ল। সেই চাউলৰ ভাত খাবলগীয়া নহয় কাৰণে কিজানি তাত বিঘিনি ঘটিল। হয়তো মাধৱদেৱে অভকতীয়া ঘৰৰ চাইল নাখায় কাৰণে বুঢ়ী আইৰ চাউলখিনি তেনেকৈ বৰ্জন কৰিলে।

ঠাকুৰ আতাই ঘৈনায়েকৰ ওপৰত খংকৰি ডাবি-ধমকি সোধাই ঘৰখনত হাহাকাৰ লগাই দিলে। মাধৱদেৱে তেওঁক বুজাই-বঢ়াই শান্তকৰি পুনৰ নতুন পাগজুৰি খাই-বৈ আবেলি সখিয়েকৰ লগত সুন্দৰীৰ থানলৈ খোজ ল'লে।

ঠাকুৰ আতাৰ পুতেক পৰমানন্দ চেমনীয়া, বাপেক-পুতেকৰ মাজত এদিন বাক্-বিতণ্ডা লাগিল। বাপেকৰ মতে তেওঁ পুতেকতকৈ ভাগ্যবান, পুতেকৰ মতে তেওঁ বাপেকতকৈ ভাগ্যবান; এই কথাৰ মীমাংসা ঘৰত নহ'ল। নাথায়-নবৈ দুয়ো সুন্দৰীলৈ আহিল, গুৰুজনৰ ওচৰত পুতেকে নিবেদন কৰিলে, ঠাকুৰ আতাতকৈ পৰমানন্দ বেছি ভাগ্যবান; কিয়নো, সংনাম গ্ৰহণ কৰাৰ পাছত তেওঁ পুতেকক জন্ম দিছে। এইকথা সঁচানে মিছা গুৰুজনে কওঁক। মাধৱদেৱে সিদ্ধান্ত দিলে, পৰমানন্দৰ কথা সঁচা।

সৰ্বসাধাৰণৰ দৃষ্টিত উদ্ভট-কাৰ্য যেন লাগিলেও মাধৱদেৱে কেতিয়াবা সংসাৰৰ লোভ-মোহ আঁতৰাই তেওঁৰ প্ৰতি শ্ৰদ্ধাৰ গভীৰতা বুজিবলৈ সখিয়েক হ'লেও ঠাকুৰ আতাৰ ঘৰখনত পৰীক্ষা কৰি চাইছিল। এদিন ঠাকুৰ আতা খেতি-পথাৰত, আগদিনা একাদশীৰ উপবাস গৈছে, ঘৈনীয়েকে ভাত ৰান্ধি আছিল। এনে সময়ত শ্ৰীৰামৰ সৈতে মাধৱদেৱ গৈ চোতালৰ আগৰ পাণ জুপি ধঁাহি-ধুঁহি ছিঙি বুন্দামাৰ কৰিলে, চোতালত বহি থকা পুতেক শিৱানন্দক কোৰ এটা মাৰিলে আৰু উতল আহিধৰা ভাতৰ চৰুটো দলিয়াই ভাঙি থৈ গুচি আহিল।

ঘৈনীয়েকে চকুলো মচি মচি পাগ-হাড়ী পেলাই মচি-কাচি নতুনকৈ ৰন্ধাৰ আয়োজন কৰাৰ লগে লগে ঠাকুৰ আতা চাকৰ-বাকৰৰ সৈতে ভৰদুপৰীয়া পথাৰৰপৰা আহিপালে। সকলো বৃত্তান্ত শুনি ঘৈনীয়েকে গুৰুজনক কিবা কৈছে নেকি সুধিলে। নাই, একো কোৱা নাই, ভয়তে পেপুৱা লাগি ঘৰৰ এচুকত তেওঁ সোমাই আছিল।

ঠাকুৰ আতাই তেতিয়া মন্তব্য কৰিলে, তেওঁ মহাপাপীয়ে সংসাৰ-মায়াত আবদ্ধ হৈ পৰি গুৰুৰ চৰণলৈ পাহৰি আছিল কাৰণে এইবোৰ কাৰ্যৰ মাজেদি তেওঁক সোঁৱৰাই দিলে।

মাধৱদেৱে উপস্থিত বুদ্ধিৰে কেইবাদিনো ঠাকুৰ আতাৰ ঘৰত সৰু-সুৰা সমস্যাৰ সমাধান কৰাৰ নিদৰ্শন চৰিত পুথিসমূহত আছে। এবাৰ আতাৰ পুতেক জগতানন্দই এটা বাটি আনটোৰ ওপৰত

ঘোপখুৰাই থ'লে। বহুত চেষ্টা কৰিও বাটি দুটা উলিয়াব পৰা নাই, ঠাকুৰ আতাই বাটি এটা ভাঙিবলৈ ক'লে। মাধৱদেৱে সখিয়েকক একক পানীত বাটি দুটা উবুৰিয়াই জোকাৰিবলৈ দিলে। তেনেভাবে কৰিলত, বাটি দুটাৰ জাপ লগে লগে ভাঙিল।

আকৌ এদিন শ্ৰীৰামৰ সৈতে গৈ কীৰ্তনঘৰত হৰিকথা চলি আছে। চুবুৰিৰ ল'ৰাইঁত চোতালত উমলিছে, ঠাকুৰপত্নীয়ে ল'ৰাইঁতক কল খাবলৈ দিলে। জিনাৰামৰ ডিঙিত কল এটা লাগিল, ইফালেও নাহে, সিফালেও নাযায়; উশাহ-নিশাহ ল'ব নোৱাৰা হ'ল, চকু থিৰ কৰিলে। চুবুৰীয়াল'ৰা, চোতালত কিবা এটা হ'ব লাগিলে মহা মুস্কিল, ঠাকুৰ আতাই গুৰুজনৰ আগত কথাটো নিবেদন কৰিলত তেওঁ ল'ৰাজনৰ গলধনত ডাঙৰকৈ এটা ভুকু মাৰিবলৈ সখিয়েকক পৰামৰ্শ দিলে। সঁচাকৈ ভুকু মৰাৰ লগে লগে কলটো ওলাই উফৰি মাটিত পৰিল।

অন্য এদিন পঁচি খেলি থাকোঁতে শিৱানন্দৰ নাকত কড়ি একৰা অতৰ্কিতে সোমাই গ'ল। একোপধ্যে কড়িটো নোলায়, মাধৱদেৱে আকণৰ এটা অকণ খৰিকাত লগাই নাকত সোমাই দিবলৈ ক'লে। প্ৰচণ্ড বেগে হাঁচি মাৰিলে কড়িটো ওলাই ছিটিকি পৰিল। ঠাকুৰ আতা আচৰিত হ'ল, সখিয়েকে অকল পৰমাৰ্থৰ তত্বই জানে তেনে নহয়, পাৰিবাৰিক জীৱনৰ সৰু-বৰ সকলো সমস্যাৰ সমাধানৰ উপায়ো তেওঁ বঢ়িয়াকৈ জানে।

এবাৰ একাদশী তিথিত গুৰুজন গৈ কীৰ্তনঘৰত বহিল। ঠাকুৰ আতাই ঘৈনীয়েকক চিৰা খুন্দিবলৈ ক'লে। আয়ে ঢেঁকীশাল অঁতাই খোলা-উৰান পাতি কাঁখিত লহি গুৰুজনে গোৱা কৃষ্ণৰ প্ৰেম-প্ৰীতিৰ গীত শুনিবলৈ ধ'ৰলে। মহাভাৰত আইৰ চকুলো বাগৰি ওলাল, চিৰা খুন্দিবলৈ পাহৰি থাকিল।

পাঁচটি গীত গাই কীৰ্তন-চৰিত সামৰণ কৰাৰ পাছত ঠাকুৰ আতাই চিৰা খুন্দা হ'ল নে নাই ঘৈনীয়েকক সুধিলে। বাবাবাসী আয়ে উত্তৰ

দিলে, সকলো যোগাৰ হৈছে, গীত শুনি আছিল প্ৰেমানন্দত মুগ্ধ হৈ, একে নিনিমিষতে হৈ যাব।

ঠাকুৰ আতাই হাতত এচাবি লৈ ঘৈনীয়েকলৈ খেদি গ'ল, মাধৱ তেওঁৰ পাছে পাছে গৈ ক'বলৈ ধৰিলে, পৰমানন্দৰ মাকক মৰিয়ালে সখিয়েকক তেওঁ সুদাই নেৰিব; হৰিকথা শুনাত সকলোৰে সমান অধিকাৰ। ঠাকুৰ আতা আৰু আগ নাবাঢ়িল, তেওঁ নিজৰ ভুল বুজিব পাৰি গুৰুজনৰ ভৰিত দীঘল হৈ পৰি ক্ষমা খুজিলে।

ল'ৰা-তিৰোতা, ঘৰ-দুৱাৰ আৰু বাৰী-বস্তিৰ প্ৰতি থকা গভীৰ মোহ ভক্তিপথৰ প্ৰধান অন্তৰায়, ঠাকুৰ আতা পৰম ভক্ত যদিও তেওঁৰ লোভ-মোহ আঁতৰাবলৈ মাধৱে চেষ্টা কৰিছিল। হয়তো ঠাকুৰ আতাৰ মাজেদি অইন ভকতলৈও সেই শিক্ষা ডাঙি ধৰিছিল। ঠাকুৰ আতাই এসময়ত পদূলিমুখত এখন বাৰীপাতি চম্পা, মালভোগ, ৰৰতমণি, বগী-মনোহৰ, পুৰা আদি বিবিধ জাতৰ কল কলে। লহপহকৈ বাঢ়ি অহা কলগছ কেইজোপামানৰ ঠোক মেলিছে, কেতবোৰ পুৰঠ হৈছে আৰু কেইজোপামানৰ ঠোক মেলো অৱস্থা।

বাৰীখনত ঠাকুৰ আতা লাগিয়েই থাকে, ল'ৰাইঁতক দিহা-বুদ্ধি দি সিইঁতৰ হতুৱাই কাম কৰাব লাগে বুলি মাধৱদেৱে সঁকীয়াই দিলেও ঠাকুৰ আতাই উত্তৰ দিয়ে, সেইবোৰ সখিয়েকৰ কাৰণে কৰিছে, তেওঁতেই পাত-পচলা, কলডিল, কলাখাৰ লগাবলৈ পুৰুষাৰ্থ কৰিছে।

মাধৱ পুৰুষে কথাষাৰ শুনি আছিল, এদিন তেওঁ ঠাকুৰ আতাৰ ঘৰলৈ গৈ শ্ৰীৰামক দাখন আনিবলৈ ক'লে। যদি তেওঁৰ কাৰণে এইবোৰ কৰা হৈছে, সখিয়েকে দুখ পাইছে, বাৰীখনত লাগি থাকিবলগা হৈছে। তেওঁ একাদৰপৰা কলগছবোৰ কাটিব ধৰিলে। ঠাকুৰ আতাই দেখিলে, কলৰ সঁচ মৰিলেই, তেওঁ ততালিকে কথা সলাই ভকতৰবাবে কৈছে বুলি ক'লে। ভকতৰ বস্তু হ'লে তেওঁ তাৰ গৰাকী নহয়, মাধৱদেৱে আৰু কলগছ নাকাটিলে।

ঠাকুৰ আতাই বেঙেনা, জলকীয়া, কেৰেলা, লাই, লফা আদি

বতবৰ খেতিকৰে। কোৰ-খন্তি তেওঁৰ হাতৰপৰা মুগুছেই। মাধৱদেৱে এদিন বেঙেনাতলিত উপস্থিত হৈ বত্নাৱলীৰ পদ শুনালে,—

বিষয়ত আতি আশকতি ভৈল যাৰ।
কৃষ্ণক পাইবাৰ আশা নিৱৰ্তিল তাৰ॥

সখি ইয়াৰ দৃষ্টান্ত হৈছে,—

যেন বায়ু বস্ত্র পশ্চিমক লৈয়া যায়।
পূৰক খেলি জানো সিটো বস্ত্র পায়॥ ১৩৫॥

ঠাকুৰ আতাই কোৰখন মূৰৰ ওপৰেদি তিনিপাক ঘূৰাই দলিয়াই দিলে। বিষয়ৰপ্ৰতি আসক্তি হ্রাস কৰিবলৈ এনেকৈ মাধৱদেৱে চেষ্টা কৰিছিল। সখিয়েক হ'লেও ঠাকুৰ আতা পৰম ভক্ত, তেওঁৰ জৰিয়তে সকলো ভকতক বিষয়ৰ প্ৰতি গুৰুজনে সাৱধান কৰি দিছিল।

* * *

অকল নামনি অসম নহয়, মাধৱদেৱৰ যশ-খিয়াতি শুনি উজনি অসমৰপৰাও বহুলোক তেওঁৰ ওচৰ চাপি শৰণ লোৱাৰ উল্লেখ আছে। তেওঁলোকৰ ভিতৰত যদুমণি, বংশীগোপাল, ঘাঁঘৰী মাজী প্ৰভৃতি অনেক একনিষ্ঠ ভকত।

যদুমণি মাধৱৰ এজন ব্ৰাহ্মণভকত। তেওঁ পৰম শ্ৰদ্ধাৰে সৎ-নাম গ্ৰহণ কৰি গুৰুজনৰ লগত ধৰ্মচৰ্চা কৰি ৰ'ল। মাধৱৰ আজ্ঞাতে তেওঁ সদায় পুৰাৰ প্ৰসঙ্গৰ অন্তত ঘোষা-কীৰ্তন পাঠ কৰে। যদুমণিৰ কণ্ঠস্বৰ সুৱলা, উচ্চাৰণ স্পষ্ট আৰু আকৰ্ষণীয়।

কিছুদিন মাধৱদেৱৰ সঙ্গত থাকি নীতি-সদাচাৰ আৰু ধৰ্মবিষয়ক জ্ঞান লাভ কৰাত গুৰুজন যদুমণিৰ ওপৰত সন্তুষ্ট হৈ উজনিত মহা-পুৰুষীয়া মত প্ৰবৰ্ত্তন আৰু প্ৰচাৰৰ মহান উদ্দেশ্যৰে তেওঁক পঠিয়াই দিলে। যদুমণিয়ে মাহৰা, ঘাৰমৰা আদি কেইবাখনো সত্ৰ স্থাপন কৰি একনিষ্ঠভাৱে নামধৰ্ম প্ৰচাৰ কৰিলে।

বংশী গোপালৰ ঘৰ উজনিৰ দেৰেৰাপাৰ সত্ৰৰ ওচৰত। তেওঁ পণ্ডিত পৰিয়ালৰ শিক্ষিত ডেকা। গীতা-ভাগৱত-পুৰাণ অধ্যায়ন কৰি তেওঁৰ

মন বিষ্ণুভক্তিৰ ফালে ঢালখালে। দেৰেৰাপাৰ সত্ৰলৈও কিছুদিন অহা-যোৱা কৰি ছেগা-চোৰোকাকৈ হৰিকথা শুনিলে।

এদিন মাধৱদেৱৰ বিষয়ে জানিবলৈ পাই বংশী গোপাল সুন্দৰীলৈ আহিল। সকলো তত্ত্বৰ জ্ঞান দিব পৰা, সকলো ৰহস্যৰ সম্ভেদ ভাঙিব পৰা তেওঁৰ মনেৰে বিচৰা গুৰুৰ লগত আঢ়ৈ বছৰ কটালে। একনিষ্ঠ ভক্তি আৰু সেৱাৰে নামধৰ্মৰ সকলো খুটি-নাটি শিকি নিজকে উপযুক্ত কৰি গঢ়ি তুলিলে। কালিন্দী আইৰ পৰিচৰ্যা কৰিও কিছুদিন ৰ'ল। ইফালে ভাৰতৰ বিভিন্ন তীৰ্থক্ষেত্ৰ দৰ্শনৰ অভিজ্ঞতা তেওঁৰ আছিলেই, এইবাৰ তেওঁ ধৰ্ম-বিষয়ত বাস্তৱ অভিজ্ঞতা অৰ্জন কৰিবলৈ সক্ষম হ'ল, সৎগুৰুৱে তেওঁক বহুত কৃপা কৰিলে।

গুৰুজনে নীতি-সদাচাৰ বিষয়ক শিক্ষা দি বংশী গোপালক উজনি খণ্ডত ধৰ্মপ্ৰচাৰ কৰিবলৈ আশীৰ্বাদ দি পঠিয়াই দিলে।

মাধৱদেৱৰ মনত কেৱে পৰ নাই, সকলো আপোন। তেওঁৰ ওচৰলৈ অহা হাজাৰ-বিজাৰ লোকে তেওঁকেই আশ্ৰয় কৰি ভগৱানক পাই কৃতাৰ্থ হৈছে, সংসাৰৰ মায়া-মোহ ছাৰি হৰিনামৰ মাজেদি পৰমানন্দ ধামত বাস কৰিছে। ভকতৰ প্ৰতি তেওঁৰ অসীম দয়া, ৰাজনৈতিক কাৰণত ডেকা বয়সতে লগপোৱা ঘাঘৰিমাজী কামৰূপলৈ ভটিয়াই সৰ্থেবাৰীৰ ওচৰৰ গো-মূৰাত বাস কৰিবলৈ ল'লে। মাজীয়ে মাধৱদেৱৰ বাৰ্তা শুনিছে, কিন্তু ক'ত থাকে তাৰ সঠিক একোকে নাজানে।

ঘাঘৰি মাজী তেতিয়া বৃদ্ধ, সেই অঞ্চলৰ মানুহৰ মুখেদি মাধৱদেৱে এদিন মাজীৰ বাতৰি পালে। আপদকালৰ পৰম উপকাৰী লোক, গুৰুজনে বালক দাস, চতুৰ্ভুজ আৰু নাৰায়ণ আতৈক মাজীৰ ওচৰলৈ পঠিয়াই দিলে। ইমানদিনে তেওঁ মাধৱৰ কথাকেই ভাৱি আছিল, ভকতৰ মুখে সঠিক খবৰ পাই হাতত সৰগ ঢুকি পালে।

পিছদিনা ভকত তিনিজনৰ লগত মাজী মাধৱৰ থানলৈ আহিল। গুৰুজনে ঘাঘৰৰ খবৰ-বাতৰি সুধিলে, বহুদিনৰ মূৰত লগপাই দুয়ো

'পৰম সন্তোষিত হ'ল। মাধৱদেৱে তেওঁক দুইদিনমান ৰ'বলৈ ঠাই নিৰূপণ কৰি দিলে।

মাজীয়ে স্বেচ্ছাই গুৰুজনৰপৰা নামধৰ্ম গ্ৰহণ কৰিলে, তেওঁৰ বহু জন্মৰ বাসনা গুচিল। কেইদিনমান ধৰ্মচৰ্চা কৰাৰ পাছত মাজী নিজৰ ঘৰলৈ গ'ল। গো-মুৰাত তেওঁৰ নতুন বসতি, চুবুৰীয়া লোকে উজনীয়া বুলি তেওঁক তুচ্ছ-তাচ্ছিল্য কৰে, ঘৰ-চোতাল নগচকে, আৰু বংশ-কুলৰ পৰিচয় নোপোৱাৰবাবে তেওঁৰ লৈতে উঠা-বহা, খোৱা-লোৱা নকৰে। মাজীয়ে এইকথাত বৰ অকলশৰীয়া অনুভৱ কৰি মনত বেজাৰপাই গুৰুজনৰ ওচৰলৈ পুনৰ আহিল।

ৰাজনৈতিক কাৰণ, প্ৰাকৃতিক দুৰ্যোগ নাইবা খেতি-বাতিৰ সা-সুবিধালৈ দৃষ্টিৰাখি সেই সময়ত মানুহৰ প্ৰব্ৰজন হৈছিল যদিও, সাধাৰণতে বংশপৰিয়ালৰ লোক সংখ্যিতে গৈ নতুন ঠাইত বসতি কৰিছিল। মাজী অকলে আহিল, তেওঁৰ অসুবিধা ক'ত মাধৱদেৱে বুজিব পাৰি এদিন কেইজনমান ভকতৰ লৈতে তেওঁ মাজীৰ ঘৰত উপস্থিত হ'ল।

মাজীয়ে সন্মানসহ তেওঁলোকক আদৰণি জনালে। হৰিকীৰ্ত্তন হ'ল, চুবুৰীয়া মানুহকো মাধৱদেৱৰ আজ্ঞাত তালৈ মতাই নিয়ালে। কীৰ্ত্তন সামৰণ কৰি ৰাইজৰ আগত গুৰুজনে মাজীৰ আদ্যোপান্ত ব্যক্ত কৰিলে। অকল সেয়ে নহয়, মাজীৰ ঘৈনীয়েকৰ হতুৱাই ৰন্ধা-বঢ়া কৰাই চুবুৰীয়া ৰাইজক ভোজ-ভাত খুওৱাৰ ব্যৱস্থা কৰালে।

খোৱাৰ আগতে ঠাকুৰ আতাই গোহালিৰ ভিতৰত জাল আৰু যাঠি এপাত দেখি সংকুচিত মনেৰে গুৰুজনৰ কাণে কাণে ক'লে, সখি, এওঁক চিকাৰী যেন লাগিছে, ঘৰত জাল আৰু যাঠি ৰাখিছে।

বৈষ্ণৱৰ মাজত জীৱহিংসা নাই, মাধৱদেৱে মাজীক পূৰ্ব্বৰপৰা জানে তেওঁ ব্যাধৰ কাৰ্য নকৰে। তথাপি ভকতৰ সন্দেহ দূৰ কৰিবলৈ এই বিষয়ে সোধা হ'লত মাজীয়ে উত্তৰ দিলে, ঘৰৰ চাৰিও-ফালে অটব্য হাবি, সেইবাবে বাঘলৈ ভয়কৰি ৰাতি গোহালিত জাল এখন দি ৰাখোঁ। হাবিঅঞ্চলীয়া বাটেৰে ইফাল-সিফাল কৰোঁতে

হাতত যাঠি এপাত লাগে, ইয়াক দেখিলেই বনৰীয়া জন্তু ভয়তে পলাই যায় ; মই চিকাৰ কৰিবলৈ সেই চুটা বস্তু ৰখা নাই বাপ।

সংস্বভাৱৰ শুদ্ধ জীৱ, গুৰুজনে হাঁহি হাঁহি নিসংকোচ মনেৰে ভোজন কৰিবলৈ ভকতসকলক আজ্ঞা শুনালে।

সেই দিনাৰেপৰা মাধৱ পুৰুষৰ অনুগ্ৰহত ঘাঘৰি মাজী অকলশৰীয়া নহ'ল, গাওঁ-কুহলীয়া তেওঁৰ ঘৰলৈ অহা-যোৱা কৰিবলৈ ধৰিলে। একেলগে খোৱা-বোৱা কৰি সেই গাঁৱৰ লোক হিচাপে তেওঁক স্বীকৃতি দিলে।

প্ৰায় এমাহ কাল ভকতৰ সৈতে হৰিকথা সুখত গুৰুজন মাজীৰ ঘৰত ৰ'ল। ওচৰ-কাষৰীয়া ঠাইৰ বহুলোক তেওঁৰ দৰ্শনৰ নিমিত্তে আহিল, বহুতে তেওঁৰপৰা ধৰ্মবস্তু লাভ কৰিলে আৰু তেওঁৰ মুখ-নিসৃত কৃষ্ণকথা শুনি বহু অন্তৰৰ মাজেদি প্ৰেম-অমৃতৰ নদী বৈ গ'ল। মাধৱদেৱৰ চেষ্টাত সেই অঞ্চলত নামধৰ্মৰ বহুল প্ৰচাৰ হ'ল, ঘাঘৰি মাজী আৰু আন আন ভকতে গুৰুজনক সহায়তা কৰিলে।

ইফালে বহুদিন মৰমৰ বাপুৰ খা-খবৰ নাপাই স্নেহশীলা কালিন্দী আই ভকতৰ সৈতে নাতিয়েক চতুৰ্ভুজ ঠাকুৰক গোমূৰালৈ পঠিয়াই দিলে। মাধৱদেৱে নতুন চাম ভকতৰ সৈতে ঠাকুৰৰ পৰিচয় ডাঙিধৰি গুৰুঘৰৰ লগত তেওঁলোকক সম্পৰ্ক স্থাপন কৰালে।

গো-মূৰা, কাৰাকুচি, সৰ্থেবাৰী আদি অঞ্চলৰ ভকতসকল পৰম আনন্দিত হৈ অনেক বস্তু-বেহানিৰে মান-সম্ভ্ৰম কৰি গুৰুৰ নাতি ল'ৰাক ঘৰলৈ পঠিয়াই দিলে। মাধৱদেৱ কেইদিন পাছতহে সুন্দৰীলৈ উভতি আহিল।

লেচাকণীয়া গোবিন্দ, ঘৰ তুই-মুনি-শিলা পৰ্বতৰ কাষৰত। ত'ৰপৰা আহি মহাপুৰুষৰ ধৰ্মলৈ গুৰুজনৰ থানত ৰ'ল। তেওঁৰ ল'ৰা-তিৰোতা, চাকৰ-বাকৰ সকলোৱেই বৈষ্ণৱ হ'ল। গোবিন্দ আকৌ এবাৰ ঘৰলৈ যোৱাৰ অনুমতি বিচাৰি পৰিয়ালৰ মানুহখিনিয়ে গুৰুজনৰ ওচৰত আবেদন জনালে। আতৈ মান্তি নহ'ল, গৃহ-অন্ধকূপ, এবাৰ ছাৰি আহিল যেতিয়া, তালৈ আৰু উভতি নাযায়। শ্ৰীগুৰুৰ

পাদপদ্মত অনুগ্ৰহকৈ তেওঁক এফেৰি ঠাই দি ৰাখিব লাগে ; এয়ে আতৈৰ প্ৰাৰ্থনা।

সেইবুলি অৰ্থে কৃষিকাৰ্য কৰাৰ নিমিত্তে গুৰুজনে আতৈক পঠিয়াব খুজিলে ; ওহো, খেতিকৰি গৰু-গাহৰি-ল'ৰা-তিৰোতাক তেওঁ পুহিবলৈ নাযায়, আতৈ গুৰুসঙ্গত থাকিব।

মাধৱদেৱে গোবিন্দ আতৈক বুজালে, গৃহস্থৰ ভঁৰালত অনেক এন্দুৰ-শলিয়াই ধানখাই, কিন্তু সিহঁতৰ বাবে উপাৰ্জন নকৰে। তেনেকৈ গোবিন্দই কৃষ্ণ-চৰণত মন সৰ্বক্ষণ মন অৰ্পিতকৰি গুৰু-ভকতলৈ অৰ্জন কৰক, মাজতে পৰিয়াল-পৰিজনে খাব। বিশেষকৈ আগৰপৰা প্ৰতিপালন কৰিথকা পৰিয়ালটো বৰ্তমান অনাথিতি কৰিলে দোষহয় আৰু ঘৰৰ তিৰোতাজনীৰ ওপৰতো মাৰ-কিল-দুৰ্বাক্য দূষণীয়। গৃহীয়ে হওঁক নাইবা উদাসীনে হওঁক ভকতে হৰিত নিশ্চিত কৰিব পাৰিলেই হয়। গোবিন্দৰ জৰিয়তে মাধৱদেৱে গৃহীভকতলৈ সজ উপদেশ দিলে।

গুৰুজনৰ প্ৰত্যেক কাৰ্য, কথা আৰু দৃষ্টান্তৰ আঁৰত লোকশিক্ষাৰ ইংগিত আছে। ভকতৰ লোভ-মোহ-বাসনা সুনিয়ন্ত্ৰিত কৰি অপূৰ্ব ভাগৱতী জীৱনৰ অধিকাৰী কৰাতোৱেই আছিল তেওঁৰ উদ্দেশ্য। লেচাকণীয়া গোবিন্দক ধান-মাহ-সৰিয়হ-কচু-কোমোৰা-কপাহৰ খেতি কৰি, তাৰে তিনিভাগৰ দুভাগ ল'ৰা-তিৰোতা, আলহী-অতিথিৰ কাৰণে থৈ, এভাগ ভাদ মাহৰ গুৰুকীৰ্তনত লগাবলৈ উপদেশ দিলে।

চাৰি বছৰমান গুৰুৰ থানলৈ অহা-যোৱা কৰাৰ পাছত গোবিন্দ সলনি হ'ল, তেওঁ মাছ-পছু মাৰিবলৈ ধৰিলে। জীৱহিংসাৰ অদমিত প্ৰবৃত্তি মনত উকদিলে, যাঠিৰে পছুখুচি নাইবা জুলুকি পলৰে মাছধৰি গুৰুজনৰ আজ্ঞাত সেই কাৰ্যকৰা বুলি ফিতাহি-মাৰি ক'বলৈ ধৰিলে।

গোবিন্দই জীৱহিংসা কৰা শুনি মাধৱদেৱ বৰ ব্যথিত হ'ল। চিন্তাকৰি থাকোঁতে এদিন ঘপহকৰে নাৱ এখন বস্তু-বেহানিৰে ভৰাই লৈ গোবিন্দ গুৰুজনৰ ওচৰলৈ আহিল। তেওঁৰ বস্তু নাৱৰপৰা চপাবলৈ নিদিলে, গুৰুজন তেওঁলৈ পিঠিদি বহিল। মাধৱদেৱে ক'লে, অনাচাৰ কৰ তই, অপযশ পাওঁ মই। তোৰ মুখ নাচাওঁ, তোৰ লগত গুৰুশিষ্যৰ সম্বন্ধ নাই ; তই আৰু ভৱিষ্যতলৈ আহিব নালাগে।

সকাতৰে নিবেদন জনাই গোবিন্দ মাধৱৰ চৰণত উবুৰিখাই পৰিল। বজাৰ শপত তেওঁক এৰিব নালাগে। মাধৱদেৱেই তেওঁৰ গুৰু-ঈশ্বৰ, তেওঁ নিজগুণে দায়-দোষ ক্ষমা কৰি নিঃকিন ভকতক পুনৰাই চৰণত ঠাই এৰেৰি দিয়ক।

গুৰুজনে ভৱিষ্যতলৈ সাৱধান কৰি দি বস্তু-বেহানিফেৰা নাৱৰপৰা তুলিবলৈ আজ্ঞা কৰিলে। অন্তৰৰ হিংসা-অসূয়া এৰি মহাপুৰুষৰ শুদ্ধমত সদাচাৰসহ পালন কৰি থাকিবলৈ গোবিন্দক তেওঁ উপদেশ দিলে। মাধৱদেৱে ভকতক বৰ্জন নকৰিলে, গোবিন্দৰ অন্তৰ শুদ্ধ কৰি পুনৰাই তেওঁৰ পাৰমাৰ্থিক উন্নতিৰ সহায়ক হৈ ৰ'ল।

কেতিয়াবা আকৌ কেতবোৰ দায়-জগৰত ভকতসকলে মিলি দোষীক ক্ষমা কৰিবলৈ সমূহীয়া প্ৰাৰ্থনা জনালেও গুৰুজনে অকণো আপোচ কৰা নাই। খতৰাৰ গোবিন্দ আতৈ কুসঙ্গত পৰি অবাটে গ'ল, শিক্ষা-জ্ঞান-গুৰু সকলো পাহৰিলে। পশু জালত পেলাই যাঠিৰে খুচি মাৰে। এদিন গধূলি কুঁহিয়াৰণিত জালপাতি গাহৰি খেদিলে, ক'লা দমৰা এটা জালত পৰিল; গোবিন্দই বনৰীয়া গাহৰি বুলি গৰুটো মাৰিলে।

কথাটো শুনি গুৰুজনে গোবিন্দক বৰ্জন কৰিলে। খাতৰ সমস্ত ভকত গৈ গুৰুজনৰ ওচৰত প্ৰাৰ্থনা জনালে, যথোচিত দণ্ডবিহি গোবিন্দক ৰাখিব লাগে। উঁহু গুৰুজনে উভতি নাচালে। উপায় নাপাই তেওঁলোকে সুন্দৰীথানৰ ভকতক অনুৰোধ জনাই গ'ল, গোবিন্দক ক্ষমা কৰিবলৈ তেওঁলোকেও এষাৰি গুৰুজনক কৈ দিব লাগে।

এদিন নামপ্ৰসঙ্গৰ পাছত সকলোৱে মাধৱদেৱৰ ওচৰত নিবেদন কৰিলে, ডবলৈ গোবিন্দক ৰখা হওঁক। তেওঁ মান্তি নহ'ল, খতৰাৰ গোবিন্দক গুৰুজনে কোনোপধ্যেই ক্ষমা নকৰিলে।

'সমস্তৰে আত্ম নাৰায়ণ' বুলি মাছ-পহু মাৰিবলৈ অকল বাৰণ কৰিয়েই ক্ষান্ত থকা নাই, সকলো প্ৰাণীৰ প্ৰতি অপৰিসীম দয়াৰ নিদৰ্শন মাধৱদেৱে হাতে-কামে দেখুৱাই দিছে। এবাৰ গোপাল

আতাৰ আমন্ত্ৰণক্ৰমে ভৱানীপুৰলৈ যোৱাৰ পথত হৰিণৰ পোৱালি এটি ফান্দত বন্দী হৈ থকা দেখিলে। গুৰুজনে মূল্য হিচাপে আধুলি এটি ফান্দৰ ওচৰতে থৈ অসহায় পোৱালিটো মোকোলাই দিয়ালে।

ফান্দৰ গৰাকীয়ে হৰিণৰ বেচ-ফেৰা দেখি আশ্চৰ্য হৈ সুন্দৰীথানত মাধৱক বিচাৰি শৰণ প্ৰাৰ্থনা কৰিলে আৰু সেইদিনাৰপৰা তেওঁ ব্যাধৰ কৰ্ম এৰি পেলালে।

ধৰি অনা মাছ কেইবাদিনো গুৰুজনে পানীত মেলি দিয়াইছে। এদিন ঠাকুৰ আতা, শ্ৰীৰাম আতা, কালিৰাম প্ৰভৃতি ভকতৰ সৈতে স্নান পাৰ হৈ জইতি গাঁৱলৈ যাওঁতে কাতিমহীয়া ভেটাদি মাছ ধৰা দেখিলে। ধৰফৰাই থকা মাছবোৰ ভকতৰ হতুৱাই মেলি দিয়ালে; ব্ৰহ্ম অংশী জীৱ হিংসা কৰিব নালাগে।

অন্য এদিন ঠাকুৰ আতাৰ ঘৰত দুয়ো সখিয়েকে ধৰ্মবিষয়ক কথাপাতি থাকোঁতে ভিতৰত খুলুক-খালক শব্দ শুনি মাধৱদেৱে তেতিয়াই জীয়নীয়া মাছবোৰ বিলৰ পানীত মেলি দিবলৈ পঠিয়াই দিলে।

... ... ... ...

ভকতৰ নৈতিক চৰিত্ৰ-স্খলনজনিত দোষ মাধৱদেৱে কেতিয়াও ক্ষমা কৰা নাই; পৰদাৰ গমনকাৰী ভকতক বৰ্জন কৰাৰ দৃষ্টান্ত পোৱা যায়। কাৰাকুঁচিৰ হৰিপদ আতৈৰ ঘৰৰ চৌহদত কমলাপতি নামেৰে তেলী এজন বাস কৰিছিল। এদিন তেল বেচিবলৈ আহি গুৰুজনৰ ইচ্ছা-সাপেক্ষে তেওঁ সুন্দৰীৰ থানত ৰৈ গ'ল।

কমলাপতিয়ে নামধৰ্ম লৈ হৰিগুণ গাই ভকতৰ সঙ্গত পেট প্ৰবৰ্তি থাকিল, মাহে-পথে পূৰ্বৰ থকা ঠাইলৈ যায় ইখন-সিখন দিয়া-অনা কৰে। হৰিপদে তেতিয়াও সৎনাম গ্ৰহণকৰা নাই; কিন্তু মাধৱদেৱৰ গুণ গৰিমাৰ বিষয়ে শুনিছে।

হৰিপদৰ বিষয়ে কমলাপতিৰপৰা শুনি এবাৰ গুৰুজনে তেওঁক লৈ আহিবলৈ ক'লে। সেই মৰ্মে কমলাপতিয়ে এবাৰ হৰিপদক সুন্দৰী থানলৈ আনিলে। আগৰেপৰা আহো বুলি থিৰ কৰি থৈছিল, ভাব

এখনেৰে সৈতে ব্রতে-উপৱাসে আহি হৰিপদে মহাপুৰুষক গুৰু বুলিলে। সজ বুদ্ধিৰ শুদ্ধ জীৱ, গুৰুজনে সৎমন্ত্র শুনাই সন্তোষ পালে।

হৰিপদ গৃহী ভকত, তেওঁক নিশা ঘৰত থাকিবলৈ উপদেশ দিলে আৰু কমলাপতি দিনত কেতিয়াবা অলৈ-তলে গ'লেও নিশা ভকতৰ হাটীত থাকিবলৈ ক'লে। গুৰুবাক্য সোঁৱৰণ কৰি কিছুদিন দুয়োজনে এই নিয়মত চলি থাকিল।

এদিন কমলাপতি হৰিপদহঁতৰ ঘৰত ওলাল গৈ। হৰিপদ ভাৰ এখন বান্ধি গুৰুৰ থানলৈ ওলাইছে, নওলামুখত দুয়োৰো দেখা-দেখি হ'ল। হৰিপদ কেইখোজমান পিছুহুহকি আহি অনাহাৰে থকা কমলাপতিক পাগ-সিধাৰ যতন ধৰিবলৈ ঘৈনীয়েকৰ আগত কৈ বাটলৈ ওলাই আকৌ দঢ়াই দঢ়াই ক'লে, আতৈ যেন কোনো অসন্তোষ নাপায়।

হৰিপদ আতৈ কৃষ্ণকথা শুনি থাকোঁতে গধূলি হ'ল, গুৰুজনে তেওঁক নিশাটো থানত কটাই পুৱা আহিবলৈ ক'লে। নিলগীয়া বাট, ঘৰ পাওঁতে বহু ৰাতি হ'ব, হৰিপদ গুৰুবাক্য এৰাব নোৱাৰি বৈ গ'ল।

পিছদিনা আগবেলা তেওঁৰ ঘৰতেই কমলাপতিক লগপালে। হৰিকথামুখত গধূলি হোৱা কাৰণে তেওঁ আহিব নোৱাৰিলে আৰু ইফালে হৰিপদ আতৈৰবাবে বাট চাই ৰাতি হোৱাত কমলাপতি যাব নোৱাৰিলে। এনেদৰে দুয়োৰো মাজত আহিব-যাব নোৱাৰাৰ কাৰণ দৰ্শোৱা-দৰ্শী হ'ল।

আতৈৰ অনুৰোধত কমলাপতি চাউল সিজাবলৈ গ'ল। হৰিপদৰ ঘৈনীয়েকে তেওঁলোকৰবাবে ৰান্ধিবলৈ পাগত সোমাল।

খাই-বৈ কমলাপতি চোতালত বহিল। হৰিপদে এগৰাহ মুখত ভৰাই দ্বিতীয় গৰাহ হাতত লৈছে মাথোন, সেই সময়তে তেওঁৰ আগত গ'ল নিশাৰ সাংঘাতিক ঘটনাটো ঘৈনীয়েকে প্ৰকাশ কৰিলে।

ভাতৰ গৰাহ তেওঁৰ আৰু মুখলৈ নগ'ল, পোনছাটেই হাত-মুখ ধুই চোতাল পালেহি।

তেতিয়াই দুয়ো সুন্দৰীলৈ গৈ গুৰুজনৰ আগত আঠু ল'লে। কমলাপতি ভালেখিনি পিছ হুহকি থাকিল। যোৱা নিশা কমলাপতি কি দোষ কৰিলে, গুৰুজনে সুধিলত তেওঁ মিছা মাতিলে, একো অপৰাধ কৰা নাই। গুৰুবাক্য পৰিল, নিশা হাটীত থকা নাই, পৰস্ত্রী-গমন পাপ, তাৰ উপৰিও মিছাকোৱা ঘোৰ অপৰাধ আছে। মাধৱ-দেৱে কমলাপতিক তেতিয়াই বৰ্জন কৰিলে।

একে ধৰণৰ দায়-জগৰত আকৌ সংঘটনৰ ন্যূনাধিক্য বিবেচনা কৰি সত্যবাদী ভকতক ক্ষমা কৰাৰ উদাহৰণো আছে। কমললোচন আতৈ গহীন-গম্ভীৰ সজ চৰিত্ৰবান ডেকা ভকত। তেওঁ সদায় বাতিপুৱা ছাগমৰা হাবিৰ আঁৰত শৌচ কৰিবলৈ যায়। এজনী ৰূপ যৌৱনা স্বাস্থ্যৱতী তিৰোতাই কেইবাদিনো আতৈৰ সুঠাম বাহুলৈ লক্ষ্যকৰি তেওঁৰ কাম-সম্ভোগ পূৰাবলৈ ইচ্ছা কৰিলে। আতৈ সন্মত নহ'ল, পাছত তিৰোতাজনীয়ে লাজ-মান দলিয়াই থৈ তেওঁৰ মনোবাঞ্ছা পূৰ্ণ নকৰালে কটাৰীৰে ডিঙি কাটি মৰিব বুলি ভাবুকি দিলে। আতৈ নিৰুপায়, তেওঁৰ কাৰণে মানুহজনী আত্মঘাতী হ'ব ওলাইছে। কমললোচন মৌনভাবে থাকি সন্মতি জনালে। কাম-প্ৰবৃত্তি চৰিতাৰ্থ কৰি তিৰোতাজনীয়ে আতৈৰ চকুহাললৈ কেৰাহিকৈ চাই জোপোহা বনৰ কাষৰৰপৰা গুচি গ'ল।

আঠ-দহ বছৰ হ'ল তিৰোতাজনীৰ গিৰীয়েক বেহা-বেপাৰলৈ গৈ ঘূৰি নাহিল। বিদেশে-মৰণে সমান, যোৱাৰ সময়ত ঘৈণীয়েকক কৈছিল, তেওঁ যদি বহুদিনলৈ উভতি নাহে আৰু ঘৈণীয়েকে ইচ্ছাকৰে তেনেহ'লে চৰিত্ৰবান পুৰুষৰ লগত মনৰ বাসনা পূৰাব পাৰে, তেওঁৰ ইয়াত আপত্তি নাই।

সেইদিনাই কমললোচনে কীৰ্তন ঘৰৰ চোতালত চকুলো মচি মচি দণ্ডৱত হৈ পৰি সকলো বৃত্তান্ত গুৰুজনৰ আগত নিবেদন কৰিলে। তিৰোতাজনী অন্ততঃ নমৰিল, মৰাহেঁতেন কমললোচনৰ গুৰুতৰ

পাপ লাগিল হেঁতেন। তেওঁ উদাসীন ভকত, আশ্রমী হাটীত আশ্রয়লৈ সকলোৰে শেষত নাম গাবলৈ গুৰুজনে আজ্ঞা কৰিলে।

কমললোচনে খোৱা-বোৱা এৰিলে, অনুতাপত দগ্ধ হৈ শুকাই-ক্ষীণাই যাব ধৰিলে। গুৰুজনে ভকতৰ মুখেদি এইকথা শুনি তেওঁৰ পূৰ্বৰ আজ্ঞা সংশোধন কৰি কমললোচনক উদাসীনৰ ভাগ দিয়াই ৰাখিলে।

হাটীত আশ্ৰয়লে থকা প্ৰত্যেকজন ভকতৰ খবৰ মাধৱদেৱৰ নখদৰ্পণত, ৰাতিপুৱা সকলোৰে এবাৰ বিচাৰ লয়। নাৰায়ণ আৰু নিৰঞ্জন নামেৰে দুজন বিশিষ্ট ভকত লগৰীয়াৰ সৈতে খৰি-লুৰিবলৈ এদিন হাবিত সোমাল। বতা-ইকৰাৰ আগবোৰ বতাহত হালি-জালি থকা তেওঁলোকে দেখিলে। দুয়োজন ভকত ব্ৰহ্মজ্ঞানী, সকলো সময়ত ব্ৰহ্ম-ভাবত থাকে। হালি-জালি থকা বনখিনি তেওঁলোকে পৰমভক্ত হিচাপে বিবেচনা কৰিলে; সিহঁতে ঈশ্বৰৰ নাম গাই আছে। সেই মহাভাবত অনুপ্ৰাণিত হৈ দুয়ো নাম গাবলৈ ধৰিলে।

গধূলি হ'ল, লগৰ ভকতে তেওঁলোক দুজনলৈ বিশেষ লক্ষ্য নকৰি খৰি একোবোজা মূৰত লৈ উভতি গ'ল। নাৰায়ণ আৰু নিৰঞ্জনে বাহ্যজ্ঞান হেৰুৱাই প্ৰেমানন্দ ৰসত বাৰুকৈ মজি ভাৱত হাবিৰ মাজতে ৰৈ গ'ল।

পিছদিনা পুৱা গুৰুজনে ভকত দুজনক হাটীত নেদেখি হাবিলৈ মানুহ পঠিয়াই দিলে। ভকত গৈ দেখিলে দুয়োজন ব্ৰহ্মসমধিত বহি আছে। ওচৰচাপি ৰবকৈ চিঞৰ-বাখৰ কৰাতহে তেওঁলোকৰ সম্বিৎ ফিৰি আহিল; থানলৈ আহি গুৰুজনৰ চৰণত পৰি দুয়োজনে সেৱা কৰিলে।

... ... ... ...

ঠাকুৰ আতাই মনদিয়াৰপৰা পাটবাউসীৰ গুৰুথানলৈ আহোঁতে পথাৰত ধানদাইথকা হোজা মনুষ্যজনক নাৱত তুলি লৈ আহিল। শংকৰদেৱে তেওঁক শৰণ লগাই নামকৰণ কৰিলে, শ্ৰীৰাম। মাধৱদেৱে

তেওঁক লগত ৰাখি একেলগে পাটবাউসীলৈ অহা-যোৱা কৰে আৰু সদাচাৰ ধৰ্ম-নীতি শিকায়।

একাগ্ৰপটীয়াভাৱে মাধৱৰ পৰিচৰ্যা কৰি শ্ৰীৰামে নিৰ্লোভ, নিৰাহংকাৰ আৰু ত্যাগৰ মহান আদৰ্শ দেখুৱাই গ'ল। লিখা-পঢ়া শিকা নাছিল যদিও শ্ৰীৰাম পৰম বৈষ্ণৱ, জ্ঞানময়, জীৱনমুক্ত পুৰুষ। ত্যাগৰ পূৰ্ণপাত্ৰত আতাৰ ধৰ্মজীৱন চিৰ উদ্ভাসিত। লোভ-মোহ-বাসনা তেওঁৰ অন্তৰত লেশমানো নাই। মাধৱদেৱৰ আদৰ্শৰে আজীৱন ব্ৰহ্মচৰ্য পালন কৰি কেৱল হৰিনামত দিনে-নিশাই বুৰগৈ যি অনুপম ধৰ্মজীৱনৰ আৰ্হি দেখুৱাই গ'ল সেইয়া পৃথিবীৰ বহু ধৰ্মসম্প্ৰদায়ৰ মাজত বিৰল। শ্ৰীৰাম আতা ৰাম অৱতাৰৰ পৰমভক্ত হনুমান আৰু কৃষ্ণ-অৱতাৰৰ নাৰদ।

গুৰুসেৱাৰ মাজেদি তেওঁ সাৰ্থক হৈ উঠিছে, শংকৰদেৱৰ পৰিচৰ্যা, বিশেষকৈ পাত-পচলা-শাক-খৰি যতনাই দিয়াৰ উপৰিও খেতি এফেৰি সামৰি, ধানমুঠি সিজাই-শুকাই শুদ্ধভাৱে চাউল উলিয়াই গুৰুজনৰ ভোগৰবাবে পাটবাউসীত যোগান ধৰিলেও মাধৱক তেওঁ সৰ্বদায় সেৱাকৰাৰ উল্লেখ চৰিত-পুথিত আছে। মাধৱদেৱে যেনেকৈ শংকৰদেৱক সেৱা-শুশ্ৰূষা কৰিলে, তেনেকৈ শ্ৰীৰামেও মাধৱক পৰিচৰ্যা কৰি জীৱন সাৰ্থক কৰি তুলিলে। দ্বিতীয়বাৰ তীৰ্থভ্ৰমণৰ বেলিকা ছোট আতাৰ প্ৰতি আগবঢ়োৱা তেওঁৰ নিস্বাৰ্থ সেৱা সঁচা কৈ অপূৰ্ব আৰু অতুলনীয়।

নিজে জানে যদিও সকলো ভকতৰ জ্ঞাতাৰ্থে মাধৱদেৱে সদৰিকৈ দেখুৱালে, শ্ৰীৰাম আতা নামময়, অহৰ্নিশে ৰামনাম তেওঁৰ জিভাৰ আগত। এবাৰ মাজনিশা ভকতৰ লগত শ্ৰীৰামৰ ওচৰলৈ গৈ গুৰুজনে শুনিলে, তেওঁৰ মুখত অবিৰাম নাম উচ্চাৰিত হৈ আছে, অথচ ভকতজন ঘোৰ টোপনিত। মাধৱদেৱে অন্য ভকতক শিক্ষা দিয়াৰ উদ্দেশ্যৰে কৌশলপূৰ্ণভাৱে সেইনিশা শ্ৰীৰামৰ শোৱা-পাটীৰ ওচৰত উপস্থিত হৈছিল।

শৌচ কৰিবলৈ বহোঁতেও তেওঁৰ মুখত ৰামনামৰ অবাৰিত ধ্বনি,

আভাই জিভাখন সোঁহাতেৰে ধৰি থাকে। এইকথা ভকতৰ মুখে শুনি গুৰুজনে শ্ৰীৰামক সুধিলত তেওঁ উত্তৰ দিলে, হয়, নাম অশুচি হোৱাৰ ভয়ত জিভাখন মুঠিমাৰি ধৰে। মাধৱদেৱে বাৰণ কৰিলে, সৎনাম সকলো সময়তে শুদ্ধ, স্বাভাবিক গতিত স্নায়ু-কোষত প্ৰবাহিত নামৰ পবিত্ৰ ধাৰাক কেতিয়াও বাধা দিব নালাগে।

ভিক্ষাবৃত্তি ব্ৰহ্মচৰ্য পালনৰ এক বিশেষ অংগ। উপনয়নৰ সময়ত ব্ৰহ্মচাৰীয়ে ভিক্ষাখোজা শাস্ত্ৰীয় প্ৰথা। বৌদ্ধ ভিক্ষুসকলেও ভিক্ষাত প্ৰৱৃত্তি থাকে। অন্য কিছুমান ধৰ্মসম্প্ৰদায়ৰ মাজতো ইয়াৰ প্ৰচলন আছে। ভিক্ষাবৃত্তি অৱলম্বনত অন্তৰৰ অহমিকা দূৰ হয়। শ্ৰীৰামেও ভিক্ষা কৰিবলৈ লৈছিল, এই বৃত্তিৰ মাজেদি মাধৱদেৱে তেওঁক সহনশীলতাৰ বিষয়ে এক মূল্যবান শিক্ষা দিলে।

এদিন ভিক্ষা খুজিবলৈ যাওঁতে শ্ৰীৰামলৈ গিৰীহঁতে ফৰমুটিয়াই বুলি অভিযোগ কৰিলত গুৰুজনে দলি-ফৰ্মুটি যিয়েই নিদিয়ক লৈ আহিবলৈ উপদেশ দিলে। সেইমৰ্মে প্ৰথমদিন শ্ৰীৰামৰ গালৈ দলিওৱা ঢেঁকী-খোৰাটো লৈ আহি মাধৱৰ দিহামতে সেইটো ফলিয়াই ভকতৰ ঘৰে ঘৰে এচলাকৈ ভগাই দিয়ালে। পিছদিনা আকৌ মাৰি পঠিয়া মাটিৰ চপৰাটো গুড়ি কৰি গোৱৰৰ সৈতে আখল মচিবলৈ ভকতৰ মাজত বিতৰণ কৰোৱা হ'ল। নিতৌ যায়, পিছদিনা বুঢ়ী বিৰক্তি পাই খুদ এমুঠীয়া শ্ৰীৰামক দিলে। সেইদিনাও মাধৱে খুদ গুড়ি কৰাই সবাকো দিয়ালে।

ইয়াৰ পিছদিনাও শ্ৰীৰামক পঠিয়ালে। সেইদিন বুঢ়াই শ্ৰীৰামক পীৰা এডুখৰিত বহিবলৈ দি কথা-বতৰা পাতিলে, মহাপুৰুষ সম্পৰ্কে আষাৰ-চেৰেক শুনিলে। শ্ৰীৰামৰ লগত তেওঁ মাধৱদেৱক দৰ্শন কৰিবলৈ আহিল। মানুহজন বৰকোচ, ৰাভা, গুৰুজন তেওঁৰ সহজ-সৰল কথা-বতৰাত আহ্লাদিত হ'ল, গাখীৰ-চিৰা খুৱাই বুঢ়াক সন্তোষিত কৰিলে।

কেইদিনমানৰ ভিতৰত ঘৰৰ হাঁহ-কুকুৰা আঁতৰ কৰি, চৰু-হাড়ী

পেলাই শুচি-সংযমেৰে আহি তেওঁ সপৰিয়ালে মহাপুৰুষীয়া ধৰ্মত আশ্ৰয় ল'লে।

এই সম্পৰ্কে শ্ৰীধামে গুৰুজনক সুধিলে, হৰিবিমুখীয়া সংসাৰী মানুহজনক ইমান পুৰুষাৰ্থ কৰি ধৰ্ম দিয়াৰ কাৰণ কি ? ইয়াৰ উত্তৰত তেওঁ ক'লে, ভগৱানৰ সৃজিত জীৱ, প্ৰকৃতিৰ হাতত পৰি দুৰ্বাসনা-দুঃসঙ্গত ঘূৰি আছে, পূৰ্বৰ চিনাকি জীৱ, কলুষ-কালিমা গুচ ই আকোৱালি লোৱাত দোষ নাই।

জাতি-বৰ্ণৰ উচ্চ-নীচ ভেদাভেদ বিচাৰ নকৰি, শুদ্ধ মনৰ সকলো বৰ্ণ-গোষ্ঠীৰ মানুহক ভক্তি-প্ৰেমৰ এনাজৰীৰে আঁতি মাধৱদেৱে উত্তৰ-পূৱ ভাৰতত এখন বিশাল ভাগৱতী সমাজ সংগঠন কৰি থৈ গ'ল। নগা-গাৰো-ভোট-মুছলমান সকলোকে এইখন সমাজত আগ্ৰহেৰে সামৰি ল'লে। নগাৰ নৰোত্তম, গাৰোৰ গোবিন্দ, ভোটৰ জয়ানন্দ আৰু মুছলমান সম্প্ৰদায়ৰ জয়হৰি আতৈ একোজন বিশিষ্ট সেৱক। আজি পৰ্বত-ভৈয়াম অকল নহয়, সমাজৰ বিভিন্ন জনগোষ্ঠীৰ মাজত ঐক্য-প্ৰীতিৰ পুৰণি গাঁঠি সোলোক-ঢোলোক, মহাপুৰুষ দুজনাৰ মহান আদৰ্শৰে সেই গাঁঠি দৃঢ়কৈ পুনৰ জানো বান্ধিব নোৱাৰি ?

শ্ৰীধামে এদিন দুপৰীয়াৰ প্ৰসঙ্গ খতি কৰাত গুৰুজনে ইয়াৰ কাৰণ কি সুধিলে। তেতিয়া তেওঁ সেইদিনাৰ বিপৰ্যয়ৰ এটি বিৱৰণ ডাঙি ধৰিলে। পুৱা বিলত গা ধুবলৈ গ'ল। চিপচিপীয়া বৰষুণ, আকাশত বহাগমহীয়া মেঘৰ গাজনি। বিলৰ কাৰৈ-মাছবোৰ বাকৰিলৈ উজাই আহিছে, ঢেৰ মাছ, বগলী-চিলনীয়ে উৰি উৰি বাটতে ধৰি খাইছে। জীৱৰ দুৰ্দশা দেখি শ্ৰীধামৰ অন্তৰে ন সহিল। তেওঁ পিন্ধি থকা ধুতিৰ আঁচলেৰে ধৰি ধৰি মাছবোৰ পুনৰাই বিলৰ পানীত মেলি দিলে। আকৌ উজাই আহে, আকৌ মেলি দিয়ে। এইখনত লাগি থাকোঁতে ইফালে দেৰি হ'ল।

তেওঁৰ কাণ্ড শুনি মাধৱে হাঁহি হাঁহি মন্তব্য কৰিলে, নৈ-দিল-খাল-পুখুৰিৰ মাছ উজান নেমেলাকৈ কোনোৱে বান্ধিব নোৱাৰে, সময় আহিলে ইহঁত উজাবই। শ্ৰীধামে মিছাতে প্ৰসঙ্গ খতি কৰিলে।

মাধৱদেৱৰপৰা শ্ৰীৰামে বদান্যতা স্বভাৱ পাইছিল। এদিন জাৰকালি বিলত গা ধুবলৈ যাওঁতে ক'ৰবাৰ তিৰোতা এজনী তেওঁৰ পুতেকৰ সৈতে পুহমহীয়া শীতত থকথক কৈ কঁপি থকা দেখি শ্ৰীৰামৰ অন্তৰত দয়া উপজিল। তেওঁ তেতিয়াই নিজৰ বৰ কাপোৰখন মাজেৰে ফালি দুয়োকো দুডোখৰ উৰিবলৈ দি আহিল।

বৰ কাপোৰখনেই আছিল জাৰৰ সম্বল, তেওঁ উৰা-কাপোৰ নোহোৱাকৈ ইফাল-সিফাল কৰিব ধৰিলে। তাকে দেখি মাধৱে সুধিলত তেওঁ লাহেকৈ উত্তৰ দিলে, বাপ, জীৱৰ দুঃখ সহিব নোৱাৰি বৰ কাপোৰখন দিলোঁ।

লগৰ কেইজনমান ভকতে গুৰুজনৰ ওচৰত এদিন আপত্তি জনালে, শ্ৰীৰামৰ হতুৱাই কোনো কাৰ্য নকৰাই, অথচ সকলো বস্তুৰ তেওঁ সমান ভাগ খায়। মাধৱদেৱ মনে মনে ৰ'ল, একো উত্তৰ নিদিলে।

অলপ পাছতে কোনোবা ভকতে পকা বগৰি এপাচি দি গ'ল। গুৰুজনৰ আজ্ঞাত যদুমণিয়ে আতৈ সবৰ প্ৰত্যেককে চাৰিটাকৈ বগৰি ভগাই দিলে। মাধৱে তেওঁলোকক কোনোৱে নেদেখাকৈ খাবলৈ ক'লে। কোনোবাই কাপোৰৰ আঁৰত, কোনোবাই বহাত গৈ আৰু কোনোৱে বননিৰ আঁৰত বগৰি কেইটা খাই থ'লে। খোৱাৰ পাছত কোনে কেনেকৈ গুৰুবাক্য পালন কৰিলে তাৰ একোটি বিবৰণ দিলে।

শ্ৰীৰামক সোধা হ'লত, তেওঁ খাব নোৱাৰা বুলি ক'লে। কাপোৰৰ আঁৰত খাব খুজিলে তাতো দেহৰ চৈধ্য সাক্ষী দেখে, বহাত সোমাই চেষ্টা কৰিলে, দহ দিক্‌পাল আছে আৰু হাবিত সোমাই দেখিলে, ভগৱানৰ সৃষ্টি উলু-কঁহুৱা। গুৰুজনৰ চৰণত পৰি বগৰি লুকাই খাবলৈ এখানো ঠাই বিচাৰি নাপাই তেওঁ ব্যাকুল হৈ কান্দি দিলে। ব্ৰহ্মভাণ্ডত থকা ভকত, তেওঁ সকলোতে ব্ৰহ্মৰ উপস্থিতি উপলব্ধি কৰিলে। এনে ধৰণৰ এটা প্ৰসঙ্গ উপনিষদতো আছে।

গুৰুজনাই ঘোষা মাতিলে, 'করুণা সাগৰ মোৰ বান্ধৱ এৰাম' বোলো ভকতে তেওঁৰ শ্ৰীৰামৰহে বাগি ধৰি থাকে।

এদিন গুৰুজনে সখিয়েকৰ বাতৰি ল'বলৈ শ্ৰীৰামক পঠিয়ালে। ঠাকুৰ আতাই গুৰুজনৰ সৈতে আতৈ সবৰ, বুঢ়া আতাৰ (মথুৰা দাস), গোসাঁনী আইৰ বাৰ্তা সুধি তেওঁলোকলৈ নমস্কাৰ জনালে। শ্ৰীৰামকো নমস্কাৰ কৰিলে, তেওঁ প্ৰতিনমস্কাৰ নজনাই ভাল বুলি শলাগি থ'লে। তেতিয়া ঠাকুৰ আতাই সুধিলে, শ্ৰীৰামক নমস্কাৰ জনোৱাত কেনেকৈ ভাল বুলিলে?

শ্ৰীৰামে উত্তৰ দিলে, চৈতন্যস্বৰূপে সকলোৰে হৃদয়ত ভগৱান বিৰাজমান, ইন্দ্ৰিয়সমূহ, ভূত, প্ৰাণ, বুদ্ধি, মন এই সমস্ত জড়। তেওঁ নিজে জড় গুৰু আত্মা, চৈতন্যস্বৰূপ। গুৰুজনলৈ প্ৰণাম জনাইছে কাৰণেহে তেওঁ শলাগিছে।

উত্তৰ শুনি ঠাকুৰ আতা বিস্মিত হ'ল।

এসময়ত মাধৱদেৱে দুজন দুজন ভকতক পৰস্পৰে সঙ্গ কৰিবলৈ আজ্ঞা দিলে। ইজনৰ বিপদ-আপদত সিজন সহায় হ'ব আৰু উভয়ে প্ৰীতিসহকাৰে আজৰি হৰিকথা চৰ্চা কৰিব, সেয়ে আছিল গুৰুজনৰ একান্ত ইচ্ছা।

দয়ানন্দ আতৈ কোনো ভকতক সঙ্গী নকৰিলে, অকলে থাকিল। কিছুদিন পাছত তেওঁৰ অসুখ হ'ল। অইন ভকতে দুৱাৰ মুখত ভুমুকিয়াই গুচি যায়, ভিতৰলৈ নোসোমায়। ইফালে আতৈৰ অসুখ বাঢ়ি গ'ল। মাধৱদেৱে খবৰ পাই দয়ানন্দৰ সঙ্গৰ ভকত কোন তাকে জানিবলৈ শ্ৰীৰামক পঠিয়ালে।

শ্ৰীৰাম গৈ সুধিলত আতৈ উত্তৰ দিলে, সঙ্গৰ ভকত কোনো নাই, গুৰুজনৰ ওপৰতেই সকলো আশা-ভৰসা। মাধৱদেৱে পুনৰ সোধালে, দয়ানন্দই পাণ-চুণ, শাঁক-পাত কাৰ সৈতে দিয়া-নিয়া কৰে? সেইবাৰো উত্তৰ দিলে, গুৰুজন ব্যতিৰেক তেওঁৰ অন্য কোনো বন্ধু নাই।

মাধৱদেৱে এইকথা শুনি মূৰত পামোচা বান্ধি হাতত লোটা লৈ ৰোগীৰ শুশ্ৰূষা কৰিবলৈ ওলাল। শ্ৰীৰামে তেতিয়াই আঁঠুলৈ মিনতি জনালে, ভৃত্যৰ বৰ্তমানত প্ৰভুৰ এই কাৰ্যত প্ৰয়োজন নাই। পেট-

চলা অসুখ, শ্ৰীৰামে দয়ানন্দৰ বিছনাৰ কানি-কাপোৰ ধুই, পানী ভপতাই গা ধুৱাই, শৌচ-পেচাব পেলাই গোবৰ মাটিৰে ঘৰৰ মজিয়া লেপি-মচি, গাখুই চাউল সিজাই খুৱাই-বুৱাই দুই-চাৰি দিনৰ ভিতৰতে আতৈক সুস্থ কৰিলে। এই আৰ্ত মানৱসেৱাৰ মূল প্ৰেৰণা আছিল মহাপুৰুষ মাধৱদেৱ।

পৰম ভক্তৰ উচ্ছিষ্ট ভোজনৰ আৰ্হি মাধৱদেৱৰ জীৱনত আছে। শ্ৰীৰামচন্দ্ৰইও শবৰীৰ উচ্ছিষ্ট ফল গ্ৰহণ কৰিছিল। এবাৰ পুহ মাহত কোকিলাৰ গুৰু সুন্দৰীৰ থানলৈ আহোঁতে বৰপেটাৰ পশ্চিমে হাবিঅলীয়া বাটত লগা বান্দৰ এটাই তেওঁৰ সন্মুখত পকা আম এটা পেলাই দিলে। আমটো বুটলি আনি তেওঁ শ্ৰীৰাম আতাৰ হাতত অৰ্পণ কৰিলে।

আমৰ ওপৰত নখৰ আঁচোৰ, শ্ৰীৰামে গুৰুজনক দিবলৈ মন নকৰি নিজে এচকল খাই বাকীখিনি কৰণিত থৈ বান্ধি-বাঢ়ি ভাত খাইছে। কোনোবা টলকত গুৰুজন গৈ অৱশিষ্ট আম চকল খাই সুধিলে, শ্ৰীৰাম পুহত আম পকেনে? আতাই গলমেলি চাই দেখিলে, সৰ্বনাশ, গুৰুজনে কিকাম কৰিলে? তেওঁ সমূলঞে বুৰিল। এনে দেৱভোগ্য অমৃত শ্ৰীৰামে খাবলৈ পায়, তেওঁ হ'লে নাপায়। শ্ৰীৰামৰ মনটো পৰিষ্কাৰ কৰিবলৈ অৰ্জুনৰ আগত কৃষ্ণই কোৱাবাৰ মনত পেলাই দিলে,—

ভকতৰ শেষত পৰে বস্তু শ্ৰেষ্ঠ নাই।
তাক ভুঞ্জিবাৰ সখি মোৰ বাঞ্ছা যায়॥

গুৰুজনে শ্ৰীৰামৰ সৈতে আমঠিটো আনি বৰবাৰীত কই থ'লে। সময়ত ইয়াৰপৰা প্ৰকাণ্ড এজোপা গছ হ'ল। এই আমজোপা প্ৰায় চাৰিশ বছৰ জীয়াই আছিল বুলি বৰপেটাৰ ভকতসকলে এতিয়াও কয়।

মাধৱদেৱে পানীখাবলৈ শ্ৰীৰামক এটা লোটা দিলে, আতা বহাৰ্লৈ গৈ লোটাটো আগত থৈ কান্দিব ধৰিলে। গুৰুৰ আশীৰ্বাদ, ইয়াক ভাজকৈ ৰাখিব লাগে, অথচ লোটাৰ চিন্তা কৰিলে এফেৰি হ'লেও

মনলৈ বাসনা-জঞ্জাল আহিব। মাধৱে ভকত এজন পঠিয়াই শ্ৰীৰামে কি কৰিছে মনে মনে চাই আহিবলৈ ক'লে।

কান্দি থকা বুলি শুনিলত শ্ৰীৰামক মতাই নিয়াই ইয়াৰ কাৰণ সুধিলে। লোটাৰ ওপৰত নজৰ ৰাখিবই লাগিব আৰু তেতিয়া গুৰুসেৱাত অলপ হ'লেও বিঘিনি ঘটিব, সেই বিষয়ে চিন্তা কৰি তেওঁ কান্দিছে বুলি উত্তৰ দিলে।

গুৰুজনে লোটাটো অইন কাৰোবাক দিবলৈ আজ্ঞা কৰিলে। শ্ৰীৰাম নিশ্চিন্ত হ'ল। মাধৱৰ চৰণত তেওঁ প্ৰণাম জনালে। মানুহ একেবাৰে নিৰ্বিকাৰী আৰু ক্ষুদ্ৰতকৈ ক্ষুদ্ৰ হ'লেহে সংসাৰ-বাসনাবহ্নিৰ মাজেদি হেলাৰঙে সৰকি যাব পাৰে, সেই শিক্ষা মাধৱদেৱে শ্ৰীৰামৰ জৰিয়তে ভকতৰ আগত ডাঙি ধৰিলে। সামান্যতম লোভ-মোহ থাকিলেও ভক্তিপথ সুগম নহয়।

জীৱনৰ বিয়লি বেলিকা মাধৱদেৱে কোচবেহাৰৰ ভেলাডোৱাত সত্ৰ পাতি নামধৰ্ম প্ৰচাৰ কৰি থাকোঁতে কামৰূপ অঞ্চলৰ ভকতসমূহৰ খা-খবৰ লোৱাৰ উদ্দেশ্যৰে শ্ৰীৰামক পঠিয়াই দিলে। বৰপেটা, পাটবাউসী, সুন্দৰীদিয়া, মনদিয়া, ভৱানীপুৰ আদি ঠাইৰ ভকতৰ ঘৰে ঘৰে গৈ তেওঁলোকৰ দৈহিক আৰু পাৰমাৰ্থিক খা-খবৰ লৈ উভতি আহি গুৰুজনৰ আগত নিবেদন কৰিলে। অৱশ্যে এইযাত্ৰাত শ্ৰীৰামক এমাহৰবাবে পঠিয়াইছিল যদিও তিনিমাহ পলম হ'ল। ভৱানীপুৰৰ গোপাল আতাৰ সত্ৰতেই দুমাহ কটালে।

গুৰুজনে পলম হোৱাৰবাবে শ্ৰীৰামৰ ওপৰত খং কৰিলেও আতাই সঁচাকথা কৈ কাতৰ প্ৰাৰ্থনাৰে খং-ৰাগ উকুৱাই দিলে। কথাৰ সাগৰ গোপাল আতাৰ সৈতে হৰিকথা শ্ৰৱণ-কীৰ্তনসুখত বিভোল হৈ থাকোঁতে দিন কেইটা কোন ফালেদি পাৰ হৈ মাহদুটা বাগৰিল শ্ৰীৰামে তৰকিবই নোৱাৰিলে।

... ... ... ...

ডাঢ়ি-জটা ৰাখি, কানি-কঁথা লৈ তীৰ্থই তীৰ্থই ঘূৰি ফুৰিলে পৰমাৰ্থ লাভ নহয়, সেইকথা মাধৱদেৱে দেখুৱাই গৈছে। দক্ষিণপাৰৰ

পঢ়িয়াই ভাৰতৰ উত্তৰ-পশ্চিমৰ বহু তীৰ্থ ঘূৰি হিমালয়ৰ দক্ষিণে পৰ্বত বগাই থাকোঁতে সাধুপুৰুষ এজনৰ মুখত শুনিলে, পুৱ দেশত পঢ়িয়াই বিশিষ্ট গুৰু লাভ কৰিব, তীৰ্থভ্ৰমণত তেওঁৰ কাম নাই।

পঢ়িয়া কামৰূপৈ আহিল, নিজৰ ঘৰৰ নওলাইদি চোতালত থিয় হ'ল। মুখত ডাঢ়ি-গোঁফ, মূৰত জটা আৰু গাত কানি-কঁথা, কাকয়েক-নবৌয়েকে তেনে বেশত দেখি মুখেৰে নামাতিলে, ঘৰত সোমাই দুৱাৰ মাৰিলে। হয়তো পৰিয়ালৰ মানুহে তেওঁক চিনি নাপালে, নহ'লে কিজানি পঢ়িয়া তীৰ্থলৈ যোৱাৰ পাছত ভায়েক-ককায়েকহঁতে মাধৱদেৱৰপৰা নামধৰ্ম লোৱাৰ কাৰণে সন্ন্যাসীবেশী পঢ়িয়াক তেওঁলোকে আদৰ নকৰিলে। বৈষ্ণৱধৰ্ম-সম্প্ৰদায়ত সন্ন্যাসী-বৰাগী বেশৰ প্ৰয়োজন নাই।

গুৰুজনৰ বিষয়ে মানুহৰ মুখত শুনি পঢ়িয়া ব্ৰহ্মপুত্ৰ পাৰ হৈ সুন্দৰীলৈ আহিল। জটাধাৰী বৰাগী এজন দেখি মাধৱে বাট-চ'ৰাতে ৰ'বলৈ আদেশ দিলে। এদিন দুদিনকৈ চাৰিদিন হ'ল, কোনোৱে কাৰো খবৰ নকৰিলে। চতুৰ্থদিনা ঠাকুৰ আতাই পঢ়িয়াক পাই সমস্ত বৃত্তান্ত শুনি তেওঁক শৰণ লগোৱাৰ বাবে গুৰুজনক অনুৰোধ জনালে।

মূৰ-ডাঢ়ি খুৰাই কানি-কঁথা নৈত উটুৱাই গা ধুই গুৰুজনৰ ওচৰলৈ অহাত তেওঁক নামধৰ্ম শুনাই কৃতাৰ্থ কৰিলে।

কিছুদিন পঢ়িয়া আতৈ ভকতৰ সঙ্গতে ৰ'ল। নীতি-সদাচাৰ শিকি নাম-গুণ গাই প্ৰীতি সুখত থকাৰ পাছত মাধৱদেৱে তেওঁৰ লগত শাস্ত্ৰ এখন দি আজ্ঞা শুনালে, কোনোৱা লোকে ধৰ্ম ল'বলৈ ইচ্ছা কৰিলে আতৈ শাস্ত্ৰখন সন্মানসহ আগত ৰাখি শৰণ লগাব। গুৰুবাক্য শিৰত লৈ তেওঁ উত্তৰপাৰ এৰিলে।

পঢ়িয়া আতৈৰ নাম আছিল পৰিহাপাৰৰ গোপাল, হেৰামদৈ সত্ৰৰ প্ৰতিষ্ঠাপক। ঘৰ উকপোতত, পৰিহা নদীৰ পাৰত। মাধৱদেৱ এবাৰ বৰবিষ্ণু আতাৰ ঘৰলৈ যাওঁতে উভতি অহাৰ সময়ত সেই অঞ্চলৰ ভালেমান লোকক শৰণ দিয়ে, পঢ়িয়াৰ বংশ-পৰিয়ালৰ

ভালেকেইজনে তেতিয়াই ভকত হয়। অৱশ্যে পঢ়িয়া সেই সময়-ছোৱাত তীৰ্থৰ বাটে বাটে ঘূৰি আছিল।

... ... ... ...

তন্ত্ৰ-মন্ত্ৰ নাইবা যোগসাধনাৰ মাজেদি নহয়, কেৱল ভক্তি আৰু নিষ্ঠাৰে মাধৱদেৱে ভকতৰ অন্তৰ্দৃষ্টি উন্মিলিত কৰি জগতৰ প্ৰকৃত স্বৰূপ উদঙাই দেখুৱাব পাৰিছিল। বিকাৰী মন শান্ত-সমাহিত অৱস্থালৈ আনি হৰিভকতিত স্থিতি লগোৱাটোহে তেওঁৰ উদ্দেশ্য, এইবাৰে ভকতসকলক তেওঁ বিভিন্ন ধৰণে পৰিচালন কৰিছিল।

ধুমৰিৰ উদাৰ গোবিন্দ, শংকৰদেৱৰ সময়ৰপৰা ল'ৰা-তিৰোতা ঘৰত এৰি হাটীৰ ভকতৰ সঙ্গত হৰিনাম সুখত আছে। দিনে-নিশাই আতৈৰ মুখত হৰিনাম। ঘৰত বহুত পৰিয়াল, ঘৈণীয়েক, ল'ৰা-ছোৱালী, নাতি-নাতিনী অনেক। আঠ-দহ দিনৰ পাছে পাছে ঘৈণীয়েকে নাতিয়েকৰ লগত থানলৈ আহি চাউল-শাঁক-গাখীৰ-তেল-টেঙা আতৈক দি যায়।

এদিন আবেলি ঘৈণীয়েক আহিল। আতৈসকলে কীৰ্তন ঘৰত নামকীৰ্তন কৰিছে। গোবিন্দ আতৈ বহাৰ পাছফালে, গা ভাল নহয়, ৰ'দ পুৱাই আছে। আগদিনাৰপৰা চাউল সিজাবপৰা নাই, গোটেই গাত বিষ। ঘৈণীয়েকে ক'লে, তেওঁ কি কৰিব, একোকে চুব-গাজিব নিদিয়ে, খুন্দা-ভজাও নাখায়। তেওঁ যেনিবা ক'ৰবাৰ সাতনিলগীয়াজনীহে হ'ল।

আতৈসকল বহাত নাই, বুঢ়াই ঘৈণীয়েকক তেল-টেঙাৰে হাত-ভৰিবোৰ পিটিকি দিবলৈ ক'লে। কিছু আৰাম পাই গোবিন্দ ঘৰলৈ যোৱাৰ কথা ভাবিলে। পুতেক এজনৰ হাতত পাণ-তামোল পঠিয়াই গুৰুজনৰ অনুমতি-সাপক্ষে কেইদিনমানৰবাবে তেওঁক নিব লাগে।

পিছদিনা বুঢ়ী ঘৰ-চোতাল সাৰি-মচি ল'ৰা এজন পঠিয়ালে। নাম-প্ৰসঙ্গৰ পাছত গুৰুজনৰ আগত পাণ-তামোলৰ শৰাই নিবেদন কৰি উদাৰ গোবিন্দই প্ৰাৰ্থনা জনালে, তেওঁৰ গা বেয়া, ঘৰলৈ যোৱাৰ ইচ্ছা হৈছে; দুই-চাৰদিনৰ কাৰণে গুৰুজনে অনুমতি দিয়ক।

পুৰণি ভকত, গৃহ-অন্ধকূপলৈ আকউ কিয় ইচ্ছা কৰিছে?—মাধৱে প্ৰশ্ন কৰিলে। আতৈ উত্তৰ নিদিলে, মনে মনে ৰ'ল।

ক্ষন্তেক পাছত আকৌ প্ৰাৰ্থনা জনালে, তেওঁ যাব খোজে, শৰীৰ সুস্থ হ'লেই পুনৰ উভতি আহিব।

অগত্যা যাবই যেতিয়া গুৰুজনে সম্মতি দিলে। থানৰপৰা অহাৰ সময়ত আতৈৰ হাতত দুটা চকা দিলে, এটাৰে ল'ৰা-ছোৱালীয়ে ঘৰত ভাতখাই থাকোঁতে আৰু আনটোৰে আতৈসবে কীৰ্তনঘৰত নামগাই থকা অৱস্থাত চাবলৈ ক'লে। এই চকা দুটা হৈছে দিব্য-দৃষ্টিৰ প্ৰতীক, মাধৱদেৱে তেওঁৰ ভকতক প্ৰকৃত জগতখন চাই বুজিবলৈ সেই দৃষ্টি প্ৰদান কৰিলে।

গোবিন্দ আতৈ ঘৰ পালে, জীয়ৰী-বোৱাৰীহঁতে তেওঁক বহুদিনৰ মূৰত পাই হাততে স্বৰ্গ ঢুকি পালে। সকলোৱে আতৈক সেৱা কৰিলে। চৰু-হাড়ী পেলাই বুঢ়ী ভাত ৰান্ধিবলৈ সোমাল। আতৈ তুলসীৰ গুৰিত গুৰুসেৱা কৰিলে।

ভাত হ'ল, বুঢ়াৰ ভাগটো আগতে বাঢ়ি থৈ ঘৰৰ আটাইবোৰকে একেলগে খাবলৈ ক'লে। সকলো পাতত বহিল, আতৈ গুৰুবাক্য সোঁৱৰণ কৰি বেৰৰ ইকৰা এডাল গুচাই গুৰুজনে দি পঠিয়া চকাটোৰ মাজেদি চালে, বুঢ়ী গাহৰিৰ ৰূপত হোকহোকাই ভগাইছে, আৰু ইবোৰে নোকনোকাই খাইছে। আতৈৰ গা শিয়ঁৰি উঠিল, কান্দি-কাতি ল'গে ল'গে ঘৰৰপৰা ওলাই আহিল। ভাতমুখে ল'ৰা-তিৰোতাই কি হ'ল বুলি বাটলৈ ওলাই ওভোতাই নিব খুজিলে যদিও, আতৈ নগ'ল।

থানলৈ আহি গোবিন্দই দেখিলে, আতৈসকল নামকীৰ্তনত মতলীয়া। ইটো চকাৰ মাজেদি চাই পঠিয়ালে, কৃষ্ণ-বলোৰামক মাজত লৈ গোপ-বালকসবে ঘূৰণীয়াকৈ মিলি ভোজন-বেহাৰৰ অপূৰ্ব খেলা পাতিছে। আতৈ দীঘল হৈ পৰি অন্তৰেৰে প্ৰণাম জনালে।

আচলতে মাধৱদেৱে প্ৰদান কৰা দৃষ্টিৰে আতৈ অনাচাৰী ঘৰখনৰ ৰূপ আৰু হৰিনাম কীৰ্তনকৰা থানৰ প্ৰকৃত স্বৰূপ ভালকৈ

উপলব্ধি কৰিলে। তেওঁ অনুতপ্ত হ'ল, গুৰুজনৰ ইচ্ছাশক্তি কাৰ্য সম্পন্ন হোৱাত সহায়ক হ'ল। এই ঘটনাৰ মাজেদি যিসকল ভকতৰ গৃহ-সংসাৰলৈ অলপ-অচৰপ ধাউতি হৈছিল তেওঁলোক উভতি আহিল। মাধৱদেৱে এনেকৈ গৃহমুখী ভকতৰ বাসনা নিৰ্মূল কৰিলে।

## নাট-ঝুমুৰা, গীত আৰু ফকৰা

শংকৰদেৱৰ জীৱিত কালতেই ছোট আতাই দধি-মথন নাট ৰচনা কৰিলে। বৰদোৱা চৰিতত আছে, দধি-মথনৰ যাত্ৰা-অভিনয় কৰোঁতে গুৰুজনে নন্দৰ ভাওঁত অৱতীৰ্ণ হৈছিল। এইখন নাটৰ অন্য এটি নাম অৰ্জুন-ভঞ্জন। মাধৱদেৱ গণককুচিত থকা সময়ত সম্ভৱ ১৫৩২ চনৰ ভিতৰত নাটখন সম্পূৰ্ণ কৰে।

নাটখনত শ্লোক পাঁচটা আৰু সিন্ধুৰা, বড়াৰী গৌৰী, কামোদ আদি ৰাগৰ গীত আঠোটি আছে। নায়ক শিশু-কৃষ্ণ, মাকৰ পিয়াহ হেপাহ পলুৱাই খাবলৈ নাপাই খঙত আধৰুৱাকৈ মথিৰ এৰা মাখন তৰ্নাস্তি কৰি পেলোৱা অপৰাধত যশোৱাই শিশু-পুতেকক সাধাৰণ মাকৰ দৰে উৰলত বান্ধি থ'লে। এইখিনিলৈ কৃষ্ণ স্বাভাবিক শিশু; ইয়াৰ পাছত উৰলৰসৈতে চুচৰিগৈ পদূলিত থকা অৰ্জুনগছ দুজোপা উভালি পেলোৱা কাৰ্যত তেওঁৰ ঐশ্বৰিক লীলা-মাহাত্ম্য প্ৰকাশ হ'ল। নলকুবেৰ আৰু মণিগ্ৰীৱ শাপমুক্ত হৈ ভগবান কৃষ্ণক স্তুতি কৰিলে।

পুতেকৰ ওপৰত শাস্তি দিয়াৰবাবে নন্দ আৰু যশোৱাৰ মাজত ঘৰুৱা কাজিয়াৰ সৃষ্টি হ'ল। একেবাৰে গ্ৰাম্য, ইজনে সিজনক পাৰেমানে গালিৰে থুকুচিলে। ইফালে নাটৰ উপসংহাৰত সূত্ৰধাৰে ব্যক্ত কৰিলে,—'দেখু দেখু, পৰম ঈশ্বৰ পুৰোষত্তম ত্ৰিগুণ নিয়ন্তা গুণাতীত পৰমদেৱতা জীৱৰ তৰণ নিমিত্তে আপুনে সাক্ষাত বেকত হুয়া কপট মানুষ-চেষ্টা দেখায়া বিবিধ লীলা বিস্তাৰ কয়ল।'

সুন্দৰাৰ হিৰা মড়ঙৰ বাৰীত বহা সাজি থকা সময়ত মাধৱে চোৰধৰা ঝুমুৰা ৰচনা কৰে। গুৰুজনে নাট-সূত্ৰ-গীত কৰি থাকোঁতে বেহাৰৰ হৰিকৃষ্ণ আহি শৰণ লোৱাৰ উল্লেখ চৰিত-পুথিত আছে। ঝুমুৰাখনত সংস্কৃতৰ ব্যৱহাৰ কমাই, অনা দেখা যায়, শ্লোক মাথোন এটা। বসন্ত, আসোৱাৰী, বেলোৱাৰ, শ্ৰী প্ৰভৃতি ৰাগৰ গীত ছয়টি ব্যৱহাৰ কৰিছে। স্ত্ৰী আৰু শিশু চৰিত্ৰপ্ৰধান ঝুমুৰাখন এবেলা বা আদবেলাৰ পৰিস্থিতিৰ ওপৰত ৰচিত।

গোপীৰ ঘৰত শিশুকৃষ্ণই লৱনু চোৰ কৰিবলৈ সোমোৱাত চুবুৰীয়া তিৰোতাসকলৰ সৈতে কৃষ্ণক দোষী সাব্যস্ত কৰিলে। চোৰৰ বৰ বল, চোৰে খোজে দৈ কল; কৃষ্ণই লগৰীযাসকক মাতি লৈ গোপীসকলক মাকৰ আগলৈ নিয়াৰ ভাবুকি দিলে। বাকুচতুৰ কৃষ্ণই ওলোটা অভিযোগ আনিলে, গোপীয়ে নিজৰ জিভা চম্ভালিব নোৱাৰি দধি দুগ্ধ খাই কৃষ্ণক কলংক দিবলৈ চেষ্টা কৰিছে। গোৱালীসকল বাকৈকে জব্দ হ'ল, তেওঁলোক নিৰুপায়ত পৰি কৃষ্ণক লৱনু দিবলৈ চুক্তিবদ্ধ হৈ পৰিল; কিন্তু চৰ্ত থাকিল, কৃষ্ণই নাচিব লাগিব।

ইফালে স্নেহশীলা মাতৃ যশোৱাই কৃষ্ণক ঘৰত নেদেখি ব্যাকুলিত হৈ বাটে-পথে বিচাৰি বাটৰুৱাক সুধি-পুচি একো খবৰ নাপাই তেওঁক 'কোটি পুৰুষক দেৱকো পৰম দেৱতা'ক গোৱালীনীসকলৰ আগত নাচিথকা দেখি মুখলৈ পানী আহিল যদিও, গালি-শপনি পাৰি চুবুৰিৰ গোটেইজাক তিৰোতাক খেদি পঠিয়াই পুতেকৰ গা-মূৰ ধুৱাই, ভালকৈ পিন্ধাই-উৰাই, খুৱাই-বুৱাই পৰম সন্তোষ মনেৰে ৰ'ল।

ঝুমুৰাখনৰ শেষত মাধৱদেৱে সূত্ৰধাৰৰ মুখেদি কোটি ব্ৰহ্মাণ্ডৰ ঈশ্বৰ নন্দৰ ঘৰত ব্যক্ত হৈ নানান খেল-ধেমালি আৰু নৃত্য কৰাৰ বিষয়ে উল্লেখকৰি শ্ৰৱণ-কীৰ্তনৰ ওপৰত গুৰুত্ব দিছে। আচলতে গুৰুজনে নাট আৰু ঝুমুৰাৰ মাজেদিও কৃষ্ণভক্তি প্ৰচাৰ কৰিবলৈ বিচাৰিছে।

ভোজন-বিহাৰ ঝুমুৰাত শ্লোক তিনিটা, দুইথকা গৰখীয়া কৃষ্ণৰ চমৎকাৰ বৰ্ণনাযুক্ত নাতিদীৰ্ঘ ভটিমা এটি আৰু সিন্ধুৰা, বসন্ত,-যতিমান, শ্ৰী আৰু ললিত ৰাগবিশিষ্ট গীত চাৰিটা সন্নিবিষ্ট হৈছে। এই ঝুমুৰাখন ১৫৭২ চনত বৰপেটা সত্ৰত ৰচিত।

ৰাতিপুৱা নগৰ গৰখীয়াসকলৰ সৈতে শ্ৰীকৃষ্ণই শিঙা-বেত-বেণু লৈ মোহনীয় বেশেৰে বৃন্দাবনত প্ৰবেশ কৰিলে। গৰু-গাইবোৰ আপোন খুচিত চৰিবলৈ এৰি দি যমুনাৰ বালিত আটাইখিনিয়ে নাচি-ৰাগি স্ফূৰ্তি কৰি ঘৰৰপৰা লৈ যোৱা ভাত খাবলৈ বহিল। এনেতে মহাভক্ত নাৰদ তাত উপস্থিত হ'ল, ভগবান কৃষ্ণৰ প্ৰসাদ তেওঁ লাভ কৰিলে।

ইফালে আকৌ ব্ৰহ্মাই কৃষ্ণৰ মহিমা পৰীক্ষা কৰাৰ উদ্দেশ্যৰে গাই-দামুৰি সমন্বিতে গৰখীয়াইঁতক চুৰ কৰি লৈ গ'ল। কৃষ্ণই তেওঁৰ ঐশ্বৰিক মহিমাৰে নিজে গাই-দামুৰি আৰু গৰখীয়াৰ ৰূপত গোকুলত প্ৰবেশি প্ৰত্যেকৰ ঘৰত সোমাল। দেৱতাসকলৰ বন্দিত পৰম ব্ৰহ্ম হৰিৰ লীলামাহাত্ম্যৰ অন্ত নাই।

ভূমি-লোটোৱা ঝুমুৰাত শ্লোক দুটা আৰু গীত পাঁচটা। সংলাপ খুবেই কম। শিশুকৃষ্ণই লৱনু চুৰ কৰি খাওঁতে মাকৰ হাতত ধৰা পৰিল। মাকক ছলনা কৰি বাঁহীটো হেৰোৱা বুলি কৈ মাটিত বাগৰি কান্দিব ধৰিলে। পুত্ৰৰ দুখত মাতৃহৃদয় একেবাৰে পমি গ'ল, তেওঁ পুতেকক সান্ত্বনা কৰি আথে-বেথে দেহতলগা ধূলি-মাকতি জাৰি-জোকাৰি কোলাত লৈ মৰমেৰে পিয়াহ খুৱাবলৈ লাগিল।

পাছত বিজলীয়া ল'ৰাৰ কথা-বাক্কত যশোৱাই হৰিপূজাৰবাবে সাঁচতীয়া লৱনু খাবলৈ দিয়াতহে জঞ্জালৰ হাত সাৰিব পাৰিলে। মহা যজ্ঞতো ভগবান সন্তুষ্ট নহয়; কিন্তু নিষ্কামী ভক্তৰ তেওঁ বশ্য। ঝুমুৰাখনত হৰিভক্তিৰ শ্ৰেষ্ঠত্ব দেখুৱাইছে।

পিম্পৰা-গুচুৱা ঝুমুৰাত শ্লোক এটা; শ্ৰী গান্ধাৰ, শ্ৰী আৰু ভাটিয়ালী ৰাগৰ তিনিটা গীত সন্নিবিষ্ট কৰিছে। কলেৱৰ সৰু যদিও, ঝুমুৰাখন বেছ আকৰ্ষণীয়, শিশুকৃষ্ণৰ চতুৰালি দৰ্শকৰ উপভোগ্য হৈছে।

এদিন কৃষ্ণ গোৱালী এজনীৰ ঘৰত সোমাল। পৰিচয় সুধিলত বলাইৰ ভায়েকবুলি কৃষ্ণই উত্তৰ দিলে। নিজৰ ঘৰ বুলি ভাবি সোমাইছে। বাৰু সৰু ল'ৰাটো ঘৰ পাহৰি সোমাল ইয়াত কোনো দোষ নাই, কিন্তু লৰুনুৰ কলহত হাত সোমালে কিয়? গোপীনীৰ এই প্ৰশ্নৰ উত্তৰত টপৰাই ক'লে পৰুৱাই লৰুনুখিনি নাশ কৰিলে, তেওঁ সেইবোৰ গুচাই দি গোপীৰ উপকাৰ কৰিব খুজিছে।

অকল সেয়ে নহয়, উৎপতীয়া কৃষ্ণই টোপনিৰ ল'ৰাটোও জগাই দিলে, মাকৰ খং উঠিল। আদ-বুমুটীয়া ল'ৰাটোৱে তেওঁক আমনি কৰিব। ইফালে কথা কওঁতে কৃষ্ণৰ মুখেদি লৰুনুৰ গোন্ধ ওলাইছে, কি অদ্ভুত বিতলীয়া ল'ৰা! লৰুনু চুৰ কৰি খাই আকৌ ছলাহী কথা ক'বলৈ আহিছে, কৃষ্ণক তেওঁ দোষাৰোপ কৰিলে।

কৃষ্ণ বৰ টেঙৰ, তেওঁ শিশুসুলভ গৰ্বেৰে নিজৰ ঘৰত থকা খীৰ লৰুনুৰ আধিক্য সম্পৰ্কে বিৱৰণ দি, চুৰ কৰি লৰুনু খাবলগীয়া অৱস্থা নহয় বুলি গোপীক পতিয়ন নিয়াবলৈ খুজি পিছ মুহূৰ্ত্ততে ওলোটা অভিযোগ আনিলে। গোপী নিজে লৰুনু খাই গিৰীয়েকলৈ ভয় কৰি কৃষ্ণৰ ওপৰত অপযশ দিছে। তেওঁৰ দৃঢ়কথাৰ পাকত গিৰীহঁতনী চুৰুণী সাব্যস্ত হ'ল। উপায় নাই, তেওঁ চুবুৰীয়াগোপী-সকলক মাতি-বুলি আনি উৎপাতীয়া ল'ৰাজনৰ ওপৰত গোচৰ দিবলৈ আটাই কেইজনী যশোৱাৰ ঘৰলৈ গ'ল।

মাকে ল'ৰাক শাসন কৰিলে, ডাবি-ধমকি সোধাই আগলৈ আৰু গোৱালীপাৰাক নাযাবলৈ সঁকীয়াই দিলে। বাক্‌চতুৰ কৃষ্ণ মনে মনে নৰ'ল, দুইকড়ি মূল্যৰ সামান্য কলহ এটা ভঙাৰ নিমিত্তে ইমান তিৰস্কাৰ সহিব নোৱাৰে। মাকৰ অন্তৰ ভেদি যোৱাকৈ কেই আষাৰমান শুনালে, জনম অবধি যশোৱা নিঃসন্তান আছিল, কৃষ্ণ পুত্ৰৰূপত আহি তেওঁৰ বন্ধ্যা দুঃখ দূৰ কৰিলে, তেওঁ নিৰ্দয়া, নিষ্ঠুৰা আনৰ ল'ৰাৰ মৰম বুজিব কেনেকৈ? এই অপযশ তেওঁ সহ্য নকৰে, মধুপুৰলৈ গুচি যাব; তেতিয়া মাকে কৃষ্ণক দেখা নাপাই কান্দি মৰিব।

ঝুমুৰাখনত সঙ্গীয়ে পৰমেশ্বৰক বাৰণ কৰিলে, বহুত হ'ল, আৰু ক'ব নালাগে, মাক যশোৱাই অন্তৰত বৰ দুখ পাব। ব্ৰহ্মা প্ৰভৃতি দেৱৎ সমাজে যিজনাৰ মায়াৰ অন্ত নাপায়, সামান্যা তিৰোতা এজনীয়ে তেওঁৰ মহিমা কি বুজিব? ভগৱানৰ অতৰ্ক মহিমাৰ কথা উল্লেখ কৰি ঝুমুৰাখন সামৰিছে।

ব্ৰহ্মামোহন, ভূষণ-হৰণ, কোটোৰাখেলা আৰু ৰাস-ঝুমুৰাৰ ৰচক সম্পৰ্কে সমালোচক পণ্ডিতমণ্ডলী একমত নহয়। এই চাৰিখন ঝুমুৰাৰ গীতসমূহত মাধৱদেৱৰ ভণিতা থাকিলেও ইয়াৰ ৰচয়িতা সন্দেহজনক।

মাধৱদেৱে তেওঁৰ নাট-ঝুমুৰা আৰু বৰহখিনি গীতত শিশু-কৃষ্ণৰ চৰিত্ৰহে অংকণ কৰিছে। কন্দলিকৃত ৰামায়ণৰ বালকাণ্ড তেওঁ অনুবাদ কৰিলে। ভক্তিতত্ত্ব-বিষয়ক গ্ৰন্থ কেইখনৰ বাহিৰে ডেকা বা প্ৰৌঢ় কৃষ্ণৰ চৰিত্ৰ মাধৱদেৱে ক'তো গ্ৰহণকৰা নাই আৰু আদিৰস-প্ৰধানসমূহো এৰাই গৈছে। অৰ্জুন-ভঞ্জন নাটত নলকুবেৰ আৰু মণিগ্ৰীৱ অভিশপ্ত হোৱাৰ আগতে তিৰোতাৰ সৈতে জলক্ৰিয়া কৰা কাহিনী নাট্যকাৰে ইচ্ছাকৃতভাৱে বাদ দিছে। কৃষ্ণৰ শিশুলীলাই তেওঁক বৰকৈ আকৰ্ষণ কৰিছিল, তেনে এজন একনিষ্ঠ ভক্তই ৰাস-ঝুমুৰা নাইবা ভূষণ-হৰণ ৰচিবলৈ কিয় আগবাঢ়িব? তেওঁৰ নিৰ্বিকাৰ আৰু উদাসীন মনৰ মৌলিক সৃষ্টি সেইফালে কেতিয়াও আগনাবাঢ়ে।

হয়তো মাধৱদেৱৰ পাছত তেওঁৰেই কোনোবা আগ-পাচ নভবা ভকতে এই ঝুমুৰা কেইখন ৰচনা কৰি গুৰুজনৰ নামত চলাই দিলে। পুৰণি অসমৰ বহুতো ৰচয়িতাই নিজৰ নাম প্ৰকাশ কৰিবলৈ ইচ্ছা কৰা নাছিল, নহ'লে হয়তো কোনোবা ভকতে গুৰুৰ প্ৰতি শ্ৰদ্ধা-ভক্তিৰ নিদৰ্শনস্বৰূপে মাধৱদেৱৰ ৰচিত গীতসমূহ ঝুমুৰা কেইখনত সন্নিবিষ্ট কৰিলে।

ভূষণ-হৰণৰ পাঁচটি, ৰাস-ঝুমুৰাৰ চাৰিটি আৰু কোটোৰা-খেলাৰ দুটি গীত ভক্তসকলে বৰগীত হিচাপে মূল্যায়ন কৰি আহিছে। ভোজন-

বিহাবত থকা 'কানু সাজে কানু সাজে' গীতটি ব্ৰহ্মমোহন ঝুমুৰাতো ব্যৱহাৰ কৰিছে ; মাধৱদেৱে নিশ্চয় একেটি গীত দুখন ঝুমুৰাত নিদিলেহেঁতেন। এইয়া প্ৰকৃততে কোনোবা ভকতৰ কাৰ্য। গোপাল আতাই তেওঁৰ ৰচিত জন্মযাত্ৰা নাটৰ সৌষ্ঠৱ বঢ়াবলৈ মাধৱদেৱৰ ৰচিত এটি গীত সংযোজিত কৰিবলৈ ইচ্ছা কৰিছিল ; কিন্তু মাধৱদেৱ সন্মত নহল, শংকৰদেৱৰ 'হৰিক বয়নে হেৰি মাই' গীতটিহে ইয়াত সন্নিবিষ্ট কৰি গুৰুজনক সন্মানিত কৰিলে। এই আহি বোধকৰোঁ অইন ভকতেও লৈ ঝুমুৰা কেইখনত মাধৱদেৱৰ ৰচিত গীত সুমুৱাই দিলে।

বিষয়বস্তু, চৰিত্ৰ সৃষ্টি আৰু নাটকীয় কলা-কৌশলৰ ফালৰপৰা বিবেচনা কৰিলেও ঝুমুৰা কেইখনৰ ৰচয়িতা মাধৱদেৱ নহয় বুলি ক'ব পাৰি।

: গীত, বৰগীত আৰু ভটিমা :

গুৰুজনে খেদকৈ বোলে বঢ়া-পো, অনেক শ্ৰমকৈ গীতখানি কৈলো, পুইলে। গীত কিছুকৰা, আমি নকৰোঁ আৰু। তেহে শ্ৰীমাধৱদেৱে গুৰুবাক্য ধৰি কৰিছে। আতৈসবৰ মুখত শুনা আগে-গুৰি বিহা-গাৰি ক্ৰমে দি ছোট আতাই গীত কৈলে নকুৰি

এঘাৰটা বৰগীত ; ছয়ৰসে চোৰ-চাতুৰী।—কথা-গুৰু চৰিত

কথা-গুৰু চৰিতত মাধৱদেৱে একশ একান্নবৈটি বৰগীত ৰচনা কৰাৰ উল্লেখ আছে। হৰিনাৰায়ণ দত্তবৰুৱা সাহিত্যৰত্ন সম্পাদিত পুথিখনত একশ তিৰাশীটি বৰগীত মাধৱদেৱৰ ভণিতাত সামৰি, হৰিবিলাস গুপ্ত প্ৰকাশিত সংকলনৰপৰা শ্ৰীৰাগৰ আৰু এটি বৰগীত উল্লেখ কৰিছে। এই গীতটি ধৰি মাধৱদেৱৰ গীতৰ সংখ্যা এশচৌৰাশী হয়। পূৰ্ণচন্দ্ৰ গোস্বামীৰ সম্পাদিত শ্ৰীশ্ৰীমাধৱদেৱৰ বাক্যামৃতত এশ আঠষষ্টি সংখ্যক বৰগীত সন্নিবিষ্ট আছে। হয়তো চৰিত পুথিত উল্লেখিত হিচাপ অনুসৰি মাধৱদেৱে নকুৰি এঘাৰটি গীত ৰচনা কৰিছিল, সকলোখিনি নিয়ৰিকৈ সংৰক্ষিত নোহোৱাত কেইটামান হেৰাই গ'ল।

মাধৱদেৱ সুকণ্ঠ গায়ক, নিজে গীত ৰচি, তাত ৰাগ-ৰাগিণী-তাল সংযোগকৰি গাই শ্ৰোতৃমণ্ডলীক ভক্তি-প্ৰেম ৰসত বুৰাই ৰাখিছিল। তেনে পুৰুষ পৃথিৱীৰ সংগীতজগতত বিৰল। তেওঁৰ নাট আৰু ঝুমুৰাত গীতৰ ব্যৱহাৰ আছে, ধুৰা আবৃত্তিৰ পাছত পদ গোৱা হয়। মহাপুৰুষ দুজনাৰ পাছত তেওঁলোকৰ ৰচিত আধ্যাত্মিক ভাৱ-অনুভূতি-খচিত গীতসমূহ উচ্চ মৰ্যাদাসম্পন্ন কৰি ৰাখিবলৈ বৰগীত আখ্যা দিয়া হ'ল। এনেকৈ নাট আৰু ঝুমুৰাত অন্তৰ্ভুক্ত গীতসমূহকো বৰগীত হিচাপে ভকতে সত্ৰীয়া-প্ৰসঙ্গত গোৱা ৰীতি পূৰ্বাপৰ চলি আহিছে।

অৰ্জুন-ভঞ্জন নাটত (১) আৰে বালক কানু কয়ো পয়োসাৰ ; (২) মথন মথে যশোমতী মাই ; (৩) তন-পান বিনে ৰসিক গোবিন্দ ; (৪) লৱনুচোৰা বুলি যশোৱা মাই ; (৫) কম্পিত মাধৱ নয়ন জুৰায় ; (৬) এ হৰি কৰিয়ো কৰিয়ো মেৰি কৰুণা মুৰাৰি ; (৭) জয় জয় জগজন তাৰণ-কাৰণ ;—এই সাতোটি গীত সন্নিবিষ্ট হৈছে।

(১) কানু সাজে কানু সাজে ; (২) কৰত গোপাল ভোজন ব্যৱহাৰ ; (৩) অন্ন ভোজন আজু বইৰি পৰমাদ ভেল , (৪) জয় নন্দ নন্দন জয় পৰমানন্দ

বন্দো ৰাখ গোপালং—এই চাৰিটি গীত ভোজন-বিহাৰত আছে।

চোৰধৰা ঝুমুৰাত থকা গীত কেইটা হ'ল,—(১) দেখতবে হৰি গোপিনী মেলা ; (২) অজু কাহা যাসি বোলয়ে গোৱালী ; (৩) গোৱাৰিনী কৈছন কলংক হানাৰি; (৪) নাচতু গোবিন্দ গোপিনী আগে ; (৫) যশোৱা পুছয় পথিকজনে ; (৬) তেজই তাপ শুনহ মেৰি মাই।

(১) খেলত গোবিন্দ যশোৱাক সঙ্গে ; (২) ভূমি-লুটি কান্দে গোপীনাথ ভাণ্ডিতে মাৱবে ; (৩) গোপাল শুনবে বাপ ৰোষ কৰ দূৰ ; (৪) যশোৱা গোপাল কোলে নিছে ; (৫) মাগে লৱনু হৰি যশোৱাকু আগে ; এই পাঁচটি গীত ভূমি-লোটোৱা ঝুমুৰাত অন্তৰ্ভুক্ত।

পিম্পৰা গুচোৱা ঝুমুৰাত তিনিটি গীত আছে,—(১) যাদৱ! নযায়ো নযায়ো তুমি গোৱালীৰ পাৰা ; (১) আলো মাই। গালি

তুমি নাপাবিবা মোৰে ; (৩) মোৰ ঘৰে কেনে তুমি বোলয়ে গোৱালী।

ৰাম-ভাওনা মাধৱদেৱে ৰচনা কৰাৰ উল্লেখ চৰিত পুথিত আছে। নাটখনৰ অভিনয় হৈছিল, পাছলৈ ইয়াক নিখুঁতভাৱে মঞ্চস্থ কৰিব নোৱাৰাৰ শংকাত নাট্যকাৰে ইযাৰ পাণ্ডুলিপি নষ্ট কৰিলে। নাটখনৰ দুটা গীত ভকতৰ মুখত ৰৈ গ'ল,

(১) জয় জয় ৰাম ৰঘুকুল পংকজ দিনকৰ ৰাম মুৰাৰি ; আৰু

(২) দেখুৰে নয়ন ভৰি লোই, পৰম পুৰুষ ৰাম ৰাজা হোই।

গীতসমূহ ৰচনাৰ স্থান-কাল আৰু প্ৰসঙ্গ আছে। অকল গুণককুচি, সুন্দৰীদিয়া, নাইবা তীৰ্থভ্ৰমণ কালতে নহয়, কেতিয়াবা ভকতসকলৰ ঘৰতো মাধৱদেৱে গীত ৰচনা কৰাৰ নজিৰ পোৱা যায়। এনেকি, গীতৰ মাজেদি কেতিয়াবা উত্তৰো দিছে। গীত ৰচনাৰ মূল প্ৰেৰণা শংকৰদেৱ,—'আৰু একদিন, বোলে বড়া-পো, এটি গীত কৰা। বোলে কেনেকৈ ? বোলে পাৰিবা, আমি কৰিছোঁ দহোঁ। বাপ, আপুনিকৰে ঈশ্বৰ শক্তি। তোমাৰ জানো নহয়, কৰা। তেহে গুৰুবাক্য শিৰেধৰি কৰি দিছেনি, আসোৱাৰী,——

ৰে মন হৰি কহো চৰণা  
নিকটে দেখহু নিজ মৰণা।

আহোম ৰজাৰ হাতীধৰা জগৰত হৰি ভূঞাৰ লগত বন্দী হৈ হৰিক ফাঁচশালৈলৈ লৈ যোৱাত মাধৱে ৰচনা কৰি গোৱা গীত,—

ভয়ো ভাই। সাৱধান, যাবে নাহি ছুটে প্ৰাণ।  
গোবিন্দৰ ফৰমান  
নিকটে মিলিব জান।

শংকৰদেৱৰ লগত তীৰ্থভ্ৰমণলৈ যাওঁতে জগন্নাথক্ষেত্ৰৰ মাৰ্কণ্ডেয় হ্ৰদৰ পাৰত ৰচিত গীত,—

যাদৱ লীলা জানব কোই,  
ব্ৰহ্মা-শিৱ-সুৰপতি চিন্তিতে আকুল হই।

প্ৰভুৰ পুৰীৰ নাট-মন্দিৰৰ দ্বাৰত ৰচি গোৱা গীত,—

মোক দেখিওনা কেনে আছে জগন্নাথ,

মই বৰ পাপেৰ পাপী।

তীর্থভ্রমণ কালত জংগিন পুৰত শংকৰদেৱৰ আজ্ঞাত ৰচিত গীত,—

আজু গোপীনাথ পেখলো আখি,
যমুনাৰ তীৰে তীৰে ফুৰে ধেনু ৰখি।

মহাগুৰু শংকৰদেৱৰ মহাপ্রয়াণৰ বার্তা শুনি ৰচিত শোক গীত,—

আলো মঞ কি কহব দুঃখ,
পৰাণ নিগৰে নাদেখিয়া চান্দমুখ।

ঘাঘৰি মাজী নামনি অসমৰ গোমূৰালৈ উঠি অহাৰ পাছত ভকতৰ সৈতে মাধৱদেৱ তালৈ যোৱাত ঠাকুৰ আতা প্রভৃতি মাজীৰ ঘৰত অন্ন-জল গ্রহণৰ অনিচ্ছা প্রকাশ কৰিলত, গুৰুজনে তেতিয়া গীত ৰচি গাইছে,—

কমনে পাইবো হৰি চৰণ তোৰে।
এ দুঃখ সাগৰে উদ্ধাৰ মোৰে॥

গৰু চৰোৱা ল'ৰাৰ মুখত কৃষ্ণনাম শুনি মহাভাৱত উদ্বদ্ধ হৈ গীত ৰচনা কৰিছে,—

আলো ভাই, চল যাঞ বৃন্দাবনে।

হৰিনামৰ কৃষিকৰা সম্পর্কত গীত ৰচিছে,—

কিৰিষি কৰিও আলো সনাই
হৰিৰ চৰণ-সেৱাৰ পৰম সুখে।

ঠাকুৰ আতাৰ ঘৰত গীত কৰি গাইছে,—

(১) গোপাল পলায়া আছা মায়ে মাৰিবাৰ ভৰে
(২) মাই ভূষণ কৰাৱ হামাৰি
(৩) গোবিন্দকু ৰাধা বোলত বাণী
(৪) মাৱক আগু গোবিন্দ কৰত গোহাৰি

ৰাতিপুৱা গীতকৰি গাই মাতিছে,—

উঠৰে উঠ বাপু গোপালহে
নিশি পৰভাত ভৈল নাৰায়ণ।

বৰপেটাৰ বামো বুঢ়াৰ চোম-তলিখন কীৰ্ত্তন ঘৰ সজাৰ কাৰণে কিনিবলৈ যাওঁতে বুঢ়াই হেহে'-নেহো কৰিলত মাধৱদেৱে গীত ৰচি গাইছে,—

বুঢ়া ভাই হৰিগুণ গায়া নাচা,
কোনদিন ঢলি শৰীৰ পৰয়
এভো বাট চাই আছা।

এদিন সপোনৰ ফলিতা বিচাৰি ঠাকুৰ আগত গীত কৰি গাইছে,—

নাৰায়ণ মাগো চৰণে তেৰা,
ই তিনি ভুবনে তুমহি ঠাকুৰ
নাহি জানত মতি মেৰা।

এদিন গৃহী ভকত এজনৰ ঘৰত ল'ৰা সন্তান ওপোজা শুনি আতৈ সত্ৰৰপৰা ঘৰমুখে যাবলৈ ওলোৱাত মাধৱদেৱে গীত ৰচিলে—

পামৰ মন কমনে হৰিৰ নাম ৰহল বিচুৰি।

মথুৰা দাস বুঢ়া আতাই ওঠৰজন পালিৰ লগত কামৰূপৰপৰা গৈ বেহাৰত মাধৱদেৱক লগ ধৰিলে। সেই বেলাত গীতকৰি গাইছে,—

মোক কিনা গতি দিলা গোপাল,
তুমি অগতিৰ গতি
এ ভৱ ভঞ্জন, তোমাৰ চৰণ।

এইদৰে মাধৱদেৱ' ৰচিত আধ্যাত্মিক ভাৱসমৃদ্ধ গীতসমূহৰ ৰচনা প্ৰসঙ্গ আছে। অৱশ্যে সৰহখিনি গীত সত্ৰ নাইবা বিভিন্ন ঠাইৰ কীৰ্ত্তনঘৰৰ এক গভীৰ ধৰ্মীয় পৰিবেশৰ মাজত ৰচিত। ধৰ্ম প্ৰচাৰ কৰাটোৱে আছিল এই গীত-পদসমূহৰ প্ৰধান লক্ষ্য।

কল্যাণ, সিন্ধুৰা, আসোৱাৰী, ভটিয়ালী, ধনশ্ৰী, তুৰ, মাহুৰ, গৌৰী, বসন্ত, শ্যামগোড়া, বৰাড়ী, বেলোৱাৰ, শ্ৰীগান্ধাৰ, কেদাৰ, কামোদ, সুহাই, তুৰ বসন্ত, মল্লাৰ, ললিত প্ৰভৃতি ভাৰতীয় সংগীত শাস্ত্ৰত ব্যৱহৃত ৰাগ-ৰাগিণীসমূহৰ সৈতে তেওঁৰ পৰিচয় মন কৰিব-লগীয়া। সংগীত শাস্ত্ৰৰ ওপৰতো মাধৱদেৱৰ অগাধ জ্ঞান আৰু গভীৰ চৰ্চা আছিল।

সৰহখিনি গীতৰ নায়ক নন্দ-যশোৱাৰ শিশুপুত্ৰ কৃষ্ণ। অসম নাইবা ভাৰতৰ নহয়, সমগ্ৰ বিশ্বৰ পূৰ্ণবিকশিত এটি আদৰ্শ শিশুৰ সুন্দৰ ৰূপ তেওঁৰ মাজেদি মাধৱদেৱে ফুটাই তুলিছে। মাকৰ ওচৰত পুতেকৰ ঠেহ-অভিমান, আমনি, ভোকত খাবলৈ বিচৰা, কন্দা-কটা, খেল-ধেমালি কৰা, মাকৰ আপডাল বিচৰা, বেলি উঠাৰ পাছতো শুইথকা, ঘৰৰ বস্তু খণ্ডত তৰ্ণাস্তি কৰা আদি শিশুজীৱনৰ একোটি সাৰ্বজনীন চিত্ৰ গীতসমূহৰ মাজেদি উদ্ভাসি উঠিছে। অৱশ্যে ঠায়ে ঠায়ে সাধাৰণ শিশুৰ কাৰ্যকলাপত নোপোৱা ঐশ্বৰিক মহিমাৰ ব্যাখ্যাতীত নিদৰ্শন আছে।

কিছুমান গীত সম্পূৰ্ণৰূপে পাৰমাৰ্থিক তত্ত্ববিষয়ক, ধন-জন-যৌৱন সকলো অথিৰ, পদুম-পাতৰ পানী ; কেৱল হৰিনাম সংসাৰ তাৰণৰ একমাত্ৰ উপায়। কুম্ভীৰ-মগৰ ৰূপী কামক্ৰোধৰ নিৰ্মম যন্ত্ৰণাত জীৱই ভৱসাগৰৰ কূল বিচাৰি নাপায়, কৃষ্ণপদ আশ্ৰয় বিনে অন্য পথেদি ইয়াক পাৰ নোৱাৰে। বিষয়-লুব্ধ অতৃপ্ত মন ৰক্ষা কৰিবলৈ হৰিত শৰণ লবই লাগিব। ভাৰতবৰ্ষত নৰজন্ম লৈ ৰামনাম নোলোৱাকৈ থাকিলে জীৱন ব্যৰ্থ, অসাৰ্থক ; আৰু সংসাৰৰপৰা তেওঁ পৰিত্ৰাণ নাপায়।

খেতি-খোলা আৰু ব্যৱসায়-বাণিজ্য কৰিলেও থৰাংৰতৰ নাইবা বান-পাণীত নষ্ট নোহোৱা ; 'মূলৰাখি লাভকৰি' ৰামনাম লৈ সংসাৰ তৰিব লাগে। সকলো অৱস্থাতে নামময় হৈ থকা বাঞ্ছনীয়। প্ৰকৃততে অনাথ, নিসঙ্গী জীৱৰ ৰামনামেই পৰম মঙ্গল।

জলদ-গম্ভীৰকণ্ঠনিসৃত বিভিন্ন ৰাগ-ৰাগিণীৰে শ্ৰোতৃমণ্ডলীৰ অন্তৰত টুকুৰিয়াই তেওঁলোকৰ মন-প্ৰাণ সংসাৰপাশৰপৰা আঁতৰাই এক অপাৰ্থিব আনন্দৰাজ্যলৈ কঢ়িয়াই নিবলৈ মাধৱদেৱ সক্ষম হৈছিল। ভক্তিসম্বলিত অপূৰ্ব সুৰৰ মূৰ্চ্ছনাত বহুতে কৃষ্ণ-ভক্তিৰহস্য সহজে উপলব্ধি কৰি মহাপুৰুষৰ অভয় চৰণত নিজকে সমৰ্পি ধন্য মানিছিল। প্ৰসঙ্গ অনুসৰি গোৱা গীতসমূহৰ সম্মোহিনী সুৰলহৰত বহু ভকতৰ অন্তৰত শুদ্ধ জ্ঞানৰ উন্মেষ হোৱাৰ নিদৰ্শন আছে।

গীতসমূহৰ ভণিতাত মাধৱ মূকখমতি, মূকখ মাধৱ, মূকখদীন, মাধৱ দীন, দীনমতি মাধৱ আদি দাস্যভাব-সূচক শব্দ ব্যবহাৰ কৰিছে। ইয়াৰ মাজেদি দাস্য-ভক্তিৰ নিৰ্মল অভিব্যক্তি মূৰ্ত হৈ উঠিছে; নৱ-বিধা ভক্তিৰ অন্যতম আদৰ্শ স্বৰূপে।

... ... ... ...

এদিন বুঢ়ী লুইতৰ বালি-চাপৰিত গৰখীয়াৰ মুখত কৃষ্ণনাম শুনিবলৈ পাই, সেই অঞ্চলত ভবিষ্যতলৈ ধৰ্মবস্তু প্ৰকাশৰ সম্ভাৱনা অনুমান কৰি শংকৰদেৱে ক'লে, 'বোলে বৰাপোত্ৰ কতক কৱিতা কৰা, নাৰায়ণ দাসেও কৰা মাধৱেও ( জন্তিৰ মধাই ) কৰা।

ছোট-আতা কৰিলে কৱিতা, গুৰু-বাক্য শিৰে ধৰি,—

'জয়গুৰু শংকৰ', জগত প্ৰখ্যাত। স্বৰ্গ মৰ্ত্ত্য-পাতাল, অনন্ত-অচ্যুত, বৈকুণ্ঠসমে ভেদি; পৃথিবী-চন্দ্ৰ-সূৰ্য থাকে মানে ৰহিব। [ ক. গু. চ ]

মাধৱদেৱৰ এই ভটিমাটি গুৰু-প্ৰশস্তি; ইয়াত এক শৰণ হৰি-নাম-ধৰ্মৰ একনিষ্ঠ প্ৰৱৰ্তক শ্ৰীশংকৰদেৱক নাৰায়ণৰ অংশ অৱতাৰ হিচাপে উল্লেখ কৰি তেওঁৰ সুনিৰ্মল যশ গুণৰাশিৰ স্পষ্ট বৰ্ণনা ডাঙি ধৰিছে।

'প্ৰাতঃ সময়ে যশোৱা জননী', ভোজন-বিহাৰত সন্নিবিষ্ট ভটিমা। কটি-মাখন আৰু বাঁহী হাতত লৈ লগৰীয়াইঁতৰ সৈতে গৰু চৰাবলৈ যোৱাৰ বাবে স্নেহশীলা মাতৃ যশোৱাই পুতেকক পুৱাৰ টোপনিৰপৰা জগাই দিয়াৰ এটি মনোৰম চিত্ৰ ইয়াত অংকণ কৰিছে।

'জয় জয় জগ-জীৱন যাদৱ', দেৱ-ভটিমা, ভগবান কৃষ্ণৰ অপূৰ্ব লীলাসমূহ সংক্ষেপত বৰ্ণাই, ক্ষন্তেকীয়া জীৱন-যৌৱনৰ বাসনা-চিন্তাত ব্যস্ত নাথাকি মানুহে হৃদয়ত হৰিৰ চৰণ চিন্তি ৰামনাম জপ কৰাৰ সাৰ্থকতা দেখুৱাইছে।

'জয় জয় জীৱ সনাতন শিৱ', ভটিমাটিত যশোমতীৰ পুত্ৰ কৃষ্ণক মাকে বিবিধ আ-অলংকাৰেৰে ধুনীয়াকৈ সজাই-পৰাই তেওঁৰ মহিমা প্ৰকাশ কৰিছে। 'জয় জয় কৃষ্ণ কৰহোঁ বহুসেৱ' আৰু 'জয় জয় জগত জনক', এই দুয়োটা কৃষ্ণৰ ঐশ্বৰিক আৰু মানবীয় লীলাবিষয়ক ভটিমা।

'জয় জয় জগতজীৱন', ভগৱান কৃষ্ণৰ ভক্তিতত্ত্ব-বিষয়ক ভটিমা। বিষয়-বাসনা-সৰ্পৰ তীব্ৰ দংশনত শৰীৰ অস্থিৰ, অচেতন; সেয়েহে বিষয়ী লোক কৃষ্ণ ভক্তিপৰায়ণ হৈ সংসাৰসাগৰত সহজতে পাৰি দিব লাগে। শ্ৰৱণ-কীৰ্তন চাৰিও বেদৰ মূল তত্ত্ব, ভটিমাটিও কৃষ্ণভক্তি উল্লেখ কৰি শৰণৰ প্ৰয়োজনীয়তা দেখুৱাইছে।

'জয় জগ জীৱ সনাতন দেৱ',-ত কৃষ্ণৰ শ্ৰেষ্ঠত্ব দেখুৱাই তেওঁৰ ৰূপ-লাৱণ্য আৰু অনুপম দেহৰ সাজ-পাৰৰ এটি নিখুঁত মনোৰম বৰ্ণনা ডাঙি ধৰিছে। ভকতবৎসল নিৰাকাৰ ভগৱানৰ সাকাৰ ৰূপ ইয়াত মানুহৰ প্ৰয়োজনৰ অৰ্থে অংকিত হৈছে।

'জয় জয় কৃষ্ণ দেৱ আদি মূল', নামৰ ভটিমটিত পুৰাণপুৰুষ, সৃষ্টি-স্থিতি-লয়কাৰী দৈৱকী নন্দন কৃষ্ণক জগতৰ মুক্তিদাতা স্বৰূপে নিৰ্ণীত কৰিছে কৃষ্ণ স্বয়ং ভগৱান, চিৰ শাশ্বত, সনাতন; তেওঁৰ পৰম পবিত্ৰ নাম-গুণ স্মৰণকৰি মানুহে হেলাৰঙে দুৰ্ঘোৰ সংসাৰ সাগৰ তৰিব পাৰে।

বৰগীতৰ নিচিনা ভটিমাসমূহে আধ্যাত্মিক ভাবাদৰ্শৰ ওপৰত ৰচিত দীঘলীয়া ভক্তি-প্ৰশস্তিমূলক গীত। ইয়াত ৰাগ-ৰাগিণীৰ উল্লেখ নাই; নাট-ঝুমুৰাত সন্নিবিষ্ট গীতসমূহৰ লেখীয়াকৈ তালৰো নিৰ্দেশনা নাথাকে। কৃষ্ণৰ লীলামাহাত্ম্য প্ৰকাশ কৰি, বৈষ্ণৱ ধৰ্মৰ শ্ৰেষ্ঠত্ব দেখুৱাই, ভটিমাসমূহৰ মাজেদি হৰিভক্তিৰ প্ৰয়োজনীয়তা নিশ্চিত কৰা হৈছে।

...   ...   ...   ...

**: ফকৰা :**

ফকৰা-যোজনাসমূহ আমাৰ লোকসমাজৰ একোডুখৰি হীৰা-মুকুতা, লোকপৰম্পৰা অভিজ্ঞতাৰ উজ্জ্বল স্বাক্ষৰ। ইয়াৰ ওপৰত সমাজ বৰ্তি আছে, নীতি-ধৰ্ম-সদাচাৰ পুৰুষানুক্ৰমেই কঢ়িয়াই আনিছে, মানুহৰ মুখে মুখে।

মাধৱদেৱে ভকতসকলৰ আগত কোৱা কথা-বতৰাৰ মাজত, কেতিয়াবা বক্তব্য-বিষয় স্পষ্টীকৰণৰ উদ্দেশ্যৰে প্ৰচলিত ফকৰা-যোজনা

ব্যৱহাৰ কৰাৰ নিদৰ্শন পোৱা যায়। শংকৰদেৱৰ লগত তীৰ্থ-ভ্ৰমণলৈ যাওঁতে চৈতন্য-পন্থী গোসাঁইৰ তুৰাৰত মাধৱদেৱে ফকৰা গাই উত্তৰ দিবলগীয়া হ'ল।

... ... ... ...

হৰিৰ আজ্ঞাত আহিছো গোঁসাই, পৃথিবীত দি পাৰ।
হৃদয়ৰ মাজে গুৰু আছে, আত্মা বিচাৰি চাৱ॥

... ... ...

কোনজনে সেৱা কৰে, কোনজনে লয়।
ইয়াৰ গুহ্যকথা মহন্তেসে কয়॥

তীৰ্থভ্ৰমণৰপৰা উভতি আহি ঠাকুৰ আতাৰ আগত সখিয়েকে বিভিন্ন ঠাইৰ বৰ্ণনা দি ক'লে—

পেৰালো বিকৈ গোৱৰো কিনৈ
বিস্ময় ভৈলোহো দেখি।
যৈত যিবা আমি দেখিলোঁ শুনিলোঁ
কতেক কহিবো সখি॥

ঠাকুৰ আতাই মালছাৰ কংসাৰীক ধৰ্ম দিয়াৰ উদ্দেশ্যৰে সুন্দৰী-থানলৈ লৈ আহি দূৰৈৰপৰা গুৰুজনৰ অভয়পদত দণ্ডৱত কৰাই ওচৰত উপস্থিত হোৱাত মাধৱদেৱে ফকৰা মাতিলে,—

- চটুৱা, মোৰ বস্তু মোতে ভেটোৱা। কল খাই বাকলি, সাহলৈ বাহহে আনিছা।

শিষ্য সম্পৰ্কে মাধৱদেৱে ফকৰাত কৈছে,—

- ভাণ্ড পৰশি লৱণু থ'বা,
শিষ্য পৰশি জ্ঞান ক'বা;
প্ৰমাণ নকৰি যিটো হঠাতে কহয়,
গুৰুদ্ৰোহ বিশ্বহত্যা তাহাতে লাগয়।

ৰামনাম গ্ৰহণৰ প্ৰয়োজনীয়তা ফকৰাত উল্লেখ কৰিছে,—

যমপুৰী নিদান ঠাই, অ'ত দিলে ত'ত পায়।
- যিবা দেই, যিবা খায়, সেই মাত্ৰ ৰয়।
- লাখ টকাৰ ভাই

মনত যি নাই
ঘৰতো নাই।

● জলত থাকে কুঁহিলা, তথাপি শুকান কায়া;
পৰ্বতৰ শৃঙ্গে বন-কণা ৰসে থাকে ভৰিয়া।

ৰঘুদেৱ নাৰায়ণৰ কটোৱালে খিলা-বিজয়পুৰলৈ নিয়াৰ বেলিকা লগত মাথোন দুজন ডেকা ভকত ওলোৱাত মাধৱদেৱে কৈছিল,—

● কহনি আছে, বহনি নাই,
এটা নাই পাঁচ হাল বায়।

হৰিভক্তিৰ স্থায়ীত্ব সম্পৰ্কে দিয়া ফকৰা,—

● কাঠৰ মালা ফুটে-ফাটে,
মনৰ মালা কাহা ছুটে।

বেহাৰত থকা সময়ত ঠাকুৰ আতাৰ পত্নী বাৰাবাসী আইলৈ পুতেক পৰ্মানন্দৰ হাতত কানি-কাপোৰ পঠিয়াই ৰগৰ কৰি ক'লে,—

● বান্ধিব নালাগে, বাঢ়িব নালাগে
চলিয়া নেদে ফু,
মাজত বহি থাই বেটী
চান্দ যেন মু।

বহুলা আতাক বেহাৰৰপৰা উজনিলৈ পঠিয়াই দিওঁতে উপদেশ প্ৰসঙ্গত কৈছিল,—

● পূৰ্বাপৰ চাবা, পুব মুখে যাবা
বাচি খাবা, জাগি শুবা।

গুৰু-ধৰ্মত উদাৰতা

ভকতৰ অনুৰোধত কেতিয়াবা মাধৱদেৱ ধৰ্মসভাত উপস্থিত হ'ব-লগীয়া হৈছিল। বৰ্তমানৰ নিচিনাকৈ তাত ধৰ্মৰ বিষয়ে বক্তৃতাৰ ব্যৱস্থা নাই, সাত-আঠখন গাঁৱৰ মানুহ সমবেত হৈ হৰিকীৰ্তন কৰে আৰু শাস্ত্ৰ আলোচনা হয়। ইয়াৰ ফলত বহুতো আগ্ৰহী লোকে মহাপুৰুষক গ্ৰহণ কৰাৰ সুযোগ পায়।

অমৃতকৰ দলৈ নামৰ ভকত এজনে তামোল-পাণৰ শৰাই আগ

বঢ়াই গুৰুজনক হৰিকীৰ্ত্তনলৈ নিমন্ত্ৰণ জনালে। ভকতৰ সৈতে হৰি-নাম গাই বুঢ়া লুইতেৰে গৈ নাৱখন অমৃতকৰহঁতৰ ঘাটত চাপিল, গুৰুজনক সম্মানসহ আদৰি নিলে। ভকতৰ সৈতে মাধৱদেৱ তাত এপখ ব'ল। মহে খোৱা ৰৰিত ৰভা সাজি বৰ সভা পাতিলে। সাতখন গাঁৱৰ বাইজ গোট খালে, চৌধুৰী, পাটোৱাৰী, তালুকদাৰ, ঠাকুৰিয়া প্ৰভৃতি অনেক বিষয়া সভালৈ আহিল। বৰ সভা উছলি-মুছলি।

ঠাকুৰ আতা মনদিয়াৰপৰা আহি পাটবাউসীত সোমাল, শংকৰ দেৱৰ নাতিয়েক পুৰুষোত্তম ঠাকুৰক সভালৈ অহাৰ কাৰণে লগ ধৰিলে। ঠাকুৰক নিমন্ত্ৰণ জনোৱা নাই, তেওঁ আহিবলৈ এফেৰি সংকোচিত হ'ল। আতাৰ মনত দুখ লাগিল, জোৰ কৰি পুৰুষোত্তমক লগত লৈ আহিল। জয় হৰি, বলাই, ৰাম, সনাতন, হৰিয়ে, কঠ, লোটা, কম্বল, শৰাই আদি ল'লে। আগে আগে ঠাকুৰ আতা, পাছত পুৰুষোত্তম।

সভাস্থলীৰ কিছু আঁতৰত ঠাকুৰক এঠাইত বহিবলৈ দি নাৰায়ণ দাস আগবাঢ়িল। মাধৱদেৱক সেৱা জনাই কাষত বহিল। সখিয়েকে দুখন তামোল হাতত দি সভাখন কেনে লাগিছে ঠাকুৰ আতাক সুধিলে। মূৰবিহীন দেহত বস্ত্ৰিছ অলংকাৰ পিন্ধালে যেনে দেখাৰ এই জনপূৰ্ণ সভাখনো তেনে হৈছে,—আতাই উত্তৰ দিলে।

ইয়াৰ কাৰণ কি? গুৰুজনে হাঁহি হাঁহি সুধিলে।

শ্ৰীশংকৰৰ নাতিযেক উপস্থিত থকাহেঁতেন, সভাখনৰ সৌষ্ঠৱ পূৰ্ণাঙ্গ হ'লহেঁতেন, সভাখন এতিয়া পূৰ্ণ হোৱা নাই। মাধৱদেৱে আপচোচ কৰিলে, সেই মুহূৰ্ত্ততে ঠাকুৰক কোনে অনাই দিব? সূৰ্যক কুঁৱলিয়ে আৰু জুইক ছাইয়ে ঢাকি ৰখাৰ দৰে হেনো ব্যাধি-অবিদ্যাই তেওঁক মোহিত কৰিলে, ঠাকুৰক খবৰ দিয়াবলৈ পাহৰি গ'ল।

মাধৱৰ অনুমতি লৈ আতাই পুৰুষোত্তম ঠাকুৰক লৈ আহিল। গুৰুজন কেইখোজমান আগুৱাই গৈ তেওঁক আদৰি লৈ বহিব দিলে। সভাস্থ লোকৰ সৈতে শংকৰদেৱৰ নাতিয়েকৰ পৰিচয় কৰাই দিয়া

হ'ল। পুৰুষোত্তমৰ উজ্বল ৰূপ-লাৱণ্য দেখি সকলো আশ্চৰ্যান্বিত, কাৰো মুখত মাত-বোল নাই। গুৰুজনে তেওঁৰ মূৰত কণ্ঠমালা প্ৰদান কৰিলে, বাইজে হৰিধ্বনি দি শংখ-ঘণ্টা-ডবা-ৰৰকাঁহ বজালে। ঠাকুৰদেৱ যোগ্য বহুৰত ধৰ্মাচাৰ্য হ'ল। অকল শংকৰদেৱকে নহয়, গুৰুপত্নী, তেওঁলোকৰ পুত্ৰেক-নাতিয়েক সকলোকে মাধৱদেৱক ঈশ্বৰবোধে সন্মান কৰে।

নামকীৰ্তন আৰু হৰিকথা চৰ্চাৰ পাছত সভা ভাগিল। দলৈ দলৈ সোণ-ৰূপ, কানি-কাপোৰৰ সৈতে অনেক বস্তু-বেহানি মাধৱ দেৱৰ লগত সুন্দৰীলৈ পঠিয়াই দিলে। সেই অঞ্চলৰ বাইজে অমৃত কৰৰ আতিথ্য শতমুখে প্ৰশংসা কৰিলে।

অমৃতৰ ভায়েক কলীয়া. ককায়েকে হৰিকীৰ্তনৰ ৰব সবাহ পতা দেখি ভায়েকেও বৰ আড়ম্বৰেৰে ইয়াৰ আয়োজন কৰিলে। মাধৱদেৱক নিমন্ত্ৰণ জনাই আহিল। যা-যোগাৰ সম্পূৰ্ণ হ'ল, গুৰুজন ভকতৰ সৈতে গ'ল। নদীৰ ঘাটৰপৰা সভামণ্ডপলৈ ওৰেছোৱা বাটৰ ওপৰত পাটৰ কাপোৰ পাৰি দিলে। টকা-সিকা কানি-কাপোৰেৰে সন্মানসহ গায়ন-বায়নৰ সৈতে গুৰুজনক আগবঢ়াই নিলে। নতুন বহাত তলি চাউল, শাক, লোণ, তেল, ঘিঁউ, মৌ আদিৰ প্ৰচুৰকৈ যোগান ধৰিলে। তিনি পক্ষ ৰাখি সমস্ত বাইজক মাতিলৈ হৰিকীৰ্তন গোৱাই কলীয়া দলৈ গুৰুজনক সেৱা কৰি দহ তোলা সোণৰ হাৰ এগছি আগবঢ়াই গৰ্ব কৰিলে, তেওঁ হেনো ককায়েকৰ হোৰ তুলিলে।

এইকথা শুনি মাধৱদেৱৰ মনত অসন্তোষ পালে। তেওঁ দলৈৰ আগত এটা দৃষ্টান্ত ডাঙি ধৰিলে। এজন ধাৰ্মিক লোকে চন্দ্ৰায়ণ ব্ৰত পালন কৰি নতুনকৈ ঘৰ-দুৱাৰ সজাই এটা ভোজৰ আয়োজন কৰি বাইজক নিমন্ত্ৰণ জনালে। বহুত মানুহ আহিল; কিন্তু বাটৰ মুখত শৌচ কৰি থ'লে। কোনো মানুহে তেওঁৰ ভোজ নাখালে, সকলো ঘৰাঘৰি গ'ল। ভাত-আঞ্জা চব নাৰ হ'ল, পেলাই দিলে। তেনেকৈ কলীয়া দলৈৰ সেৱা-শুশ্ৰূষাত ভকত সন্তুষ্ট হৈছিল সঁচা; কিন্তু এষাৰ

কথাতে ভ্ৰষ্ট হৈ গ'ল। অহংকাৰী দলৈৰ একো বস্তু গ্ৰহণ নকৰাকৈ তেওঁ শুচি আহিল।

শংকৰদেৱৰ লগত যদিও তীৰ্থলৈ গৈছিল, এচাম খলুৱা-লোকে দিলা বিজয়পুৰৰ ৰঘুদেৱ নাৰায়ণৰ আগত লগালে, মাধৱে তীৰ্থ নামানে. সেয়ে বৈষ্ণৱধৰ্ম প্ৰচাৰ কাৰ্যত হেঙাৰস্বৰূপ হ'ব পাৰে বুলি তেওঁ এবাৰ নীলাচললৈ গ'ল। তীৰ্থই মহন্তক পৱিত্ৰ নকৰে, মহন্তইহে তীৰ্থ পবিত্ৰ কৰে। পাহাৰ বগাই গৈ তেওঁ নাটমন্দিৰত বহিল। বহুতো মানুহ তেওঁৰ কাষ চাপিল। গুৰুজনে মূৰত তুলসীৰ ঢোপ পিন্ধি গৈছিল, নীলকণ্ঠ পাণ্ডাৰ লগত তুলসী আৰু মালতী ফুলৰ মালা পৰিধানসম্পৰ্কীয় শাস্ত্ৰীয় বিচাৰ হ'ল। মাধৱে তুলসীৰ শ্ৰেষ্ঠত্ব শাস্ত্ৰৰ বচনেৰে নিৰ্ণীত কৰিলে।

মাধৱদেৱ মন্দিৰৰ ভিতৰলৈ নোসোমাল, বৰ পূজাৰীক পাটৰ ধুতিৰসৈতে এটকা দক্ষিণা দিলে। দেউৰী, আঠপৰীয়া আদি সকলোকে আধলি, মহা, আদমহাকৈ বকৃচিচ্ দি শ্ৰীৰাম, ৰামচৰণ আৰু আন আন ভকতৰ সৈতে নাৱেৰে ভটিয়াই আহিল।

আহোঁতে হাজোৰ হয়গ্ৰীৱ-মাধৱৰ নাটমন্দিৰত সোমাল। ইয়াতো মন্দিৰত প্ৰৱেশ নকৰিলে, দেৱালয়ৰ পূজাৰী, দেউৰী আৰু নাচনিয়াৰ-সকল আগুৱাই আহি মাধৱদেৱক সন্মান জনালে, গুৰুজনে দৌল প্ৰদক্ষিণ কৰি দক্ষিণৰ চক্ৰশিলাত কিছুপৰ বহিল। পূজাৰী-দেউৰী আৰু নাচনিয়াৰৰ হাতত বক্‌চিচ দি, ওচৰ-পাজৰৰ বিশিষ্ট ব্যক্তিৰ লগত ধৰ্মীয় আলোচনা কৰি হাজোৰপৰা নাৱ মেলি ভটিয়াই আহিল।

সকলো ধৰ্মবিশ্বাসৰ ওপৰত সহনশীল হৈ বৈষ্ণৱধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ মাজেদি বৃহৎ অসমৰ ঐক্য-সংহতি ৰক্ষা কৰিবলৈ তেওঁ চিৰ সচেষ্ট। মন্দিৰৰ বিগ্ৰহ দৰ্শন নকৰিলেও চৌহদত তেওঁৰ উপস্থিতি বিশেষভাৱে মন কৰিবলগীয়া; মাধৱদেৱৰ এই অনুগ্ৰহত বহু দৰ্শনাৰ্থী ধন্য হ'ল, অন্য ধৰ্মসম্প্ৰদায়ৰ প্ৰতি গুৰুজনৰ বিদ্বেষ নথকা প্ৰমাণিত কৰিলে। আচলতে সৎ, মঙ্গলকাংক্ষী আৰু আদৰ্শবান লোকৰ মাজত বিৰোধৰ প্ৰশ্ন নাই।

পৱিত্র জীৱন লাভ কৰি আয়ু-যশ-সৌভাগ্যৰ গৰাকী হৈ সংসাৰত ধৰ্মৰ বাটেদি আগুৱাই যাবলৈ অমৃতৰ পুত্ৰসকলৰ মাধৱদেৱেই প্ৰধান প্ৰেৰণাস্বৰূপ, তেওঁৰ পুণ্যময় জীৱনৰ আহিঁ ভাৰতীয় ঋষিসকলৰ শাৰীত চিৰ ভাস্বৰ হৈ থাকিব। তেওঁ কথাপ্ৰসঙ্গত নিৰ্মল সমাজ এখন প্ৰতিষ্ঠাৰ কাৰণে সজ পৰামৰ্শ আগবঢ়াই মানুহৰ জীৱন বৃদ্ধিৰ অনুকূলে বহু ইংগিত দিছে।

পাৰিবাৰিক অভাৱ-অনাটন দূৰীকৰণৰ অৰ্থে মানুহৰ কৰ্ম অভ্যাস পৰিবৰ্ত্তন কৰি ঘৰখনৰ অনীতি-অনিয়ম আঁতৰাই চলিলে আৰ্থিক দিশত উন্নতি হয়। একনিষ্ঠ ভক্তিযুক্তজন সদাচাৰ সুনীতিৰ মাজেদি সততাত প্ৰৱৰ্তিলে ছবেলা ছমুঠিৰ অভাৱ নাথাকে।

তাহানি বাণ্ডুকাত থাকোঁতে ককায়েকৰ ঘৰখনৰ অনাচাৰ আঁতৰাই আৰ্থিক অৱস্থা মাধৱে টনকীয়াল কৰাৰ উল্লেখ আছে। ইয়াৰ উপৰিও বাৰাদি, গণককুচি আৰু সুন্দৰীত বাস কৰাৰ সময়তো ভকতৰ ধৰ্মীয় দিশলৈ লক্ষ্য কৰাৰ লগতে গৃহী ভকতৰ পাৰিবাৰিক উন্নতি লৈ মাধৱদেৱে সততে চকু ৰাখিছিল। অভাৱ-অনাটনবিহীন এখন সুন্দৰ-সুস্থ-পৱিত্ৰ ভাগৱতী সমাজ গঠনৰ ওপৰত তেওঁ মনোনিবেশ কৰিছিল।

থীৰা মড়লৰ পুতেক মাধৱ, একেনাম কাৰণে গুৰুজনে মিতা বুলি মাতে। এদিন মিতাকে গুৰুজনৰ আগত দুখ কৰিলে, দুয়ো হাতেৰে আজুৰি থকা সত্বেও তেওঁক ভাত-কাপোৰে নোজোৰে। কাৰোবাৰ কিবা অন্যায় কৰিছে হ'বলা ?—গুৰুজনে সুধিলে। ওহো, তেওঁ সজ-নিয়মত প্ৰৱৰ্তিছে, কাৰো একো অন্যায় কৰা নাই।

মাধৱদেৱে তেতিয়া উত্তৰ দিলে, মিতাকে তিনি প্ৰহৰ লৈ ( ৯ ঘণ্টা ) হাল বোৱায়, ৰাতি পুৱাবলৈ দুই-তিনি দণ্ড ( ১ দণ্ড = ২৪ মিনিট ) থাকোঁতে বান্ধনী গা ধুই পাগত সোমাই ; পুৱালৈ বাহি গা হয়, তিনি পৰলৈ দামুৰি বান্ধি দুবাৰকৈ গাই খীৱায়। এইবোৰ অনাচাৰৰ কাৰণে খাবলৈ নাটে।

গুৰুজনে পৰামৰ্শ দিলে, ৰাতিপুৱাৰ চাৰি দণ্ড পাছত বান্ধনী গা

ধুই পাগত সোমাব, দুই পাছত হাল ববলৈ নি, দুপৰীয়াৰ দুই দণ্ড আগত মেলিব। পুৱা মাখোন এবাবহে গাই খীবাব। বৰ্ত্তমান যিখিনি মাটিত চহ কৰে তাৰে আধাখিনি ল'লেই যথেষ্ট। মাধৱদেৱৰ পৰামৰ্শত সেইদৰে সদাচাৰী হৈ খেতি খোলা কৰি পূৰ্বত কৈ সৰহখিনি উপাৰ্জন কৰিবলৈ সক্ষম হ'ল।

গোন্দী তাঁতী, গিৰীয়েক-ঘৈণীয়েক দুয়ো কাপোৰ বৈ বানচ লয়, তথাপি ঘৰখনত হাঁ-হুঁ-কাঁ-কাঁ। মাধৱদেৱৰ ওচৰত মাজে মাজে হাত পাতে, দয়াপৰৱশ হৈ চাউল-লোণ-তল দিয়ে। চাৰিখন হাতৰ আহৰি নাই, তথাপি খাবলৈ নাটে, গুৰুজনে ভাবিলে, নিশ্চয় ক'ৰবাত অনীতি-অনিয়ম হৈছে।

এদিন তেওঁ তাঁতীক সুধিলে, নাই, অনীতি-অনিয়মৰ বিষয়ে তাঁতীৰ মনত নপৰে। তেতিয়া মাধৱদেৱে ক'লৈ ধৰিলে, প্ৰত্যেকখন কাঁপোৰত গিৰীহঁতৰ আদিকা হোৱা একোনেছা সূতা ৰাখে। কাপোৰ বৈ দিয়া বেচ দিয়েই, ইয়াৰ উপৰি গিৰীহঁতৰ অজ্ঞাতে এনেকৈ সূতা ৰখা অধৰ্ম। ভৱিষ্যতলৈ তেনেকাৰ্য নকৰিবলৈ গুৰুজনে তাঁতীক উপদেশ দিলে। সঁচা কথা, তেনেকৈ কাপোৰ বৈ অলপ দিনৰ ভিতৰতে গোন্ধীৰ ঘৰখন বয়-বস্তুৰে উভৈনদী হৈ পৰিল। ইয়াৰ মাজেৰে মাধৱদেৱে ব্যৱসায়ীসকলৰ মাজত সদাচাৰ প্ৰৱৰ্ত্তন কৰিবলৈ এক মহান শিক্ষাৰ নিদৰ্শন ডাঙি ধৰিছে।

কেতিয়াবা কৌশল খটুৱাই শাস্তি বিহাই মানুহৰ চাৰিত্ৰিক সংশোধন কৰাৰ দৃষ্টান্তও পোৱা যায়। বিষ্ণু আতাৰ ৰৰপুতেকে সেই অঞ্চলৰ চৌধাৰীৰ লগত দায়-জগৰত ফুৰি সঁচাক মিছা প্ৰতিপন্ন কৰাই দোষীৰ পা-পইচা চুইছিল। এই ঘোৰ অন্যায় কাৰ্যত বাপেকে মনত দুখ পাই তেনে কাম কৰিবলৈ দহোকুৰি মানা কৰিলে। কিন্তু ফল একো নহল, ভেটি খোৱা নকমিল। কাণ-সমনীয়া পুতেক, মুখেৰে ক'ব পাৰে, মৰিয়াৰ নোৱাৰে।

মাধৱদেৱৰ আগত আতাৰ দুখৰ কথা ব্যক্ত কৰিলে। বিষ্ণু আতাক অজামিলো—পাখ্যান যাত্ৰা কৰিবলৈ আজ্ঞা শুনালে; ঠাকুৰ

আতাৰ নিৰ্দেশনাত। বৰ পুতেকক যমদূতৰ ভাওঁ দিলে, বাপেক হ'ল বিষ্ণুদূত। ভাওনা আৰম্ভ হ'ল, গুৰুজনকো আগদিনাই ভকতৰ সৈতে লৈ গৈছিল।

বিষ্ণুদূতে যমদূতক গদাৰে প্ৰহাৰ কৰিব ধৰিলে। অসম্ভৱ মাৰ খাই যমদূতে চিঞৰি গগন ফালিলে। বাপেকে মৰিয়াই মৰিয়াই সংলাপৰ মাজতে সুধিলে, আগলৈ লোকৰ ভেটি খাই অন্যায় বিচাৰ কৰিবনে? ভাওনাৰ ছলেৰে দগৰি-পিটন খাই সেইদিনাৰপৰা পুতেকৰ বদস্বভাব গুচিল।

বিষ্ণু আতা চমৰিয়ালৈ উঠি গ'ল। তেওঁৰ দ্বিতীয় পুতেক হৰিচৰণ কোনোবা এজনী তিৰোতাৰ লগত অবৈধ সম্পৰ্ক হোৱা বুলি কাৰোবাৰ মুখে শুনি আতা সন্দিহান হৈ পুতেকক ঘৰৰপৰা উলিয়াই দিলে।

হৰিচৰণ গুৱাগছাত আছিল। মাধৱদেৱে সেই সময়ত শংকৰদেৱৰ 'বৰ্গিতলন' পুথিৰ পাণ্ডুলিপি কৰাবলৈ লেখক বিচাৰিছিল। শ্ৰীৰাম আতাই হৰিচৰণক আনিলে। তেওঁৰ হাতৰ আখৰ ভাল, পুথি নকল কৰাৰ পাছত হৰিচৰণ গুৱাগছাত অহাৰ কাৰণ ব্যক্ত কৰিলত মহাপুৰুষে নিৰ্দোষী বুলি তেওঁক ক্ষমা কৰিলে। গুৰুজনৰ বিচাৰ-বিবেচনা আছিল নিৰ্ভুল, নিৰ্দোষী লোকে তেওঁৰ বিচাৰত শাস্তি ভোগা নজিৰ নাই।

মনৰ অৱদমিত বাসনাই মানুহক অস্থিৰ কৰি তোলে আৰু অনেক ক্ষেত্ৰত অতৃপ্ত লোকে সংগতিবিহীন কাৰ্য কৰা দেখা যায়। মাধৱদেৱে ভকতৰ তেনে দোদুল্যমান মনৰ বুজলৈ স্থিৰতা আনিছিল। এদিন এজন আতৈ ভাত-আঞ্জা বান্ধি থৈ নাম গাবলৈ আহিল। কিছু পৰৰ পাছত তেওঁৰ চকু টানি নিলে, আতৈ ক'ত নাম গাব, টোপনিতে চুহ্ চুহ্ কৰিবলৈ ধৰিলে। নামঅৱসানত গুৰুজনে তেওঁক ওচৰলৈ মাতি লৈ ইয়াৰ কাৰণ কি সুধিলে। আতৈ দণ্ডৱত হৈ উত্তৰ দিলে, ভাত-আঞ্জা বান্ধি থৈ তেওঁ যদিও নাম গাবলৈ আহিছে মেকুৰিয়ে খাই বুলি মনত বদ্ধমূল ধাৰণা এটি পুহি ৰাখিছিল, সেয়ে

কাণ-জগা চকু-মুদা অৱস্থাত চুহ্ চুহ্ বুলি মেকুৰি খেদিলে। গুৰুজনে উপদেশ দিলে, ভৱিষ্যতলৈ তেনেকৈ নোখোৱাকৈ এৰি আহিব নালাগে, খাই-বৈ ওলাব লাগে।

গুৰুজনৰ পৱিত্ৰ জীৱনটোৱেই ভকতৰ আহিস্বৰূপ, ধৰ্মীয় প্ৰেৰণাৰ মূল উৎস। অকল যে পৰমাৰ্থৰ বিষয়ে শিক্ষা দিছে তেনে নহয়, বিভিন্ন ফালেদি তেওঁ মানুহক অনুগৃহীত কৰাৰ দৃষ্টান্ত আছে। এবেলি খৰাং বতৰ, বৰষুণ এটোপালো নাই। পথাৰত ছাওঁৰিয়া ফাট মেলিছে, খেতি-খোলা উছন হ'ল। ৰাইজে মাধৱদেৱৰ ওচৰত আবেদন জনালে, তেওঁ ৰাইজক ৰক্ষা কৰিব লাগে।

মাধৱদেৱে গোবৰ্ধন যাত্ৰাৰ আয়োজন কৰিলে। সুন্দৰী-থানৰ অলপ আঁতৰৰ বাকৰিত ভাওনা-থলী। ওখকৈ পাহাৰ এখন সজোৱা হ'ল। কৃষ্ণ পণ্ডিত গোবৰ্ধন পৰ্বতত উঠিল। যাত্ৰা আৰম্ভ কৰিলে। গুৰুজনে একনিষ্ঠভাবে মেঘ-মল্লাৰ ৰাগিণী টানিলে।

চাওঁতে চাওঁতে আকাশখন মেঘে ঢাকি ধৰিলে। ৰাগিণী পূৰ্ণ হ'ল, ধাৰাসাৰে বৰষুণ আহিল, খেতিয়ক ৰাইজে সকাহ পালে।

বৰষুণ নহ'লে কিছুমান ঠাইত ভেকুলী-বিয়া পাতে, কিছুমানে ঢেঁকী ওভোতাই পোতে ; কিন্তু গুৰুজনাই খৰাংপীড়িত ৰাইজক তেনে উপদেশ নিদিয়াকৈ শাস্ত্ৰীয় বিধান অনুসৰি মেঘমল্লাৰ ৰাগিণী গাই বৰষুণ দিয়ালে, সংগীতশাস্ত্ৰত যে তেওঁৰ প্ৰভূত দখল এয়ে তাৰ অন্যতম সাক্ষী। আকবৰৰ ৰাজসভাত থকা তানছেনৰ গুৰু ৰামদাসেহে মাথোন মেঘমল্লাৰ ৰাগিণীৰে বৰষুণ দিয়াব আৰু দীপক ৰাগিণীৰে সুমোৱা চাকি জ্বলাব পাৰিছিল।

ভকতৰ মুখত শুনা সামান্যতম ভুলখিনিও মাধৱে সংশোধন কৰি দিয়ে। কেঁহোৰাম গায়নে গীতৰ ভণিতাত মধৱ মুকুথ, মাধৱ দাস আদি দাস্য-ভাবসূচক অংশখিনি গুৰুজনৰ প্ৰতি শ্ৰদ্ধা দেখুৱাই নোগোৱাকৈ থাকে, হয়তো গাবলৈ বেয়া পায়। মাধৱদেৱে শুনি আপত্তি কৰিলে, যি দাস্যভক্তিয়ে উজনি-মধ্য-নামনি তিনিও ৰাজ্যত তেওঁক প্ৰকাশিত কৰিছে গায়নে ইয়াক এৰিব নালাগে। আচলতে

নিজক প্ৰকাশ কৰিবলৈ নহয়, গীত-পদসমূহ ভণিতাসহ গাব লাগে, সেই শিক্ষা কেহোবাম গায়নৰ জৰিয়তে ভকতলৈ নিৰ্দেশ কৰিলে।

সংসাৰত অৰ্থই অনৰ্থৰ মূল, অৰ্থৰ প্ৰতি গুৰুজনৰ অকণো স্পৃহা নাই। অৰ্থৰ মোহৰপৰা ভকতক আঁতৰত থাকিবলৈ তেওঁ শিকাই-ছিল। এজন ভকত বাৰে বাৰে নামকীৰ্তনৰপৰা উঠি বহাত সোমাই গৈ। মাধৱে এই কথালৈ লক্ষ্য কৰি নাম অৱসানৰ পাছত ইয়াৰ কাৰণ কি ভক্তজনক সুধিলে। তেওঁ শোৱাপাটীৰ তলত সাঁচতীয়াকৈ পাঁচ টকা ৰাখিছে, কোনোবাই নিয়ে বুলি সন্দেহত সঘনাই উঠি গৈ চাই থাকে। টকাৰ লোভত প্ৰসঙ্গত তেওঁৰ মন নবহে।

গুৰুজনে টকাখিনি খুজি লৈ ভঁৰালত জমা কৰি সেইদিনাই যদুমণি ভঁৰালীৰ হতুৱাই সেই টকাৰে মাহ-চাউল-লোণ-তেল-শলিতা কিনি আনিবলৈ আজ্ঞা কৰিলে। ভক্তজনৰ অৰ্থচিন্তা আঁতৰিল, তেওঁ একমনেৰে নাম গাবলৈ ধৰিলে।

অৰ্থচিন্তাই মানুহৰ শাৰীৰিক মানসিক উভয়ৰে ক্ষতি সাধন কৰে। অন্য এজন ভক্তৰ লগত চৈধ্য টকা আছিল; কেনেবাকৈ সেইখিনি হেৰাল। চিন্তা কৰি কৰি ভক্তজন কল-সিৰীথি হ'ল। গুৰুজনে তেওঁৰ কি হৈছে সুধিলে। কানিৰ গাঁঠিত থোৱা টকা কেইটা নাই, সেই চিন্তাতে তেওঁ জহি গৈছে।

মাধৱদেৱ সুচিন্তিত পুৰুষ, অন্তৰ্যামী। তেওঁৰ উপদেশ অনুসৰি বৰপেটা বিলৰ সিপাৰে নল-খাগৰিৰ মাজত থকা বৰাৰ-টেঙা জোপাৰ আশ্ৰয়স্থ শলিয়াৰ বাহৰপৰা ভকতজনে টকা কেইটা লৈ আহিল। গোটে-পিতে চৈধ্য টকা।

শলিয়াৰ পোৱালি হৈছিল, পিছদিনাও ভকতজনক ত লৈ পঠিয়াই দিলে, তেওঁ শলিয়াৰ বাহটো চাই আহিব। গৈ দেখিলে পোৱালি কেইটা মৰি আছে। গুৰুজনে দুখ কৰিলে; ভকতজনবো ধনৰ লোভত তেনে হ'লহেঁতেন, তেওঁ সেইখিনি টকা সেৱাত লগাবলৈ উপদেশ দিলে।

ৰূপৰৰ লক্ষৰে পুনৰাই যেতিয়া শুচি-সংযমেৰে সাধাৰণ সাজ-

পাবেবে আহিল, গুৰুজনে তেওঁক নামধৰ্ম শুনালে। লস্কৰ ৰাজ-কৰ্মচাৰী, কোচ সেনাবাহিনীৰ লোক, ঘৰ-দুৱাৰ, গৰু-ম'হ, সোণ-ৰূপৰ প্ৰতি তেওঁৰ অধিক মোহ। ধৰ্মবিগৰ্হিত এই কথাষাৰ স্বীকাৰ কৰিলত মাধৱদেৱে সু-পৰামৰ্শ এটি আগবঢ়ালে, ৰজাৰ আদেশত মফচললৈ যায়, লস্কৰক অন্য মানুহে তেওঁলোকৰ বাচন-বৰ্তনত খাবলৈ দিয়ে, উভতি অহাৰ সময়ত তেওঁ সেইবোৰ তাতে এৰি আহে: তেনেকৈ ঘৰখন যেনিবা মফচল, ইয়াৰ ধন-সম্পদ আঁতৰাই ৰাখিব লাগে।

মাধৱদেৱ শুদ্ধপুৰুষ, পবিত্ৰ জ্ঞানৰ মূৰ্তি। তেওঁৰ কথা আৰু কাৰ্যৰ মাজত চুলি এডালৰ সমানো হেৰ-ফেৰ নাই। তেওঁৰ শ্ৰীমুখৰ বাক্য সদায় ফলপ্ৰসূ, ৰূপৰৰক তেওঁ পুনৰ উপদেশ দিলে, 'ভৰা নাঞে থাই শুদা নাঞে শুৱা, ঢৌ বজা চৰ, এতেকে শোক-মোহে নাপায়।'

অকল কাঞ্চনেই নহয়, কামিনীৰ মোহপাশৰপৰাও লস্কৰক দূৰত ৰাখি ধৰ্মীয়জীৱন-যাপনৰ আদৰ্শ ডাঙি ধৰিছে। গৰমকালি যেনেকৈ কঁথা-নিহালি টোপোলা বান্ধি ওপৰত আঁৰি থয়, তেনেকৈ মাহেকৰ মূৰত ভাৰ্যাৰ ওচৰ চাপি বাকীছোৱা সময়ত মনটো গুৰু-বাক্য-ৰূপ জপাত ভালকৈ বান্ধি থ'ব লাগে।

: নামঘোষা

শ্ৰীশংকৰদেৱে বেহাৰলৈ যোৱাৰ সময়ত তেওঁৰ প্ৰিয়তম শিষ্য শ্ৰীমাধৱদেৱক আজ্ঞা কৰিলে, 'এখনি ঘোষা নামে প্ৰেম-ভক্তিগ্ৰন্থ কৰিবা,……দহ হাজাৰ বৈকুণ্ঠৰ নাম দিবা। এই বুলি কৈ নাঞে মেলি গ'ল ভটিয়াই।—কথাগুৰু-চৰিত

গুৰুৰ আজ্ঞাত গণককুচি, সুন্দৰীদিয়া, বৰপেটা আদি বিভিন্ন ঠাইত এই ভক্তিপ্ৰধান ঘোষাগ্ৰন্থখন প্ৰণয়ন কৰি জীৱনৰ বিয়লি বেলিকা কোচবেহাৰত ইয়াৰ পটল বিভাগি মাধৱদেৱে পুণ্য-পুঁথিখনৰ সামৰণি মাৰিলে। নামঘোষা তেওঁৰ ভক্তজীৱনৰ চিৰ প্ৰবাহমান অভিজ্ঞতা, এক শৰণীয়া নামধৰ্মৰ ভক্তি-বিষয়ক গভীৰ সমীক্ষা আৰু ঈশ্বৰপ্ৰাপ্তিৰ এটি পাৰমাৰ্থিক গবেষণা। বৈষ্ণৱ ধৰ্মসম্প্ৰদায়ৰ

মূলতত্ব, এক দেৱ, এক সেৱ, ঘোষিত কৰি, ভাৰতীয় বেদান্ত দৰ্শনৰ দ্বৈত, অদ্বৈত আৰু ব্ৰহ্মপ্ৰাপ্তি-বিষয়ক বিশদ আলোচনা হৰি, ছুলড়ি, পদ, লেচাৰি, ঘোষা আৰু নাম ছন্দত উপস্থাপিত কৰিছে।

অইন কেইখন গ্ৰন্থৰ লেখীয়াকৈ মাধৱদেৱে নামঘোষাৰ আৰম্ভণিত শ্ৰীকৃষ্ণক নমস্কাৰ জনোৱা নাই, মুক্তি হাবিয়াহ নকৰা ভকতকহে নমস্কাৰ কৰি যদুপতি কৃষ্ণৰ চৰণপংকজ হৃদয়ত নিবিষ্ট কৰিছে। কাৰণ, একান্ত ভকত ভগবানতকৈ শ্ৰেষ্ঠ, ভগবান বৈকুণ্ঠ নাইবা ধ্যানীযোগীৰ অন্তৰত নাথাকে; ভকতৰ সংগপ্ৰয়াসী হৈ তেওঁৰ গুণকীৰ্ত্তন কৰা ঠাইতহে থাকে। ঈশ্বৰ নিৰ্গুণ, নিৰাকাৰ আৰু উপাধি বৰ্জিত, কিন্তু লোক প্ৰয়োজনৰ খাতিৰত তেওঁ সগুণ অৱতাৰী পুৰুষৰ ৰূপত পৃথিৱীলৈ আহে।

অব্যক্ত ঈশ্বৰৰ পূজা-অৰ্চনা, আবাহন-বিসৰ্জন একোৱেই নাই, তেওঁ সদানন্দ, সনাতন, শাশ্বত আৰু জগতৰ আত্মা। নামস্মৰণ কৰিলেই তেওঁ সন্তোষিত হয়। সমস্ত জীৱৰ শুদ্ধ অন্তৰেই ভগবানৰ আবাস-তীৰ্থ, ইয়াক নাজানি যাগ-যজ্ঞ-পূজা-অৰ্চনাকৰ্মত বিশ্বাস কৰিলে তেওঁক পোৱা নাযায়।

বেদ-পুৰাণ-ভাৰত প্ৰভৃতি ধৰ্মগ্ৰন্থত কৃষ্ণক চৈতন্য, চিৰজাগ্ৰত আৰু অবিকাৰী বুলি কোৱা হৈছে, তেওঁৰ বাহিৰে আন সকলো দেৱতা জড়, ভগৱান কৃষ্ণৰ মায়াত মোহিত। সেইবাবে মংগলময় হৰিত শৰণ লৈ তেওঁৰ নাম স্মৰণ কৰি থাকিলে স্নান-দান-যাগ-যজ্ঞৰ অকণো প্ৰয়োজন নকৰে; আৰু সংসাৰৰ বাধা-বিঘিনিয়েও মানুহক স্পৰ্শ কৰিব নোৱাৰে।

হৰিৰ পবিত্ৰ নামত সকলোৰে সমান অধিকাৰ, ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ এই চাৰি বৰ্ণৰ একচেটিয়া নহয়, নগা, কছাৰি, ভোট, মিৰি, যৱন সকলোৱে হৰিনাম কীৰ্তন কৰি ঈশ্বৰ-অনুভূতি লাভ কৰিব পাৰে। প্ৰকৃত হৰিসেৱকৰ মাজত উচ্চ-নীচ ভেদ ভাৱ নাই, চাণ্ডাল পৰ্যন্ত সকলো একেই হৰিৰ ভকত।

মানৱ জন্ম বৰ দুৰ্লভ, একোটি বৃহৎ সম্ভাৱনাময় মহাজীৱন

সাংসাৰিক বিষয়-বাসনাৰ পাছে পাছে দৌৰি নষ্ট হৈ যায় ; পশু-জীৱনৰ শাৰীলৈ অৱনমিত হয়। কিন্তু সন্তৰ সঙ্গত শ্ৰদ্ধাৰে হৰিনাম কীৰ্ত্তন কৰি থাকিলে অমৃতৰ সাগৰত অৱগাহন কৰে। হৰিনাম কীৰ্ত্তনত দেশ-কাল-পাত্ৰ-নিয়ম-সংযম বিধি একো নালাগে, হৰিত শৰণ লোৱাৰ পাছত তেওঁৰ পৰম পৱিত্ৰ নাম স্মৰণত সকলো সফলতাই অযাচিতে ভকতক অভিনন্দিত কৰে। মৃত্যুৰ হাত সাৰিবলৈ এয়েই একমাত্ৰ নিৰ্ব্বিঘ্ন পথ। কিয়নো, হৰিনাম কীৰ্ত্তনত মানুহৰ আত্মজ্ঞান উদয় হ'লে জন্ম-মৃত্যুৰ ৰহস্য উপলব্ধি কৰিব পাৰে, তেতিয়া দাৰুণ মৃত্যু যন্ত্ৰণালৈ ভয়-ডৰ নাথাকে ; মৃত্যুই তেতিয়া ভয়ংকৰ ৰূপ সলাই মনোৰম আহ্বানেৰে জীৱৰ ধৰ্ম অনুযায়ী দেহান্ত ঘটায়।

ধন-ঐশ্বৰ্য একাল, আৰু ভগৱানপ্ৰাপ্তি অন্যকাল। কৃষ্ণক পালে মানুহৰ একো সম্পদ পাবলৈ বাকী নাথাকে, তেনে ভকত সৰ্বসম্পদৰ গৰাকী হয়। এই মহাসত্য ভাৰতীয় ধৰ্মশাস্ত্ৰসমূহত আছে। শ্ৰীমন্ত শংকৰদেৱে এই পাৰমাৰ্থিক শিক্ষাকেই জগতবাসীলৈ নিৰ্দেশ কৰিছে।

নাৰায়ণক গভীৰভাৱে অন্তৰত উপলব্ধি কৰিব নোৱাৰাৰ স্পষ্ট কাৰণ অবিদ্যা, মনৰ দোদুল্যমান অৱস্থা আৰু সন্দেহ। সৰ্বশ্ৰুতি শিৰোমণি কৃষ্ণক যুক্তি-তৰ্কৰ মাজেদি নাপায়, পাব নোৱাৰে। সৰল বিশ্বাসতহে হৰিক পায়, তৰ্কত তেওঁ বহু দূৰলৈ যায়। মায়ামোহিত লোকে নিজৰ অজ্ঞানতা হেতু চৈতন্যপূৰ্ণ কৃষ্ণক নাভাবি নিৰ্জীৱ সংসাৰৰ বৃথা চিন্তা কৰে। ঈশ্বৰ কৃষ্ণ অন্য দেৱতাৰ সমান নহয়, তেওঁ সবাতকৈ শ্ৰেষ্ঠতম, সচ্চিদানন্দ, শুদ্ধ-বুদ্ধ-মুক্ত পুৰুষ, পুৰুষোত্তম। তেওঁৰ নামস্মৰণ দুৰ্ঘোৰ সংসাৰ-ব্যাধিৰ নিৰাময়ক ঔষধ।

বেদশাস্ত্ৰই নাৰায়ণৰ তত্ত্ব নিৰূপণ কৰিব নোৱাৰে, বেদান্ত-উপনিষদত ভগৱানৰ স্বৰূপনিৰ্ণীত হয়, কিন্তু সেই জ্ঞানগভীৰ তত্ত্ব-সমূহেৰে ভগৱান কৃষ্ণক জানিব নোৱাৰি, অন্তৰত উপলব্ধি কৰিব নোৱাৰি ; কেবল শুদ্ধ ভক্তিতহে তেওঁ বশ হয়। কৃষ্ণত শৰণ লৈ

শ্ৰৱণ-কীৰ্ত্তন কৰা অব্যভিচাৰী-একনিষ্ঠ ভক্তিযুক্ত লোকে সহজে ভগবানক উপলব্ধি কৰে, দৰ্শন পায়।

স্বাভাৱিকতে মন চঞ্চল, তাতে আকৌ ইন্দ্ৰিয়সমূহে অহৰহ উচটাই ইয়াক আৰু বেছি অস্থিৰ কৰি তোলে। সেই কাৰণে জিভা-কাণ আৰু হৃদয়ে যাতে অহৰ্নিশে কৃষ্ণনাম কীৰ্ত্তন, শ্ৰৱণ আৰু স্মৰণত নিৰত থাকে তালৈ লক্ষ্য ৰাখিব লাগে। অহমিকাবোধ ভক্তিপথৰ ঘাই অন্তৰায়, ৰামনামৰ সুতীক্ষ্ণ তৰোৱালেৰে বৈৰী-ৰিপুসমূহৰ বাসনা দমন কৰি ভক্তি-পথৰ দুস্তৰ সাঁকোৰে গুৰুৰ অনুগ্ৰহত সহজতে আনন্দবাজালৈ প্ৰৱেশ কৰিব পাৰি।

শংকৰদেৱে হৰিনামৰ অমৃত-ৰস-ভাণ্ডাৰৰ বহুদিনীয়া কদ্ধ দুৱাৰ সৰ্বসাধাৰণৰ বাবে মোকোলাই দিলে। মাধৱদেৱে স্বীকাৰ কৰিছে শংকৰগুৰু হৰিৰ অৱতাৰ। কথাষাৰ যুক্তিপূৰ্ণ, কিয়নো তেওঁ গৃহী হৈও অহৰ্নিশে ভগৱান কৃষ্ণত মন সন্নিবিষ্ট কৰি নাম-সাগৰত বুৰমাৰি হীৰা-মাণিক বুটলি আনি সমস্ত লোকক নিস্তাৰৰ বাবে একমাত্ৰ উপায় দিলে, নামামৃত-স্ৰৱী এক-শৰণ ভাগৱতী ধৰ্ম। শংকৰ-মাধৱ দুয়োজনা অৱতাৰী পুৰুষ নোহোৱাহেঁতেন, নিজে আচৰণ কৰি, আনৰ হতুৱাই নাম-ধৰ্ম, নীতি-সদাচাৰ আৰু ত্যাগৰ অনুশীলন কৰাই সমগ্ৰ উত্তৰ ভাৰতত প্ৰেম-ভক্তিৰ মহা প্লাৱনেৰে লাখ লাখ জীৱক উদ্ধাৰ কৰিব নোৱাৰিলেহেঁতেন।

সংসাৰত চাৰি শ্ৰেণীৰ লোক আছে, উত্তমোত্তম, উত্তম, মধ্যম আৰু অধম। অধমে সংসাৰৰ কেৱল নিকৃষ্টখিনি গ্ৰহণ কৰে, মধ্যমে ভাল-বেয়া বিচাৰি লয়, উত্তম শ্ৰেণীয়ে কেৱল ভাল গুণখিনি আহৰণ কৰে আৰু উত্তমোত্তমে অলপ গুণক বিস্তৃত কৰে। পৰীক্ষিত ৰজা এই শ্ৰেণীৰ, তেওঁ ভাগৱতৰ পুণ্যকথা শুক মুণিৰপৰা সুধি-পুচি বৈ বিস্তৃতভাৱে সংৰক্ষিত কৰালে, সেই মহাগ্ৰন্থৰ হৰিনাম কীৰ্ত্তন কৰি পাপী-তাপী সকলোৱে সুখেৰে সংসাৰ তৰিব পাৰে।

বাসুদেৱ সমস্ত জগতত পৰিব্যাপ্ত, জ্ঞানী লোকৰ এই দিব্যজ্ঞান হ'লেও, সংসাৰ সুখত বিৰক্ত হৈ ধৰ্মশাস্ত্ৰৰ সহায়ত ভগৱানক নাপায়।

পুৰুষোত্তমৰ প্ৰেম-ভক্তিত মন নিশ্চল কৰি শ্ৰৱণ-কীৰ্তনৰ মাজেদি বিধাতাৰ পঞ্জৰ এবাই ভকত মহাজীৱনৰ অধিকাৰী হ'ব পাৰে। কেৱল ৰাম-নাম বস্তুক সাৰথি কৰি অঘটন ঘটাব পাৰে। মানৱদেহ একোখনি নাৱ, ভাৰতভূমি জ্ঞান-ভক্তিৰ দ্বীপ, ৰামনামৰ বাণিজ্য পাই ইয়াত বেহাৰ নোৱাৰাজন সঁচাকৈ দুৰ্ভগীয়া।

পাৰ্থিৱ জগতৰ মায়া-মোহ এৰাই নাৰায়ণৰ চৰণত নিজকে সমৰ্পণ কৰিব পাৰিলে বিশেষ ভাবিবলগীয়া নাথাকে। তেওঁ চিত্তবৃত্তিৰ প্ৰৱৰ্তক, তেওঁত আত্মসমৰ্পণ কৰাৰ পাছত নাৰায়ণে চৈতন্যৰ বিকাশ ঘটায়। বিজুলী-প্ৰবাহিত তাঁৰৰ লগত বাল্ব সংযোগ কৰিলে যেনেকৈ পোহৰৰ প্ৰতিফলন হয়, তেনেকৈ নাৰায়ণৰ সৈতে চিত্তসংযোজন ঘটিলে মহা চৈতন্যৰ উদয় হয়। ভগবান ভক্তৰ নাথ, গৰাকী, আৰু ভকত নাথবন্ত। ভগবানৰ চৰণছত্ৰ-ছাঁৰ অনুগ্ৰহত সংসাৰৰ লোভ-মোহ আঁতৰি গ'লেহে তেওঁৰ ওচৰ চাপিব পাৰি।

ভক্তিচৰ্চাৰ প্ৰশস্ত পথ হৈছে দাস্য ভাব, নিজক ভগৱানৰ দাস, ভৃত্য বিবেচিত কৰি তেওঁৰ সৈতে ভক্তি-প্ৰেমৰ সম্পৰ্ক গঢ়ি তুলিবলৈ সহজ। অহমিকা আঁতৰি গ'লেহে দাস্যভাব অন্তৰলৈ আহে। সদা-সৰ্বদায় ভৃত্য প্ৰভুৰ অনুগত, আজ্ঞাপৰ। ভৃত্যৰ নিজাববীয়াকৈ কৰ্ম-আঁচনি নাথাকে, প্ৰভুৰ ইচ্ছা-অভিলাষ পূৰণ কৰাটোৱেই তেওঁৰ কৰ্তব্য আৰু তাতেই আনন্দ। মাধৱদেৱ দাস্য-ভক্তিৰ আলোচনাতে সীমিত নহয়, নিজে দাস্যভাৱৰ জৰিয়তে সপ্ৰেমা ভক্তি-মাহাত্ম্য দেখুৱাইছে। তেওঁ গ্ৰন্থত যি কৈছে, তাক আখৰে আখৰে নিজৰ লীলাময় জীৱনত আচৰণ কৰি সমস্ত জগতৰ কল্যাণ সাধিবলৈ পুৰুষাৰ্থ কৰিছে।

অন্তৰ্যামী হৃষীকেশ (ইন্দ্ৰিয় সমূহৰ অধীশ্বৰ)-ৰ ভৃত্য হিচাপে তেওঁৰেই সেৱাকাৰ্যত একনিষ্ঠ মনেৰে ব্যাপৃতহৈ থাকিলে সত্য-শুদ্ধ পথৰ নিৰ্দেশ পোৱা যায়। তেওঁ ভকতৰ কল্পতৰু, অন্তৰ-বাহিৰ উভয় ক্ষেত্ৰৰ বিশেষ অধিকৰ্তা, ভক্তিপথৰ প্ৰদৰ্শক। নাৰায়ণৰ অংশ-সম্ভূত গুৰুজনে বাহিৰত, লোকদৃষ্টিৰ সন্মুখত আৰু হৃদিস্থিত নাৰায়ণে তেওঁৰ একান্ত ভকতক এইদৰে অনুগৃহীত কৰে।

ভগবান পাপহাৰী, ক্ষমাৰ অৱতাৰ। জ্ঞান বা অজ্ঞানত মানুহে অহর্নিশে তেওঁৰ শত-সহস্র অপৰাধ কৰিছে, কায়-মনো-বাক্যত পাপ আচৰিছে; কিন্তু জীৱৰ কাকুতি-মিনতি শুনি গোবিন্দই সকলোকে ক্ষমা কৰিছে। দেহৰ লগত থকা চৈধ্য সাক্ষী ( চকুত আদিত্য, নাকত অশ্বিনী কুমাৰ, জিভাত বৰুণ, বাক্যত বহ্নি, কাণত দিশ, ছালত বায়ু, বাহুত ইন্দ্ৰ, ভৰিত বিষ্ণু, গুহ্যত মিত্ৰ, মুখত প্ৰজাপতি, চিত্তত বায়ু, অহংকাৰত ৰুদ্ৰ, মনত চন্দ্ৰ আৰু বুদ্ধিত ব্ৰহ্মা )-ৰ বিষয়ে নাভাবি সাধাৰণ লোকে দায়-অগৰ লগায়, সৎসাহসৰ অভাৱত আনৰপৰা লুকাই সাৰিবলৈ চেষ্টা কৰে। তাকে নকৰি সকলো দোষ স্বীকাৰ কৰি শ্ৰীমধুসূদনৰ চৰণত প্ৰাৰ্থনা জনালে তেওঁ ভকতৰ অপৰাধ নধৰে।

ভুল-শুদ্ধ, ধৰ্ম-অধৰ্ম আৰু ভাল-বেয়া সকলো প্ৰভুৰ, ভৃত্যৰ তাত একোৱেই নাই। এই মহাভাৱত হৃদয়ত উপশমিত হৈ প্ৰভুৰ চৰণত সকলো অৰ্পণ কৰি মাধৱদেৱে কৈছে,—

ধৰ্মক জানোহোঁ মই তথাপি প্ৰবৃত্তি নাই
অধৰ্মতো নিবৃত্তি নোহয়।
হৃদি স্থিতি হুয়া তুমি যেন কৰাবাহা স্বামী
হৃষীকেশ কৰিবো তেনয় ॥ ১৩৮

এক ভগবান কৃষ্ণৰ বহু নাম, নামঘোষা পুণ্যপুথিত শ্ৰীমাধৱদেৱে এই নামসমূহ সন্নিবিষ্ট কৰিছে। আৰম্ভণিৰপৰা গ্ৰন্থখন যদিও ভগবানৰ নামসম্বলিত ঘোষা, তথাপি নাম-ছন্দ কলুপত বিষ্ণু নাম বৰ বিস্তৃত ভাৱে আছে। নাম স্মৰণৰ ফলস্বৰূপে মাধৱদেৱৰ জিভাৰ আগলৈ অলেখ নাম আহিছে, নাম-সাগৰত তেওঁ তন্ময়াভিভূত।

এই অধ্যায়ত কৃষ্ণ নাম একশ ন বাৰ, ৰামনাম তিনিশ নব্বৈবাৰ, নাৰায়ণ চব্বিহ বাৰ, গোপাল পঁইত্ৰিছ, গোবিন্দ বাওন্ন, হৰি এশ বাষষ্টি বাৰ উল্লেখ আছে। ইয়াৰ উপৰিও বিষ্ণুৰ অনন্ত, অচ্যুত, সনাতন; মুৰাৰি, নিৰঞ্জন, শদশিৱ, যদুপতি, যাদৱ মাধৱ, গোপীনাথ, মকুন্দ, ৰাঘৱ, ৰঘুপতি, হৃষীকেশ, কমললোচন, জগন্নাথ, হৃদয়ানন্দ,

সহজানন্দ, পৰমানন্দ, স্বৰূপানন্দ, দীনবন্ধু, দৈৱকী নন্দন, পৰম পুৰুষ, গৰুড়কেতু, দয়াময় প্ৰভৃতি এক ঈশ্বৰৰে ভালেমান নামৰ অৱতাৰণা কৰি সং নামসমূহৰ স্মৰণ-মহিমা ডাঙি ধৰিছে।

নামঘোষাত ঈশ্বৰপ্ৰাপ্তিৰ উপায় নিৰ্দেশিত কৰা হৈছে। হৰি-নাম একান্তভাবে স্মৰণ কৰিলে চৈতন্য ঈশ্বৰক পোৱা যায়। ভক্তিয়েই আচল কথা, জ্ঞান-কৰ্ম-অধ্যয়ন সকলো বৃথা-শ্ৰম, এইবোৰ অনুশীলন কৰিলে ভগবানক নাপায়। হৰিনাম কীৰ্তনত ভগবান সন্তুষ্ট হয় আৰু ভকতে সকলো পুণ্যৰ ফল লাভ কৰে। এই সংসাৰখন জড়, অসত্য; ইয়াৰ বিনাশ আছে। কেৱল হৰি সত্য, তেওঁৰ কোনো কালত বিনাশ নাই; জগতসৃষ্টিৰ আগতেও আছিল, এতিয়াও আছে আৰু মহাপ্ৰলয়ৰ পাছতো থাকিব। ব্ৰহ্ম সত্য জগত মিথ্যা, বেদান্তৰ এই মহাবাক্যষাৰ ইয়াত প্ৰযোজ্য।

নৰকৰ তিনিখন দুৱাৰ, কাম-ক্ৰোধ-লোভ। এই তিনিটা ৰিপুৰ বশৱৰ্তী হৈ মানুহ বহু তললৈ নামি পশুৰ শ্ৰেণীভুক্ত হয়; ফলত, তেওঁলোকে দুৰ্ঘোৰ যাতনা ভোগ কৰে। ৰিপুসমূহ আছে, থাকিবই। কিন্তু কৃষ্ণৰ চৰণত শৰণ লৈ, অব্যভিচাৰী ভক্তিযুক্ত হৈ নাম স্মৰণ কৰি থাকিলে কুঁহকি ৰিপুসমূহো ভকতৰ বশীভূত হয়।

ৰজো আৰু তম গুণ আসুৰিক ভাবৰ কাৰক, কেৱল সত্বগুণহে দেৱ-ভাব-উদ্দীপক। ভগবানএই তিনি গুণৰ সৃষ্টি কৰ্তা যদিও তেওঁ গুণাতীত। ভক্তিপথৰ অন্তৰায় ৰজো আৰু তম গুণ জয় কৰিবলৈ মাধৱদেৱে উপায় দিছে, মহন্তৰ লগত হৰি কথা সুখত শ্ৰৱণ-কীৰ্তন কৰি থাকিলে প্ৰকৃতিৰ দুয়োটা ক্ষয়ংকাৰী গুণ পৰাভূত হৈ পৰে, মায়াৰ নিৰ্জান হয়।

শাস্ত্ৰ অধ্যয়ন প্ৰয়োজনীয়, সেই বুলি অধ্যয়নশীল পণ্ডিতে ভগবানক নাপায়, পাব নোৱাৰে। অধ্যয়নপুষ্ট মনেৰে কৃষ্ণক ভজি তেওঁৰ নাম-কীৰ্তন কৰিলেহে সংসাৰ-দুখৰ হাত এৰাই ভগবানৰ ৰাজ্যত প্ৰৱেশ কৰিব পাৰে। ভক্তিপ্ৰয়াসীৰ পাণ্ডিত্য অভিমান মিছা, নিৰক্ষৰ নিৰাভিমানী হৰি ভকতেও নাম স্মৰণৰ ফলত তত্ত্ব-জ্ঞান লাভ কৰে; ভগবানৰ অনুগ্ৰহত একোৱেই অসম্ভৱ নহয়।

সকামী-নিষ্কামী যিয়েই নহওঁক, পৰম কৃপালু হৰিত একনিষ্ঠ শৰণ লৈ ৰাম-নাম গাই থাকিলে দুৰ্ঘোৰ কলিযুগৰ দাৰুণ হেঁচাত মানুহৰ কঁকাল বেকা নপৰে। কামনা-বাসনাসহ নাম-ধৰ্ম আচৰণ কৰিলেও সংবেদনশীল হৰিয়ে তেওঁক পৰিশুদ্ধ কৰি তোলে। হৰি-নাম বহ্নিস্বৰূপ, নাম-স্মৰণ অভ্যাসত পৰিণত হ'লে সেই নামবহ্নিয়ে ভকতৰ অন্তৰত থকা বহু জন্মৰ মলি-জাবৰৰ দ'ম পুৰি নিৰ্মল কৰে। নাম অমৃতৰ মহিমা অদ্ভুত, ইয়াৰ মধুৰ স্বাদও ভকতে মঙ্গলৰ পথেদি আগুৱাবলৈ সক্ষম হয়। নাম স্মৰণৰ ফলত বিকশিত নিৰ্ভুল জ্ঞানেৰে কৰ্তব্য-অকৰ্তব্য সহজতে থিৰ কৰি, সকাম-কৰ্ম,—পূজা-পাঠ স্বস্ত্যয়ন শ্ৰাদ্ধ তৰ্পণাদি অকৰ্তব্য বোধ হ'লে—এৰাই চলিব পাৰে।

মানবজন্ম শ্ৰেষ্ঠ, ভাৰতবৰ্ষত জন্মলাভ পৰম ভাগ্যৰ কথা। হৰি সেৱাৰ দুৰ্লভ সুযোগ এই পুণ্য দেশত জন্মিলেহে পোৱা যায়। যি-সকলে ইয়াৰপৰা বিৰত হৈ কেৱল সংসাৰৰ ভোগ-বিলাসত জীৱন কটাই তেওঁলোক হতভাগ্য। খোৱা-বোৱা, পিন্ধা-উৰা, আমোদ-প্ৰমোদত জড়বাদী জীৱন যাপন নকৰি, পাৰমাৰ্থিক চিন্তাধাৰাৰ সুন্দৰতম দিশটোলৈও এবাৰ উভতি চোৱাৰ প্ৰয়োজন। শংকৰ-মাধৱে জগতৰ সকলো মানুহৰ কাৰণে এক শৰণীয়া নামধৰ্ম নিজে আচৰণ কৰি আনকো সেই ঈশ্বৰপ্ৰাপ্তিৰ সহজ পথেদি আগুৱাই লৈ যোৱাৰ কথা কৈছে।

কলিযুগৰ ওপৰত বহুতে বিৰূপ মন্তব্য দিয়ে। প্ৰকৃততে এই যুগ নাম যুগ, কৃষ্ণনাম স্মৰণ কৰি অনায়াসে সংসাৰ তৰিব পাৰে। সত্য-ত্ৰেতা-দ্বাপৰত এই সুবিধা সৰ্বসাধাৰণৰ বাবে নাছিল। সেয়েহে পূৰ্ববৰ্তী যুগৰ লোকে তেতিয়াই কলিযুগত জন্মিবলৈ বাঞ্ছা কৰিছিল। কাৰণ, নাৰায়ণৰ নাম-গুণ গাই কেৱল নামতেই আশ্ৰয় লৈ পৰম আনন্দেৰে হৰিৰ ওচৰ চাপিব পাৰে। কলিযুগত অন্য ধৰ্ম আচৰণ, পূজা-পাঠ-যাগ-যজ্ঞ-শ্ৰাদ্ধ-শৰাধ বহুতো বৰ্জিত হৈছে; কেতবোৰ চলি আছে যদিও, সেইবোৰত বাহ্যিক আড়ম্বৰ বাঢ়িছে, ভক্তি-শ্ৰদ্ধা তেনেই কমি গৈছে। আনহাতে, সেই কৰ্মসমূহ ঈশ্বৰপ্ৰাপ্তিৰ

অৱলম্বনো নহয়, মিছাকৈ কৰ্মকৰ্তাৰ নাম-যশ বঢ়োৱাৰ প্ৰয়াস। সেইবাবে সৰ্বপুৰুষাৰ্থ লাভ কৰিবলৈ বৰ্তমান যুগত হৰিনাম ব্যতিৰেক মানুহৰ অন্য গতি নাই ; ঈশ্বৰপ্ৰাপ্তিৰ এয়ে সহজ উপায়। নাম ঘোষাত ইয়াক বাৰে বাৰে উল্লেখ কৰা হৈছে।

কপিল মুনি প্ৰৱৰ্তিত সাংখ্য দৰ্শনত প্ৰকৃতি-পুৰুষৰ সংযোজন হেতু জগতৰ সৃষ্টি বুলি কৈছে। এই ত্ৰিগুণাত্মিকা প্ৰকৃতি আৰু নিৰ্গুণ-নিৰ্বিকাৰ পুৰুষ উভয়ৰে নিয়ামক মাধৱ ; প্ৰকৃতি-পুৰুষ তেওঁৰেই একান্ত অধীন। সমস্ত জীৱৰ চৈতন্যস্বৰূপ আত্মা আৰু পৰম বান্ধৱ হিচাপে স্বয়ং হৰি লগে লগে থাকে। এইখিনিতে প্ৰশ্ন এটি উঠিব পাৰে, নিৰ্ভুল-সুনিয়ামক হৰি জীৱৰ সহচৰী হৈ থাকোঁতে মানুহে মানুহৰ অশান্তিৰ কাৰণ কিয় হয় ? সৰ্বশক্তিমান হৰি দেহৰ ভিতৰত আছে যদিও তেওঁক নাজানি-নুশুনি, তেওঁৰ সেৱা নকৰি, মোহৰ বশৱৰ্তী হৈ এজনে আনজনৰ অনিষ্ট সাধি মৰিও জীয়াই থাকিব খোজে। এপাত সুতীক্ষ্ণ অস্ত্ৰ ব্যৱহাৰ নকৰাকৈ ঘৰত পেলাই ৰাখিলে যেনেকৈ সময়ৰ মামৰে ভোটা কৰি পেলাই তেনেকৈ হৃদয়স্থ হৰিক নামেৰে বশ কৰিব নোৱাৰিলে মানুহৰ পশুত্ব নাযায়।

হৰিত শৰণ লৈ অন্য চিন্তা পৰিহৰি আনন্দ মনেৰে তেওঁৰ গুণ কীৰ্তন কৰি দুস্তৰ সংসাৰ তৰিব পাৰি। থকা-খোৱাৰ সমস্যা বহুল বৰ্তমানৰ কৰ্মময় জগতত এইকথা বহুতে ভাবিব নোৱাৰে, হৰিক চিন্তি থাকিলে খাব-খুৱাব নোৱাৰাৰ শংকা কৰে। প্ৰকৃততে সেইটো সঁচা নহয়, হাতেৰে কাম কৰিও মুখেৰে ৰাম বোলাৰ অৱকাশ উলিয়াব পাৰে। যি হৰি জন্ম দিছে তেওঁৰ ওপৰত কাম-কৰ্ম আৰু কৰ্মী অৰ্পিত হ'লে যেনেকৈ যি কৰাব লাগে তাকেই কৰাব ; হৰি ভকতৰ সেই বিষয়ে নিজাকৈ ভাবিবলগীয়া নাথাকে ; হৰিনামৰ দুৰ্বাৰ ধ্বনিত কাল-মায়াৰ দুৰ্ভেদ্য ব্যূহ খচকি যায়।

সমস্ত শাস্ত্ৰৰ মৰ্মকথা হৰিনাম কীৰ্তন। তত্ত্বজ্ঞ গুৰুৰ মুখে হৰিত শৰণ লৈ নাম পৰম ধন স্মৰণ কৰি, নামকেই মনৰ স্বধৰ্মৰূপে ল'ব পাৰিলে অদৃষ্টৰ লেখন পৰ্যন্ত খণ্ডন হয়। ভকতৰ ভাগ্য তেওঁৰ নিজৰ

হাতত, নাম স্মৰণৰ ওপৰত। অৱশ্যে ইয়াৰ বাবে কেতিয়াবা নীতি-সদাচাৰ শিকাই ভকতৰ জ্ঞানচকু মুকলি কৰোঁতা অঞ্জনীয়াৰ প্ৰয়োজন হয়। হ'লেও পূৰ্ণানন্দ হৰিনামত সংসাৰৰ সমস্ত দুৰ্গতিৰ হাত সাৰি অমৃতৰ পুত্ৰসকল জীয়াই থাকিব পাৰে।

মহাগ্ৰন্থ নামঘোষা সাংখ্য, বেদান্ত কল্প নিৰুক্ত আদি প্ৰকৰণ-গ্ৰন্থৰ দৰে নহয়। ই বিষ্ণুভক্তি প্ৰধান গ্ৰন্থ, ইয়াত ভগবান প্ৰাপ্তিৰ বিজ্ঞানসম্মত প্ৰণালী কেৱল উল্লেখ কৰাই নহয়, পৰম ভক্ত মাধৱদেৱে শংকৰগুৰুৰ কৃপাত কেনেকৈ মহাজীৱনৰ গৰাকী হৈছিল সেই ৰহস্য-বৃত কথাৰ আওপকীয়া ইংগিত আছে। কৃষ্ণভক্তিসাগৰৰ গভীৰ তলিলৈ বুৰমাৰি গোটেই জগত নামময় দেখি তেওঁ নাম-ৰস মাধুৰীত বিভোল হৈ কৃষ্ণ-নাম স্মৰণ কৰি নাম-নামী এক হৈ ভক্ত-জীৱন কৃতাৰ্থ কৰিছিল। তেওঁৰ নিৰ্দেশিত পথেৰে এজন সাধাৰণ লোকেও পূৰ্বাপৰ-আদি-মস্ত নথকা চৈতন্যময় পৰম পুৰুষ কৃষ্ণক লাভ কৰিব পাৰে, এইয়া কল্পনা নহয়, বাস্তৱ, বিজ্ঞানৰ সূত্ৰ নহয়, বিজ্ঞানা-গাৰ চাক্ষুস প্ৰমাণ। আজি নামাঘোষাৰ শিক্ষা নথকাৰ কাৰণে সমস্ত প্ৰাণীৰ আত্মাত নাৰায়ণক অনুভূত কৰিব নোৱাৰাৰ দোষত পৃথিৱীখন পাশৱিক অত্যাচাৰৰ বলি হৈছে। মানুহৰ মাজত ঈৰ্ষা অসূয়া হাই দ্বন্দ্ব বাঢ়ি গৈ চাৰিওফালে অশান্তিৰ জুই জ্বলি উঠিছে।

গীতা-ভাগৱত আদি প্ৰামাণ্য গ্ৰন্থসমূহৰ ভক্তি-বিষয়ক বছা বছা শ্লোক সমূহ মাধৱদেৱে নামঘোষালৈ বুটলি আনিছে। তেওঁৰ অনুবাদ বৰ প্ৰাঞ্জল আৰু ভক্তিবিজড়িত। উদাহৰণস্বৰূপে শ্ৰীমদ্ভগৱগীতাৰ তলৰ শ্লোকটি আঙুলিয়াব পাৰি।

মন্মনা ভব মদ্ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মামেবৈষ্যসি সত্যং তে প্ৰতিজানে প্ৰিয়োঽসি মে ॥ ১৮।৬৫

নামঘোষাত অনুবাদ কৰিছে,—

মোত মাত্ৰ সদা দিয়া মন মোৰ ভক্ত হোৱা সৰ্বক্ষণ
মোক পূজা মাত্ৰ, মোকে কৰা নমস্কাৰ।

কহিলো তোমাত সত্যবাণী পাবা সুখে মোক মহামানী
তুমি প্রিয়তম সুহৃদ সখি আমাৰ ॥ ৬০৯

সেই বুলি নামঘোষা অনুদিত গ্ৰন্থ নহয়, দুই-চাৰিটা ভক্তিপ্ৰধান শ্লোকৰ অনুবাদ থাকিলেও গ্ৰন্থৰ সৰহ ভাগেই তেওঁৰ মৌলিক সৃষ্টি, ভক্তজীৱনৰ বিয়লি পৰত ধৰ্মজীৱন সুঁৱৰি লিখা বাস্তৱ অভিজ্ঞতা। মাধৱদেৱে নিজে কৈছে,—

'মই গুৰুসেৱাকৈ যি পালোঁ, তাকে ঘোষাত থৈছোঁ, অনেক শাস্ত্ৰ বিচাৰি যি ৰস-তত্ব পালোঁ তাকো ঘোষাতে থৈছোঁ। এতেকে পদাৰ্থে, ভাবাৰ্থে, তত্বাৰ্থে, নিজাৰ্থে, গূঢ়াৰ্থে, পৰমাৰ্থে, অন্তৰ্জোবাৰ সৈতে সন্তৰ কৃপাত পাব, আমাক সম্পূৰ্ণে দেখিব।

: দৃষ্টান্ত-পটন্তৰ আহিঁ

মাধৱদেৱ সুপণ্ডিত, সুচিন্তিত আৰু গভীৰ অধ্যয়নশীল পুৰুষ। ইফালে গুৰুৰ অপৰিসীম কৃপালব্ধ সাক্ষাৎ ধৰ্মমূৰ্তি, ত্ৰিকালজ্ঞ ঋষি। ভকতক উদ্দেশ্য কৰি কোৱা ধৰ্ম আৰু নীতি-বিষয়ক কথাবোৰ সহজে বুজাবলৈ প্ৰায়েই তেওঁ পুৰাণ-উপপুৰাণ-সংহিতা আদি প্ৰামাণ্য গ্ৰন্থৰ দৃষ্টান্ত, পটন্তৰ, আৰু আহিঁসমূহ ব্যৱহাৰ কৰিছে।

ব্যৱহাৰ আৰু কৰ্ম অনুযায়ী মানুহে সমাদৰ পায়। হৰিগতি আতৈৰ উপৰি পুৰুষ সম্পৰ্কত মাধৱদেৱে ভকত চিনাৰ আখ্যানটো কৈছে। তিনিজন গভাইত চোৰে বাটত ভকত তিনিজনক লগ পাই তেওঁলোকৰ পাছে পাছে ভকত চিনাৰ ওচৰলৈ গ'ল। ছয়জনকে বহিব দিলে, ভকত তিনিজনক আসনত আৰু চোৰ কেইজন খেৰত বহিল। ভকতৰ ভিতৰত মনে মনে নাম গোৱাজনক দো-ভজা চিৰা, পগোৱা গাখীৰ আৰু চেনীৰে জলপান দিলে। মজলীয়াকৈ নাম লোৱাজনক মথাদৈ আৰু চিৰা, ডাঙৰকৈ লোৱাজনক মাটিত গুড়া কেইটামান আগবঢ়ালে। চোৰ তিনিজনক তুহঁৰ গুড়ি, কঠালৰ পাত আৰু খুদকণ খাবলৈ দিলে।

মনে মনে নাম লোৱাই প্ৰশস্ত, উত্তম ভকত। সেইবাবে তেওঁক সাদৰেৰে আপ্যায়িত কৰা হৈছে। বাকী দুজনৰ এজন মধ্যম আৰু

আনজন অধম। চৌৰবৃত্তি ঘৃণনীয়, সেইবাবে তেওঁলোকক নিকৃষ্টতম খাদ্য দিয়া হৈছে।

দৃষ্টান্তটোৰ মাজেদি উত্তম ভকতৰ লক্ষণ আৰু সজবৃত্তি গ্ৰহণৰ স্পষ্ট ইংগিত ডাঙি ধৰিছে।

নামধৰ্ম গ্ৰহণ কৰাৰ পাছত ভালোমান দৃষ্টান্তৰে বিষ্ণু আতাক তত্ত্বকথাবোৰ বুজাই দিছে। সৎগুৰুক আশ্ৰয় কৰি ভক্তিযুক্ত হৈ তেওঁৰেই সেৱা-পৰিচৰ্যাৰ মাজেদি সহজতে বৈকুণ্ঠৰ পৰম বস্তু লাভ কৰিব পাৰি। চাৰিটা দৃষ্টান্তৰে ইয়াক ডাঙি ধৰিছে।

(১) পৃথিবীজুৰি পানী আছে, ইয়াৰ উহ বিচাৰি খান্দিলেহে ওলায়; নহ'লে সমস্ত শ্ৰম ব্যৰ্থ হয়, পানী পোৱা নাযায়।

(২) সকলো কাঠত অগ্নি আছে, ঘৰ্ষণ, টিঙিৰি-তূলাৰ সংযোগতহে জুই জ্বলাব পাৰি।

(৩) পথাৰৰ খলা-বমা, হাল-গৰু, সঁচ-কঠিয়া, এই সকলোবোৰৰ ভু খেতিয়কেহে জানে, অইন মানুহে এইবোৰৰ গম নাপায়।

(৪) কামধেনু গাইক ঘাঁহপানী খুৱাই যতেনেৰে পালন কৰি ওহাৰত খীৰালেহে গাখীৰ ওলায়, তাকে নকৰি নেজ-মূৰ-শিঙত খীৰালে লাথিত খীৰাওঁতাৰ মুখ ভঙাৰ সম্ভাৱনা থাকে।

বিষ্ণু আতা এদিন উপযাচি গোসাঁনী মাতৃৰ ঘৰলৈ ওলাল। মাধৱদেৱে আতাৰ মনটো সুস্থিৰ আৰু সুংহত কৰিবলৈ পাঁচটা দৃষ্টান্ত দিলে। বাঘ-বৰালিৰ পোনা একেলগে শ-ছকুৰি এজনে খাব পাৰে, কিন্তু ডাঙৰ হ'লে একোটাৰে ছয়-সাত কুৰিজনকো ওৱাদানিকৈ খুৱাব পাৰি। দ্বিতীয়াৰ চন্দ্ৰৰ পোহৰেই নাথাকে, কিন্তু পূৰ্ণিমাৰ জোনৰ পোহৰত আখৰো পঢ়িব পাৰে। কোঁটকৰা গছৰ কাঁইট অপঁইতা অৱস্থাত নখেৰে ছিৰিব পাৰি, পুৰঠ হ'লে ই হাতীকো বিদাৰণ কৰে। ভলুকা বাহঁৰ গজালি অকণিহঁতেও অনায়াসে ভাঙিব পাৰে, পৈণত হ'লে ইয়াক কাটোতে কুঠাৰেই ভাঙে। বাঘিনীয়ে তাইৰ পোৱালীবোৰ লগে লগে লৈ ঘুৰায়, ডাঙৰ হ'লে হাবি-বননিৰ মাজত আপোন ইচ্ছাত ঘূৰিফুৰি বলৈ এৰি দিয়ে।

তেনেকৈ গুৰুৰ কৃপাত জ্ঞান-ভক্তি দৃঢ় হ'লে ভকতৰ মন বিচলিত হোৱাৰ ভয় নাথাকে।

গাঁৱৰ ঘৰত বিষ্ণু আতাৰ ল'ৰা সন্তান এটি উপজিল। তিনি মাহ দহ দিন পাছত এক অচিন ৰোগত ঘৈণীয়েকৰ মৃত্যু হ'ল। দুঃসংবাদটো শুনি কেচুৱাৰ প্ৰতিপালনৰ দায়িত্ব ল'বলৈ বিষ্ণু ঘৰলৈ ওলাল। মাধৱে তেতিয়া তিনিটা দৃষ্টান্ত ডাঙি ধৰি সেৱকৰ মন থিৰ কৰিলে।

কাছই পাৰৰ বালিত কণী পাৰি থৈ যায়, সময়ত কণীৰপৰা পোৱালি জগি নৈৰ পানীলৈ গৈ মাকৰ লগ লাগে। এটাৰো হানি-বিঘিনি নঘটে।

এজন ব্যৱসায়ীৰ দুজনী ঘৈণীয়েক, দুয়োজনীক ঘৰত এৰি গিৰীয়েক বেহালৈ গ'ল। সৰুজনীৰ ল'ৰা এটি জন্মিল, প্ৰসব-বেদনাত প্ৰসূতী তৎ হেৰুৱাই থাকোঁতে সতিনীয়েকে সদ্যজাত কেচুৱাটো বাকৰিত দলিয়াই আহিল। মাকে জ্ঞান ঘূৰাই পোৱাত সন্তানটো মৃত বুলি কৈ এপৰ বেলি ঘড়িয়ালৰ চকুলো টুকিলে।

কিছুদিনৰ পাছত গিৰীয়েক ঘৰলৈ উভতি আহি বৰজনী ঘৈণীয়েকৰ কথাত প্ৰত্যয় মানিব নোৱাৰি গণনা কৰাই ল'ৰাটো উদ্ধাৰ কৰিলে। ব্ৰহ্ম-অংশী জীৱ, বিনাশ নাই। সেই ল'ৰাই লিখাপঢ়া শিকি সময়ত এজন পণ্ডিত হ'ল।

তৃতীয় দৃষ্টান্তটোত গুৰুজনে কলে, এজনী তিৰোতাই সন্তান এটি প্ৰসৱ কৰাৰ পাছতেই ঢুকাল। বাপেকে পানীকেচুৱাটো কোলাত লৈ ভাবিচিন্তি থাকোঁতেই ঘৰৰ চালৰপৰা জেঠিৰ কণী এটি সৰি পৰিল। ক্ষন্তেকৰ ভিতৰতে কণীটো ফাটি পোৱালী এটি ওলাই জেলাউটিখিনি খাই বাৰলৈ উঠি বগাব ধৰিলে।

ঘটনাটো দেখি বামুনৰ মনত জ্ঞানৰ উদয় হ'ল। তেওঁ ঘৰৰ ভিতৰত কেচুৱাটো শুৱাই থৈ, ওচৰতে কিছু ধন-সোণ এৰি সংসাৰ বিৰাগী হৈ গুচি গ'ল।

কিছু বেলিৰ মূৰত কেচুৱাৰ কান্দোন শুনি ওচৰৰে বুঢ়ী এজনী

ঘৰৰ ভিতৰ সোমাই শোৱা-পাটীৰ কাষতে ধন-সোণৰ টোপোলা এটি দেখা পাই আনন্দ মনেৰে সেইখিনিৰে নৈতে কেচুৱাটি ঘৰলৈ লৈ গৈ পৰম যত্নেৰে পালিবলৈ ধৰিলে।

কালক্ৰমত সেই ল'ৰাটো পঢ়ি-শুনি ৰজাৰ ঘাৰ পণ্ডিত হ'ল। গতিকে, কাৰো অভাৱত কোনো নমৰে, বিষ্ণু আতা মাতৃ-হাৰা শিশুৰ দায়িত্ব ল'বলৈ নগ'লেও সি নমৰে, চুবুৰীয়াৰ দৰদী অন্তৰৰ মৰম-চেনেহৰ মাজত ডাঙৰ-দীঘল হ'ব। ঈশ্বৰেই সকলো জীৱৰ পালনকৰ্ত্তা।

হাৰদিয়াৰ সনাতন আতৈৰ সামান্য অসুখ, দুই মাহমান ঘৰত গৈ থকাৰ ইচ্ছা কৰি গুৰুজনৰ আজ্ঞা বিচাৰিলে। দুটা দৃষ্টান্ত ডাঙি ধৰি আতৈক ঘৰলৈ যোৱা বাৰণ কৰিলে।

অসৎ সঙ্গত পৰিলে মুনিৰো মতিচ্ছন্ন হয়। ৰামচন্দ্ৰৰ সুহৃদ দিবিদ কুসঙ্গ-নৰকত পৰি আলাই-আথানি হৈ অশেষ জীয়াতু ভুগিলে। শতধনু ৰজাই অভকতৰ সঙ্গদোষত বাসনা এৰিব নোৱাৰাত বাৰে বাৰে জন্ম ল'বলগীয়া হ'ল।

ৰাম-নাম এৰিলেই মস্কিল, দুৰ্বাসনাই আগচি ধৰে। দুদিনীয়া নৰ-দেহা, আধাকাল গ'লেই, ভকতৰ সঙ্গত বাকী দিনকেইটা কটাব পাৰিলেই হ'ল। গুৰুবাক্যত মন ডাঠ কৰি আতৈ ঘৰলৈ নোযোৱাকৈ ৰ'ল।

দিঙৰৈৰ নাৰায়ণ আতৈ এদিন গধূলিৰ প্ৰসঙ্গৰ পাছত দিন-চেৰেকৰ কাৰণে ঘৰলৈ যোৱাৰ অনুমতি বিচৰাত মাধৱদেৱে গৌতমী সংহিতাৰ এটি সংগ আৰু পৰিবেশ সম্পৰ্কীয় মনোৰম আহি ডাঙি ধৰিলে।

এজন বামুণে গামোচা এখনৰ বিনিময়ত ভাটো এজনী লৈ পুহিলে। কৈৱৰ্ত্ত এজনেও মাছ এটাৰে লগৰ অন্য এজনী ভাটো সলাই ল'লে। বামুণৰ ঘৰত থকা চৰাইজনীয়ে গীতা-সহস্ৰ-নাম সুন্দৰকৈ আওৰাব পৰা হ'ল। এইকথা চাৰিওফালে জনাজাত হোৱাত, ৰজাই শুনি মানুহ পঠিয়াই ভাটোজনীক লৈ গ'ল। চৰাই

এজনীৰ মুখত গীতা-সহস্ৰ-নাম, ৰজা বৰ আনন্দিত। চৰাইজনীৰ ইচ্ছা অনুসৰি তেওঁ ইয়াৰ পূৰ্বৰ গৰাকী বামুণক সোণ-ৰূপ-মাটি-বাৰীৰে পুৰস্কৃত কৰিলে।

একে খোৰোঙত থকা লগৰ চৰাইজনী কৈৱৰ্ত্তজনে লোৱা খবৰ পাই ৰজাই সেইজনীকো অনালে। তাইৰ মাত অশ্লীল, অশ্ৰাব্য। ৰজা লজ্জিত হৈ ভাটোজনীক মাৰিবলৈ আদেশ দিলে .

তেতিয়া ইজনী ভাটোৱে ৰজাৰ আগত আবেদন জনালে, চৰাই-জনীৰ প্ৰকৃততে কোনো দোষ নাই। কিয়নো, পূৰ্বে অনাদি পুৰুষে একে জীৱ, উৰণ-বুৰণ-গজন-ভ্ৰমণ চাৰি ভাগকৈ দিলে। ত্ৰিগুণাত্মিকা প্ৰকৃতি, সত্ত্ব-ৰজ-তম ; ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰৰ সৃষ্টি-স্থিতি-লয়।

সেই জীৱ য'তে যি গঢ়ত পৰে, সেই জন্ম লয় ; পশু-পক্ষী-কীট-পতঙ্গ-গছ-গছনি-মানুহ-গৰু-ম'হ-হাতী-ঘোঁৰা ইত্যাদি। মানুহৰ ভিতৰত আকৌ একেই জীৱৰ বৰ্ণ বেলেগ,—নগা, মিৰি, ডফলা, ভোট, আঁকা, গাৰো, খাচী, ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ, কলিতা, কেওঁট, কোচ, আহোম, চুটিয়া, কছাৰি, শূৰি, ডোম, যুগী, ধোবা, চণ্ডাল, হাড়ী, তুৰুক, যৱন। যাৰ যি ভূমিকা, মাত-কথা, গঢ়-মাৰ্হি সেইমতে গ্ৰহণ কৰে, ই অলপো দোষণীয় নহয়। দুঃসঙ্গত পৰিহে এইজনী ভাটোৰ মাত অশ্ৰাব্য হৈছে। এইবাবে চৰাইজনী জগৰীয়া নহয়। ভাটোজনীৰ কথা শুনি ৰজাই ইজনীক ক্ষমা কৰিলে।

এই প্ৰসঙ্গত গুৰুজনে ভকতসকলক উপদেশ দিলে, ফটা কানি-কঁথা দুডোখৰ সাৰটি খাৰে-শাকে খাই হৰিগুণ গাই দিন কেইটা কটোৱাহওঁক। নহ'লে দুঃসঙ্গ-ভূমিত দুৰ্বাসনা-বীজ লহপহকৈ গজি উঠে। পাপ-বাসনা ঘিঁউ-দুসঙ্গ-জুইৰ কাষ পালেই উতলে ; গতিকে, হৰিক চিন্তি থাকিলেই ঈশ্বৰে সকলো মিলায়।

নৰনিধি আতৈৰ চাৰিকুৰি সাঁচতীয়া ৰূপ আছিল। তেওঁৰ সজৰ ভকত শ্ৰীহৰিয়ে এদিন মাধৱদেৱৰ আগত লগালে, আতৈ বৰ চিকটা, হাতত এটোপোলা টকা, অথচ তেওঁ খুজি-মাগি কষ্টেৰে জীৱন-নিৰ্বাহ কৰে, এপইচাও ভাঙি নাখায়।

গুৰুজনে ভকতৰ হতুৱাই চুপে-চাপে নৰনিধি আতৈৰ টকাখিনি নিয়ালে। শোৱাৰ সময়ত পাটীৰ তলত চাই দেখিলে, টকা কেইটা নাই। ঈশ্বৰৰ বস্তু, ঈশ্বৰে দিছিল, নিলে। এই বিষয়ে কাৰো আগত টু শব্দ নকৰাকৈ নৰনিধিয়ে স্বাভাৱিকভাৱে হৰিনাম গাই থাকিল।

শ্ৰীহৰি আতৈৰো লাউ-কুকুৰা আৰু কানি-কঁথা দুখন গুৰুজনে অন্য এজন ভকতৰ হতুৱাই মনে মনে নিয়ালে। কীৰ্ত্তন-ঘৰৰপৰা গৈ বহাত সোমায়েই আতৈ খলক লগাই দিলে, দুষ্ট-দগাবাজ চোৰক গালাগালি কৰি খণ্ডত অধৈৰ্য্য হৈ সেইবেলা উপবাসে ৰ'ল।

প্ৰসঙ্গৰ শেষত গুৰুজনে সকলো ভকতৰ আগত ঘটনা দুটি ব্যক্ত কৰি ধনৰ মোহ-নিবৃত্তি-বিষয়ক এক আৰ্হি ক'লে,—

" এদিন শ্ৰীকৃষ্ণ উদ্ধৱৰ সৈতে মিথিলাৰ জনক ৰজাৰ হাউলিত সোমাল। ৰজাই পাদ্য-অৰ্ঘ্য, ধন-সোণ, দাস-দাসী, ৰথ-হাতীৰে শ্ৰীকৃষ্ণক স্তুতি কৰিলে। শ্ৰুতদেৱৰ ওচৰলৈও গ'ল, তেওঁ শ্ৰীকৃষ্ণ আৰু উদ্ধৱক একোগিলাচ গৰম পানী আৰু শিলিখাৰে অতিথি সৎকাৰ কৰি বিদায় দিলে। দুয়ো সন্তোষ মনেৰে উভতি গ'ল।

শ্ৰুতদেৱে পাছত ভাবিলে, কিজানি জনক ঐশ্বৰ্য সম্পদত বিভোল।

এদিন নগৰত জুই লাগি জনকৰ কেইবাটাও ভঁৰাল, ঘৰ-দুৱাৰ সা-সম্পত্তি পুৰিল। ৰজাই সেইফালে কেৰাহিকৈ নাচালে। ইফালে শ্ৰুতদেৱৰ লাউ-কুকুৰা পোৰা কাৰণে চিন্তাত অস্থিৰ হ'ল। তেতিয়াই তেওঁ আত্ম-জিজ্ঞাসা কৰি বুজিলে, জনক ঐশ্বৰ্যশালী ৰজা হ'লেও তেওঁ মায়া-মোহৰ বহু আঁতৰত, আৰু নিজে বিত্তহীন হ'লেও মায়া-মোহৰ বহু ভিতৰত।

গুৰুজনে এই আৰ্হিটোৰে শ্ৰীহৰি আতৈৰ অন্তৰত থকা মোহ-বাসনা আৰু সঙ্গৰ ভকতৰ প্ৰতি থকা অসূয়া আঁতৰ কৰাইছে।

ভিন ঠাইৰ ভিন বৈশিষ্ট্যসম্বলিত মানুহ, মাধৱদেৱক কেন্দ্ৰ কৰি গৃহী আৰু উদাসীনৰ হাটীত ভক্তি-প্ৰেম-ৰসৰ সহা বান্ধোনত সমস্ত

ভকত অভিন হৈ প্ৰীতি-সুখত প্ৰবৰ্তি আছে। তথাপি কেতিয়াবা ইজনে-সিজনৰ দাঁতে-ওঁঠে লাগে, খকা-খুন্দা হয়। সেই বুলি গুৰুজনৰ তীক্ষ্ণদৃষ্টি কোনোৱে এৰাই থাকিব নোৱাৰে, সময়ত সকলো কথা তেওঁৰ আগত নিবেদন কৰিবলগীয়াত পৰে।

শিলপোতাৰ গোবিন্দ আৰু দাবিকাৰ গোবিন্দ আতৈৰ মাজত সামান্য কাৰণত মতান্তৰ ঘটিল। দুয়ো আতৈ গুৰুজনৰ ওচৰলৈ আহি গোচৰ দিলে। তেতিয়া তেওঁলোকৰ বিবাদ নিষ্পত্তি কৰাৰ অৰ্থে এটি দৃষ্টান্ত ডাঙি ধৰিলে।

এজন সদাগৰৰ চাৰিজন পুতেক আৰু এজনী জীয়েক আছিল। কালক্ৰমত দেউতাকে জীয়ৰীক কোনোবা এজনলৈ সম্প্ৰদান কৰি উলিয়াই দিয়াৰ মুহূৰ্তত বুজনি দিলে, মাক-বাপেকে তাইৰ বিষ্ঠা-কানি ধুলে, এতিয়া স্বামী সেৱাৰ মাজেদি তাই নিজে কৰ্ম-কানি ধুব লাগিব, তেতিয়াহে তেওঁলোকক পাব। স্বামী পৰমগুৰু, তেওঁৰ সন্তোষ হলেহে জীৱৰ কল্যাণ আৰু জন্মৰ নিবাৰ হয়। দোষ দেখিলে নাক-কাণ কাটি মৰিয়াই শাস্তি বিহিব। মাক-বাপেকে এতিয়া মাথোন মাত এষাৰৰ গৰাকী, তাত বাহিৰে একো কৰিব নোৱাৰে। সেৱা পৰিচৰ্যাৰে যদি জীয়েকে গিৰীয়েকক সন্তোষ লগাব পাৰে, সাৰিব পাৰিব; নহ'লে নোৱাৰে। সংসাৰত যিজনে সহিব পাৰে তেওঁ সন্তোষ পায়। নোৱাৰাজনৰ পাজাৰে খহে।

দৃষ্টান্তটো শুনি দুয়োজন আতৈৰ মনোবিবাদ আপোনা-আপুনি নিষ্পত্তি হৈ গ'ল। এবা, একেখন হাটীত হৰিকথা চৰ্চা কৰি থাকিলে ভকতৰ মাজত সহনশীলতাৰ খুবেই প্ৰয়োজন আৰু এয়েই তেওঁলোকৰ জীৱন ঋদ্ধিৰ ঘাই ভেটি।

গুৰুধৰ্মত মিছা কোৱা অপৰাধ, ধেমালিৰ ছলেৰে মিছা ক'লেও চান্দ্ৰায়ণ প্ৰায়শ্চিত্ত লাগে। এই বিষয়ত মাধৱদেৱ বৰ কঢ়া, সাংঘাতিক কঠোৰ। এবাৰ শ্ৰীৰাম আতাক লগত লৈ ভকতৰ কাৰণে গুৰুজন পচৰা কিনিবলৈ গ'ল। জাবৰিকুঁচ পাই দেখিলে, সোন ভোলা নাই, ক'ৰবাত পৰিল হ'বলা।

পিছদিনা উভতি আহি ৰামচৰণক সুধিলে, সোণ-টকি তেওঁ পাইছে নেকি? ভাগিনেকে টপৰাই উত্তৰ দিলে, পাই থৈ দিছে।

মাধৱে তেওঁক প্ৰশংসা কৰিলে। ধেমালিতে নাই পোৱা বুলি ক'লেও চান্দ্ৰায়ণ ব্ৰত কৰি প্ৰায়শ্চিত্ত হ'ব লাগিলহেঁতেন। এই প্ৰসঙ্গত গুৰুজনে লীলাৱতীৰ দৃষ্টান্ত উল্লেখ কৰিলে।

এজন বামুনে সোণৰ আঙুঠিটো পীৰাত সোলোকাই থৈ তেল ঘঁহি গা-ধুই সন্ধ্যা কৰিবলৈ বহি দেখিলে, অনামিকা আঙুলিটো সুদা। আঙুঠিটো নাই। তেওঁ ঘৈণীয়েকক সুধিলে, আঙুঠিটো পাইছেনে? ঘৈণীয়েকে ভামাছাতে নাই পোৱা বুলি ক'লে। গিৰীয়েক অসন্তোষ মনেৰে বহি ৰ'ল, খাবলৈ নগ'ল। ঘৈণীয়েকে তেতিয়া হাঁহি হাঁহি ক'বলৈ ধৰিলে, আঙুঠি পাব আগতে ভাতখিনি খাওঁকহি। গিৰীয়েকৰ খং উঠিল পৰিহাস কৰি পাপীষ্ঠীয়ে নোপাৱা বুলি জনালে, অথচ আঙুঠি পাই থৈ দিছে। চান্দ্ৰায়ণ-প্ৰায়শ্চিত লাগিল, ঘৈণীয়েকক চক-হাড়ো পেলাবলৈ দিলে।

সকলো ভকতৰ মন একে নহয়, সত্ৰৰ হাটীত গুৰুজনৰ সঙ্গত থাকিলেও কাৰোবাৰ কেতিয়াবা ঘৰলৈ মনত পৰে। বিশেষকৈ গা-মূৰ অসুখ হ'লে গৃহী ভকতৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীৰ মাজলৈ কেইদিনমানৰ কাৰণে হ'লেও যোৱাৰ ইচ্ছা হয়।

কৰিভঙা গোবিন্দ আতৈৰ ঘৰ ভৰলুৰ কাষৰ চিৰাকুচিত। ল'ৰা-তিৰোতা ঘৰত এৰি থৈ ধৰ্মলৈ হাটীতে হৰিনাম গাই আছে। হঠাতে আতৈৰ শৰীৰ অসুস্থ হ'ল, ঘৰলৈ যোৱাৰবাবে গুৰুজনৰ অনুমতি প্ৰাৰ্থনা জনালে। গৃহ-অন্ধকূপ এবাৰ ছাৰি আহিল যেতিয়া পুনৰাই তালৈ পঠিয়াৰ ইচ্ছা তেওঁৰ নাই। বিশেষকৈ এজনক পঠিয়ালে তেওঁৰ পাছত আৰু বহুত ওলাব।

এই প্ৰসঙ্গত ভকতজনক সহজতে জ্ঞান দিবলৈ গুৰুজনে এটি সুন্দৰ সাঁথৰ ডাঙি ধৰিলে। সাপুৰীয়াই অতি সন্তৰ্পণে গৈ কেঁটী-গাম ধৰি আনি নচুৱাই জীৱিকা অৰ্জন কৰে। সাপ খৰ বাঙ্কোনত থাকে, ভোক-পিয়াহত ই ক্লান্ত হৈ পৰি ইয়াৰ লোভ-মোহ-অহংকাৰ-দম্ভ-কাম-

ক্ৰোধ পানী উঠে। কেতিয়াবা কেনেবাকৈ যদি সাপুৰীয়াৰ হাতৰপৰা পলাই গৈ কেঁটীসাপডাল গাতত সোমাই তেতিয়া চাৰি-পাঁচজনেও নেজত ধৰি টানিলে ই নোলায়, ছিঙি আহে।

মন মাতংগ স্বৰূপ, সন্তৰ সংগ আৰু গুৰুবাক্য-জ্ঞান-অংকুশৰ খোঁচনিত ই কিছু প্ৰশান্ত হৈ থাকে, দুঃসংগত পৰিলে আকৌ প্ৰমত্ত হয়।

কৰিভঙা গোবিন্দ আতৈৰ আগ্ৰহী মনটো একেবাৰে নিশ্চুপ হ'ল। যি দুই-চাৰিৰ ইচ্ছা হৈছিল, তেওঁলোকেও টলকা মাৰিলে।

হৰিনামৰ অনন্ত মহিমা, দেশ-কাল-পাত্ৰৰ মাজত ই সীমিত হৈ নাথাকে। এই জন্মৰে অকল নহয়, মানুহৰ পূৰ্বজন্মৰ দুৰ্বাসনা, পাপ, তাপ, মোহ, অবিদ্যা প্ৰভৃতি জীৱনবৃদ্ধিৰ অন্তৰায়সমূহ কেৱল হৰি-নাম শ্ৰৱণ-কীৰ্তন-স্মৰণৰ ফলত আঁতৰি গৈ মন শুদ্ধ-নিৰ্মল-পৱিত্ৰ হয়।

মাধৱদেৱে নিজে নামসমুদ্ৰত ডুবগৈ থাকি নাম আৰু নামী এক হৈ পৰমানন্দ ধামত বিচৰণ কৰি তেওঁৰ মহা পুণ্যজীৱনৰ লীলা-মহিমা সকলো কালৰ, সকলো দেশৰ আৰু সকলো মানুহৰ কল্যাণৰ কাৰণে ব্যক্ত কৰিলে। নামেই আদিভূত, ব্ৰহ্ম বীৰ্য, ব্ৰহ্ম। ইচ্ছা কৰাহেঁতেন নামৰ মহিমাৰে গুৰুজনে বহুতো অলৌকিক কাৰ্য দেখুৱাই সমগ্ৰ জগত চমৎকৃত কৰিব পাৰিলেহেঁতেন। কিন্তু তেওঁ তেনে নকৰিলে, সহজ-সৰল জীৱনৰ স্বাভাৱিক গতিধাৰাৰ মাজেদি হৰিনামৰ অপাৰ মহিমা ভকতৰ আগত দেখুৱাই গ'ল।

এনে বৈকুণ্ঠৰ বস্তুৰ তুচ্ছ-তাচ্ছিল্য ভকতৰ মুখত শুনিলে মাধৱদেৱৰ মনত বেজাৰ পোৱা তেনেই স্বাভাৱিক। এদিন ভকতে নাম গোৱা শুনি অনিৰুদ্ধ আতৈ হাঁহিলে, নিন্দা কৰিলে। কীৰ্তন-ঘৰত পাঠকৰ সৈতেও লাগিছিল, নাম গোৱাৰ পাছত অনিৰুদ্ধ আতৈক মাতি লৈ সকলোৰে আগত হৰিনামৰ নিন্দুকক সাৱধান কৰাৰ উদ্দেশ্যৰে গোধাৰ আহি কৈছে।

এজন জনজাতীয় লোক, গোধা। এসাজত এদোন চাউলৰ ভাত

লাগে। এছালিচা মাটিত কোবমাবি খেতি কৰে। একালবপৰা কুৰিয়াই গোধা ভৰিবে গচকি যায়, আট-দহ দিনত আকৌ বন গজে। নতুনকৈ কুৰিয়াব লাগে।

নিতৌ নদীত নমাই লোব ঘৰ্ষণাবে ঘঁহি-পিহি পৰিষ্কাৰকৈ মাউতে হাতীক গা ধুৱাই আনিলেও আকৌ ই নেজেৰে ধূলি-মাটি লৈ পূৰ্ববত হয়।

ঘৰখন ভালকৈ সাৰি-মচি দুৱাৰদলিত শৌচ কৰি থ'লে তাত কোন ৰ'ব।

নাম গাবলৈ আগবাঢ়িলেই ব্ৰহ্মহত্যা পাপ বিনাশ হয়, অশ্বমেধ, বাজসূয় যজ্ঞৰ ফল সিজে। সেই প্ৰচণ্ড অমোঘ নাম- বস্তু নিন্দা-অসূয়া কৰিবলগীয়া নহয়। কলহৰ ভিতৰত মলি লাগি থকাৰ দৰে পূৰ্বজন্মৰ দুৰ্বাসনাৰ ফলত মনত খুকুৰি লাগে, বাৰ কুৰা জুই কেঁচা-পকা সকলো বস্তু ছাই কৰে, তাৰ ছিদ্ৰ কোনোৱে নেদেখে, তেনেকৈ বায়ু-অগ্নিস্বৰূপ নামে মন পৰিশোধিত কৰে।

মাধৱদেৱৰ কথা শুনি সকলো ভকতে একমনে ঈৰ্ষা-অসূয়া এৰি শ্ৰৱণ-কীৰ্তনত মনোনিবেশ কৰিলে।

হাবদিয়াব জীৱন আতৈ গুৰুধৰ্ম লৈ ভকতৰ সঙ্গত হৰিগুণ গাই আছিল। হঠাতে আতৈৰ দেহটো শুকাই-ক্ষীণাই যোৱাত কেইদিন-মানৰ বাবে ঘৰলৈ যোৱাৰ অনুমতি বিচাৰি গুৰুজনৰ ওচৰত প্ৰাৰ্থনা জনালে।

মাধৱে তেতিয়া আতৈৰ আগত তিনিটা পৰমাৰ্থ-বিষয়ক ঘোষা শুনাই, এক অনুপন আৰ্হি ডাঙি ধৰিলে।

(১) দুৰ্লভ মনুষ্য জন্ম লভিয়া পশুৰ যোগ্য
বিষয়ৰ আশা পৰিহৰা।
সন্তৰ সঙ্গত বহি সুখে হৰিগুণ গায়া
সন্তোষে অমৃত পান কৰা ॥ ২৭

(২) বিষয় সম্বন্ধ সুখ সমস্ত যোনিত পায়
" হৰিসেৱা একো স্থানে নাই।
হৰিৰ সেৱাৰ যোগ্য কেৱল মনুষ্য তনু
জানি ফুৰা হৰিগুণ গাই ॥ ২৮

(৩) মৃত্যুৰ মুখত পৰি আছে যিটো সিটো নৰে
হৰিগুণ কীৰ্ত্তন নকৰে।
মৃত্যু তৰিবাৰ জানা নাহিকে উপায় আন
হৰি-নাম কীৰ্ত্তনত পাৰে ॥ ৩১

অকল ঘোষা কেইটা আঁওৰাই ক্ষান্ত নাথাকিল, মাধৱদেৱে সৎসংগ বিষয়ক আহি এটা দিলে,—আহিন মাহত কপৌ চৰাই সৰিয়হ তলিৰ-পৰা তুলৰি বন কঢ়িয়াই লৈ বাহ সাজে। গছৰ ডালত তুবৰি কেইডাল ছয় মাহ শুকাই, ফাগুন মাহত বতাহে উকৰাই ইয়াক মাটিত পেলাই, বৰষুণ পৰি ই তাতে শিপাই গজি উঠি বহলকৈ আগুৰে। তেনেকৈ দেহৰো একাদশ ইন্দ্ৰিয়, ছবিবছ তত্ত্ব, সোতৰ বিকাৰ; মন হৈছে বীজ, সন্তৰ সঙ্গ ডাল, সৎ-সাধু সূৰ্যৰ তাপত শুকাই দুৰ্বল হৈ থাকে, দুঃসঙ্গ মাটিত পৰিলে মন-বীজ অংকুৰিত হয়। সাৰ-পানীস্বৰূপ দ'বা-তিৰোতাৰ অ.হ্লাদ পাই ডাল-মূল-শিপা ধৰি জীৱৰ জন্ম-মৃত্যু, অহা-যোৱাৰ নাৰকীয় সংসাৰ হয়। গতিকে, এনে সংসাৰলৈ পুনৰ উভতি যাব নালাগে।

ছীৰা দলৈ এজন বাজ-বিষয়া। তেওঁৰ ওপৰত পাঁচটা বাব, দলৈ (মুখ্য-গাণনিক) মজিন্দাৰ (কাকত-ভঁৰালী); চৌধাৰী (মাটি-বাৰীৰ হিচপ ৰক্ষক); পাটোৱাৰী (মাটি পিয়াল কৰোঁতা); আৰু মেনা-ঠাকুৰীয়া (মুখ্য কৰ-সংগ্ৰহক)। মাহিলি একৈছ টকা দৰমহাৰ উপৰিও ইফালে সিফালে দহ-বাৰ টকামান পায়।

বৰ বিষ্ণু আতাৰ লগত ছীৰা দলৈ পাঁচখন ভাৰ আৰু পাঁচ টকাৰে সৈতে আহি গুৰুজনক প্ৰণাম জনালে। দলৈৰ বা-বিষয় আৰু আয়-উপাৰ্জনৰ খবৰ লৈ মাধৱদেৱে তেওঁৰ আগত বৃহৎ পুৰাণৰ এক অনুপম আহি শুনালে।

দৰিদ্ৰ আচাৰ্য এজন একাদশী তিথিত সোদাম ৰজাৰ ওচৰলৈ গ'ল। ৰজাই তেওঁক বহিবলৈ আসন দিয়াই পাদ্য-অৰ্ঘ্যেৰে পুজি সোণ-ৰূপৰ মুদ্ৰা এহেজাৰ সন্মানেৰে আগবঢ়ালে। আচাৰ্যই তেতিয়া ক'লে, নিজে উপাৰ্জন কৰি দান-দক্ষিণা, পূজা-হোম কৰিলেহে ফল পায়; ৰজাই দুখীয়া-দৰিদ্ৰৰ কৰ-কাটল সংগ্ৰহ কৰি দান দিছে, ইয়াত দাতাৰ নিস্ফল, গৃহীতাৰো অসাৰ্থক। আচাৰ্যই দান গ্ৰহণ নকৰিলে।

তেতিয়া ৰজাই এমাহ ছদ্মবেশেৰে বাচন-বৰ্তনৰ ভাৰ কোবাই সোণৰ চৰতীয়া এটি উপাৰ্জন কৰি আচাৰ্যক দক্ষিণা দিলে। ৰজাৰ স্বোপাৰ্জিত ধন গ্ৰহণ কৰি আনন্দ মনেৰে তেওঁ ঘৰলৈ গৈ ঘৈণীয়েকৰ হাতত চৰতীয়াটো দিলে।

লাখ-হাজাৰ দিলে নলয়, নানে; চৰতীয়াটোৰে তেওঁ কি কৰিব? খং কৰি ঘৈণীয়েকে মুদ্ৰাটো বাহিৰলৈ দলিয়াই দিলে। তাতে এজোপা কোমোৰা গছ গজি চাললৈ বগাই গৈ একৈছটা কোমোৰা লাগিল। প্ৰত্যেকটি কোমোৰাৰ ভিতৰত এহেজাৰ সোণৰ মুদ্ৰা।

আচাৰ্যই পূৰ্বৰ কথামতে এহেজাৰ মুদ্ৰা ৰাখি বাকীবোৰ ৰজাক ঘূৰাই দিলে। ৰজাই দেখি-শুনি আশ্চাৰ্য হ'ল। তেতিয়াৰপৰা তেওঁ ৰাইজৰ কৰ-কাটলৰ তিনি ভাগ এৰি এভাগ লৈ নিজৰ উপাৰ্জনৰ ওপৰত প্ৰৱৰ্তিব ধৰিলে। আৰ্হিটো দেখাত অতিলৌকিক হ'লেও ই প্ৰতীকধৰ্মী, ইয়াৰ মাজেদি সততা-ন্যায়নিষ্ঠা আৰু আত্মনিৰ্ভৰশীলতাৰ বিষয়ে কোৱা হৈছে।

গুৰুজনে হীৰা দলৈৰ ভাৰ কেইথন আৰু টকা কেইটা ঘূৰাই দিলে।

দিঙৰৈৰ নাৰায়ণ আতৈ এদিন গুৰুজনৰ আগত খেদ কৰিলে, আতৈ চাৰিটা বস্তুৰ আঁতি-গুৰি বুজি না পালে। গুৰুজনে শৰণ-ভজন-নীতি-সদাচাৰ জনা ভকতত সেই কেইটা সুধি ল'বলৈ ক'লে। আতৈৰ ধন-বিত নাই, দিব-খুৱাব নোৱাৰিলে কাৰ ওচৰলৈ যাব, কোনে ক'ব?

তেতিয়া গুৰুজনে লোকাচাৰৰ আৰ্হি এটা দিলে, এজন গৃহস্থই

বেঙেনা পুলি কইছিল। পাছত ছিঙিবলৈ গৈ দেখিলে গোটেইখন হাবি হৈ আছে। অইনে ভাবে-পাচিয়ে বেঙেনা তুলিছে, তেওঁৰ গছবোৰেই তৰ্ণাপ্তি হৈছে। টাটী-চকোৰা দি বন-জাবৰ গুচাই নিদিয়া কাৰণে সেই গৃহস্থৰ বেঙেনাৰ খেতি নহ'ল। তেনেকৈ চিত্তবৃত্তি নিৰোধ কৰি সাৰ, কোৰ, বেৰ-আঁৰ যাৰ সৰ্বসিদ্ধি তাৰ।

শুকদেৱে সাতদিন সাতৰাতি পৰীক্ষিত ৰজাৰ আগত বাৰ স্কন্ধ ভাগৱত ক'লে, কি দিলে, কি পালে? যাৰ চিত্ত শুদ্ধ, তেওঁৰ ওপৰত গুৰু-ভকত তুষ্ট, তেওঁ বৈকুণ্ঠত ঠাই পায়।

কেৱল ধৰ্মচৰ্চাই নহয়, ভকতৰ মাজত ভাতৃত্ববোধ, পাৰস্পৰিক মিলাপ্ৰীতি আৰু আন্তৰিক সৌহাৰ্দ্য অটুট ৰাখিবলৈ মাধৱদেৱে সদায় চকু ৰাখিছিল। আপোনপেটীয়া স্বভাৱৰ ভকতক গুৰুজনে ক্ষমা কৰা নাই; শাস্তি দিছে। ধৰ্মজীৱনত অনুশাসনৰ প্ৰয়োজন আছে। সংযমশীল ভকত তেওঁৰ অতি প্ৰিয়।

জয়হৰি আৰু শ্ৰীহৰি দুয়ো ইষ্ট-মিত্ৰ। এদিন কেবেলা এহালি খুজি আনি থৈ জয়হৰি ভিক্ষালৈ গ'ল। শ্ৰীহৰিয়ে চাৰিওটা কেবেলা ভাজি খালে। লগৰজন গধূলি বহালৈ আহি পচলাৰে খাব লগীয়া হ'ল।

ওচৰৰ ভকতে এইকথা গুৰুজনৰ আগত কৈ দিলে। দুয়োকো মতাই নি শ্ৰীহৰিৰ আপোন-পেটিয়া স্বভাৱৰ কৰণে খং কৰিলে। দুটা কেবেলা থৈ দুটা খালে হ'লহেঁতেন। এই আদৰ্শ হ'লে অইন ভকতো অবাটে যাব, স্বাৰ্থপৰ হ'ব। গুৰুজনে শ্ৰীহৰিক হাটীৰপৰা খেদি পঠিয়ালে।

শ্ৰীহৰি ওলাই গ'লত তেওঁৰ পাছে পাছে জয়হৰিও জোলোঙালৈ গ'ল। এই খবৰ ভকতে মাধৱক জনালে, তেওঁ পুনৰাই দুয়োকো মতাই লৈ সুধিলে, অনিয়মত চলাবাবে শ্ৰীহৰিৰ ওপৰতহে তেওঁ খং কৰিছে, জয়হৰি লগতে ওলাল কিয়?

পূৰ্বতে গুৰুজনে একৈছটা সম্বন্ধ ঘটাই পৰমবস্তু দিছিল, এতিয়া ভৃত্যৰ বস্তু গৃহস্থে খাওতে যদি এৰিবলগীয়া হয়, তেনেহ'লে গুৰু-

বাক্য নাথাকে। মাধৱদেৱে এই প্ৰসঙ্গত অম্বৰিষ-দুৰ্বাসাৰ আহি কৈ পদ মাতিলে,

মই হৰি চৰাচৰ মই বশ্য ভকতৰ
দুৰ্বাসাৰ আগে দামোদৰ।
একান্ত ভকতে পাই মোক বশ্য কৰিলেক
মই হৰি নোহো স্বতন্তৰ॥

গুৰুজনে এৰিলে, ভকতে ৰাখিলে; তেওঁ একান্ত ভকতৰ বশ্য। ভৱিষ্যতলৈ এখন তামোলকে দুয়োকো ভগাই খাবলৈ কৈ শ্ৰদ্ধাৰে হৰিনাম কীৰ্ত্তন কৰি প্ৰীতি-সুখত থাকিবলৈ মাধৱে আজ্ঞা শুনালে।

মাধৱদেৱ জ্ঞানৰ ভণ্ডাৰ, জ্ঞানময়। তেওঁৰ অজানা একোৱেই নাই, আনৰ অজ্ঞতাখিনিও তেওঁ জানে। কেতিয়াবা প্ৰসঙ্গক্ৰমে থুহুটীয়া আহিঁ কৈ ভকতক তেওঁ জ্ঞান দিবলৈ যত্ন কৰে।

এদিন মাটি কুৰিয়াই থকা ভকত এজনক তেওঁৰ লগৰ ভকতে বাটেৰে যাওঁতে মাত লগালে। ভকতজনে কাণেৰে নুশুনে, তেওঁ মাটি কুৰিয়াই ৰ'ল, নামাতিলে, নাহিল।

গুৰুজনে এই প্ৰসঙ্গত তিনি ক'লাৰ আহিঁ ডাঙি ধৰিলে। এজন ঠাকুৰীয়া, এজনে কোৰ মাৰিছে আৰু অন্য জনৰ ছাগলি হেৰাইছে। পথাৰত কোৰ মাৰি থকা মানুহজনক ছাগলিটো দেখিছেনে নাই বুলি সুধিলত সি উত্তৰ দিলে, সেয়ে তাৰ মাটিৰ সীমা। ছাগলিৰ সম্বেদ দিয়া বুলি সি গুচি গ'ল।

কিছু সময়ৰ পাছত লেঙেৰা ছাগলিটো বিচাৰি পাই মাটি কুৰিয়াই থকা মানুহজনৰ ওচৰলৈ লৈ আহিল। তাৰ কথামতে পালে যেতিয়া ছাগলিটো তাক দি যাব। সি গিজগিজাই উঠিল, ছাগলিৰ ঠেং মানুহজনে কাহানিও ভঙা নাই। দুয়োৰো ভিতৰত তৰ্ক লাগিল, ইয়ো নেৰিছে, সিয়ো সৈমান নহৈছে, ভুকুৰা-ভুকি, কিলা-কিলি হ'ল।

দুয়ো ঠাকুৰীয়াৰ ওচৰত গোচৰ দিলে গৈ। ঠাকুৰীয়াও ক'লা, সি সেইদিনা ঘৈণীয়েকৰ লগত হাই-দ্বন্দ্ব কৰি ভাত নোখোৱাকৈ আছিল। সি ক'বলৈ ধৰিলে, তাঁহাতে যিমান নামাতক কিয়,

নাথায় বুলিছে, নাথায়। ইহঁত দুজনেও নেৰিছে, বিচাৰ কৰি দিবই লাগিব। কাৰো কথা কোনেও নুশুনে।

গাঁৱৰ শঠ এজনে ঘটনাটো লক্ষ্য কৰি আছিল, সি ওচৰ চাপি গ'ল। ছাগলিৰ গৰাকীক চাউল-লোণ-তেল আনিবলৈ পঠিয়ালে। ইজনক কোব মাৰিবলৈ আৰু ঠাকুৰীয়াক ভাত খাবলৈ পঠিয়াই ফাকতে ছাগলিটো ঘৰলৈ আনিলে।

ইয়াত ক'লা-বধিৰ লোকক উপহাস কৰা নাই, কাণেৰে শুনি পোৱা ভকতে হৰিকথা শুনাৰ পাছতো ধৰ্মজীৱন গঢ়ি তোলাৰ ক্ষেত্ৰত নানান ক্ৰুটি-বিচ্যুতি ঘটায়, সেই কথাকে গুৰুজনে প্ৰকাৰান্তৰে ব্যক্ত কৰিছে।

সামিষী-নিৰামিষী দুয়ো শ্ৰেণীৰ ভকত আছিল যদিও, গুৰুধৰ্মত জীৱহিংসা নাই। পশু-পক্ষী, মাছ-কাছ মৰাৰ নিৰ্দেশ নাই। মাধৱদেৱ কোচবেহাৰলৈ যোৱাৰ পথত বঠাপোতা ঘাটত নাৱ ৰখালে।

কেইজনমান গৃহী ভকত অলপ দূৰৈত শৌচ কৰিবলৈ গৈ চিপ-চিপিয়াকৈ পানী থকা ডোবাত বৌ, বৰালি; শোল এমখাই ধৰফৰাই জঁপিয়া-জপি কৰা দেখিলে। মৎস্যভোজী চৰাই কেতবোৰে সকবোৰ ধৰি ধৰি খাইছে। ভকতে ডাঙৰ মাছ কেইটামান কাপোৰৰ আঁচলত বান্ধি লৈ আহিল। এই কাণ্ড দেখি মাধৱদেৱে তেওঁলোকৰ ওপৰত খং কৰিলে। এজন ভকতে লাহেকৈ উত্তৰ দিলে, নধৰাহেঁতেনো দুই-এদিনৰ ভিতৰতে পানী অবিহনে আটাইবোৰ মাছ মৰি থাকিলহেঁতেন।

এইকথা শুনি মাধৱে ভকতৰ আগত দৃষ্টান্ত এটি ক'লে,—এজন বুঢ়া বামুণৰ অসুখ, প্ৰায় যোৱা-খোৱা অৱস্থা। মৃত্যুৰ পূৰ্বমুহূৰ্তত ওচৰ চপাত তুলসীৰ গুৰিলৈ উলিয়ালে। এনে সময়ত কোনোবাই বুঢ়া বামুণক টঙনিয়াই মাৰিলে বধ কৰোঁতাৰ গাত ব্ৰহ্মবধ পাতক নালাগিব নে?

কোনো অৱস্থাতে জীৱহিংসা নকৰাৰ এটি সুন্দৰ দৃষ্টান্ত গুৰুজনে ভকতৰ আগত ডাঙি ধৰি তেওঁলোকৰ প্ৰবৃত্তি নিৰ্মূল কৰিলে।

গুৰুজন য'লৈ না-যাওঁক, ত'তেই অসংখ্য মানুহৰ সমাগম, লোকে লোকাৰণ্য। মাধৱদেৱৰ করুণাভৰা দৃষ্টিত বহু হৃদয় তৃপ্ত হয়, বহুতে তেওঁৰ শ্ৰীমুখনিস্যন্দী অমৃত সাগৰত বুৰ মাৰি পৰমাৰ্থৰ হীৰা-মাণিক বুটলি তোলে আৰু বহুতে তেওঁৰ ওচৰত ধৰ্মবস্তু নতুনকৈ গ্ৰহণ কৰি জীৱন সাৰ্থক কৰে।

ভেলা মধুপুৰলৈ যোৱাৰ আগতে কোচবেহাৰত ৰাম ৰাম আতৈৰ নৱনিৰ্মিত ঘৰত থাকোঁতেও বহুতে শৰণ লৈছে। ভকতৰ সংখ্যা বহুত, নতুন ঠাই, ভিক্ষা কৰিলেও নুকুলায়, নিদিয়ে। সেই অঞ্চলৰ যোত্ৰবান ভকতে পৰিস্থিতিৰ গুৰুত্ব বুজি দুই-চাৰিজনকৈ নিজৰ ঘৰলৈ নি ৰখাৰ ব্যৱস্থা কৰিলে। এনেকৈ ভগাই লোৱাত গুৰুজনৰ লগত ভকত নোহোৱাই হ'ল।

তেতিয়া গুৰুজনে বগৰ কৰি ক'লে, তেওঁক লওঁতা কোনো নহ'ল। ভকতে উত্তৰ দিলে, প্ৰভুক লওঁ বুলিবলৈ কাৰো সাহস নাই। মাধৱদেৱে ইয়াৰ উত্তৰত দুটা দৃষ্টান্ত ডাঙি ধৰিলে।

চৰাইৰ পাখি কাঢ়িলে ক'লৈ উৰিব পাৰে? গুৰুজনৰ পাখি স্বৰূপ বান্ধৱ ভকতসমূহ, তেওঁলোক নাথাকিলে কাৰ সৈতে হৰিগুণ গাই থাকিব?

দ্বিতীয় দৃষ্টান্তত ক'লে, এজন ৰজা মৃগয়ালৈ গৈছিল। পাত্ৰ-মন্ত্ৰী, বৰুৱা-ফুকন আৰু বহুতো বিষয়া তেওঁৰ লগত আছিল। জেঠ মহীয়া ৰ'দ, অৰণ্যৰ ভিতৰতো অসহ্য গৰম। হঠাতে এজোপা আম গছ দেখি পকা আমবোৰ পৰাই আনি তামুলিয়ে সবাকে দুই-এচকল ভগাই দিয়ালে। বৰ চমৎকাৰ সোৱাদ, ৰজাৰ লগতে মন্ত্ৰী-ফুকন সকলোৱে শলাগিলে।

ৰজাই আদেশ দিলে, গছজোপা উভালি লৈ ৰৰ চ'ৰাৰ কাষত কই দিব লাগে। এই আদেশ শুনি বুঢ়া মন্ত্ৰীয়ে উত্তৰ দিলে, মহাৰাজ, বুঢ়া গছজোপা তুলি কলে নহ'ব, শুকাই মৰি যাব।

গতিকে, হাবিৰ মাজতে ৰখীয়া নিয়োগ কৰিলে ৰাজ-কাৰেঙতে সময়মতে আম পাই থাকিব। মন্ত্ৰীৰ পৰামৰ্শত ৰজা সন্মত হ'ল।

দৃষ্টান্তৰ উপসংহাৰত মাধৱদেৱে মন্তব্য কৰিলে, যিয়ে যি-কেইজন ঘৰলৈ ল'ব খুজিছে তেওঁলোকৰ খৰছখিনি ইয়াত যোগালে কিনি-কুতি খুৱাব পৰা হ'ব। কিয়নো, ভকতবন্ত পৰ্বতৰ গহ্বৰত থকা সিংহ, ইয়াৰ ৰখীয়া কোন ওলাব? গৃহলৈ গ'লে দুঃসঙ্গত পৰি ৰ'ব কেনেকৈ? ইয়াৰ পৰাও যাব তাতো ৰ'ব নোৱাৰিব।

পূৰ্বপ্ৰতিশ্ৰুত ভকতসকলে গাইপতি চাউল-পাতখিনি গুৰুথানত দিবলৈ সন্মত হ'ল।

জীৱন আৰু যদুমণি আতৈ পাঁচ টকা, কাপোৰ এযুৰি, শৰাই আৰু চাকি এগচিকৈ আগবঢ়াই পৰম শ্ৰদ্ধাৰে গুৰুজনক তত্ত্বকথা সুধিলে। নাম-দেৱ, ভকত-গুৰু, অন্তৰংগ সৈতে সাত প্ৰকাৰে চৰ্চি মূলতত্ত্ব তেওঁলোকক বুজাই দিলে।

ভকত দুজনৰ টকা আৰু কাপোৰ লৈ গুৰুজনে ব্ৰহ্মাণ্ড পুৰাণৰ আৰ্হি এটি ক'লে, হৰিদ্বাৰৰ ৰজা হৰগোবিন্দৰ এবাৰ যক্ষ্মা ৰোগ হ'ল। বহুতো বেজে শ-হেজাৰ খৰছ কৰি ঔষধ প্ৰস্তুত কৰাই খুৱালে, কিন্তু লাভ একো নহ'ল। কিছুদিন পাছত সন্ন্যাসী এজনে ঔষধ দি গ'ল, ৰজাই অৱহেলাকৈ খালে।

এবছৰ পাছত সন্ন্যাসী আহি খবৰ কৰিলে, ৰজাৰ অসুখ ভাল হোৱা নাই। সেইবেলি তেওঁ এহেজাৰ খৰছ কৰি ঔষধ প্ৰস্তুত কৰিলে। ৰজাৰপৰা একলাখ লৈ সেই ঔষধ খাবলৈ দিলে। এইবেলি ৰোগ নিৰাময় হ'ল। ৰজাই এইবাৰ নিশ্চিত মনেৰে খাইছিল কাৰণে আৰোগ্য লাভ কৰিলে। এতেকে নিশ্চয়ত পাৰ, অনিশ্চয়ত সংসাৰ।

নাৰায়ণ লস্কৰে জনাৰ্দন আতৈত গুৰুবাক্যৰ বিষয়ে সুধিলে, তেওঁ বুজা নাই। পেটে পেটে লস্কৰক দেখিব নোৱাৰে, আতৈ হুমতুম নামাতিলে। লস্কৰৰ মতে মুকুন্দ আতৈক গুৰুজনে আজ্ঞা কৰা-হেঁতেন আতৈ আগ-গুৰি ক'লেহেঁতেন।

গুৰুজনে এইকথা শুনি কেঁকোৱাৰ আহিঁ ক'লে। এই আহিঁ পুৰাণ-উপপুৰাণৰ ৩হয়, পৰ্যবেক্ষণৰ ওপৰত লোক-পৰাম্পৰাভাৱে ই চলি আহিছে। ভাদ মাহত কেঁকোৱাই দ গাতত সোমাই গভীৰ পানীত পৰি থাকে। তেনেকৈ থাকিলে ই শকত-আৱক হয় আৰু ইয়াৰ চৰ্বি বাঢ়ে। লৰি ফুৰা কেঁকোৱা ক্ষীণ, চৰ্বিহীন আৰু অস্থিৰ। ইয়াক শিয়াল-কুকুৰ-কাউৰিয়ে পালে খায়। গতিকে, এক ঠাইত খন্দা সজ, বহু ঠাইত খান্দিলে বৃথা শ্ৰম। কেঁকোৱাৰ আহিঁৰে ভকতে মনৰ স্থিৰতা বঢ়াব লাগে।

কেতিয়াবা সাধাৰণ কাৰ্যকলাপ একোটা সুন্দৰ দৃষ্টান্তৰে গুৰুজনে বুজাই দিছিল। এবাৰ ঠাকুৰ আতাই সখিয়েকৰ বাৰ্তা ল'বলৈ পুতেক পৰমানন্দক মধুপুৰলৈ পঠিয়ালে, মাধৱদেৱে সখিয়েক, গোসাঁনা আই, মথুৰা দাস, বুঢ়া আতা প্ৰভৃতি সকলোৰে চমু বাতৰি সুধি পৰমানন্দৰ খোৱা-বোৱাৰ ব্যৱস্থা কৰিবলৈ ভকতক আদেশ কৰিলে ; পাছত তেওঁ বিতংকৈ সুধিব।

পথশ্ৰমত ক্লান্ত হৈ পৰমানন্দ খাই-বৈ শুলে, পুৱাহে সাৰ পালে। প্ৰাতঃকৃত্য সমাপন কৰি গা ধুই গুৰুজনৰ ওচৰলৈ গ'ল। এই সম্পৰ্কত গুৰুজনে এটি দৃষ্টান্ত ডাঙি ধৰিলে।

এজন মানুহে ৰজা-ঘৰত খাটনি কৰি গধূলি ঘৰলৈ আহিল। খাই-বৈ ক্লান্ত দেহ-মনেৰে তেওঁ বিছনাত পৰিল, শুলে। পুৱা সাৰ পালে। ঘৈণীয়েক পানীৰ ঘাটলৈ যাওঁতে চুবুৰীয়া তিৰোতাই তেওঁক গিৰীয়েক ঘৰলৈ অহাৰ বিষয়ে সুধিলে। তেতিয়া তিৰোতাজনী উত্তৰ দিলে, আহিল-নাহিল কিহত লাগিল, গধূলি শুই পুৱা জাগিল।

পৰমানন্দইও তেনে কৰিলে, গ'ল নিশা সখিয়েকৰ বিস্তৃত খবৰ সুধিবলৈ বৈ থকাতো পৰমানন্দ নাহিল, ওৰে নিশা শুই পুৱাহে ওলাল। তেওঁ গুৰুজনৰ চৰণত আকৌ এটি প্ৰণাম জনালে।

ধনী-মানী ৰাজ-বিষয়াই নামধৰ্ম লোৱাৰ পাছতো সৎপথত নাথাকি দম্ভ অহংকাৰ দেখুৱাই ফিতাহি মাৰি ফুৰা মাধৱদেৱে ভাল

নাপায়। ঘিলা বিজয়পুৰৰ বযুদেৱ বজাৰ বিষয়া হাজৰা আতৈ কেইবাখনো ভাৰসহ গুৰুজনক সেৱা কৰিবলৈ আহোঁতে তেওঁ পিছমুখ দিলে। গুৰুবাক্য নৰখা অনাচাৰী লোক তেওঁৰ শিষ্য নহয়, স্পষ্টকৈ কৈ দিলে। তেওঁৰ কথাও ফাকি-ফুকা নাই; মিছা তোষামোদৰ আৱৰণ নাই।

হাজৰা আতৈৰ পেটত হাত-ভৰি লুকাল, তেওঁ কান্দি-কাতি গুৰুজনৰ আগত দীঘল হৈ অনেক স্তুতি-নতি কৰিলে। তেওঁ এজন মহা মূৰ্খ হোজা বিষয়া, খোঁৱাৰ খোজে পতি জগৰ, তেওঁৰো দায়-দোষ হোৱা স্বাভাৱিক। ক্ষমাৰ অৱতাৰ গুৰুজনে আতৈৰ দোষ মৰিষণ কৰিব লাগে।

ক্ষমাশীল মাধৱে সন্তোষিত হৈ হাজৰা আতৈৰ কালে মুখ ঘূৰাই এটি আহি ক'লে, ব্ৰহ্মাণ্ডত বিষয়-পৰমাৰ্থৰ চাৰি শ্ৰেণীৰ লোক, উত্তমোত্তম, উত্তম, মধ্যম আৰু প্ৰকৃত। উত্তমোত্তমে পুৱা নিত্যনৈমিত্তিক কৰ্ম কৰি গা ধুই গৰুসেৱা কৰে; তাৰ পাছত বিষয়া হ'লে মেল সোধে। চিৰা-চেনী-পগা গাখীৰৰ জলপান কৰি দুপৰীয়া ভাত খাই শোৱে। আবেলি আকৌ কোমল-চাউল দৈ-কল-চেনীৰ এবাটি জলপান খাই ৰাজকাৰ্যত বহে। গধূলিও আথৈৰ মণ্ড', বাতাচা, ফেনি, লুচি, জিলাপী আদি খোৱাৰ পাছত বিছনাত বাগৰ দিয়ে।

শ্ৰীশংকৰদেৱৰ ধৰ্মতো সেই ক্ৰম, যি-সকলে চাৰি প্ৰসঙ্গ কৰে তেওঁলোক উত্তম, তিনিত মধ্যম, দুইত নিকৃষ্ট আৰু মাথোন এটি প্ৰসঙ্গত প্ৰকৃত, নিঃকিন।

চাৰিটি প্ৰসঙ্গ কৰাৰ উপৰিও যিজন হৰিকথা-সুখত বহিব পাৰে তেওঁ উত্তমোত্তম, সন্ত। হৰিকথা শ্ৰৱণও ভগবান শ্ৰীকৃষ্ণ আঁৰ হৈ নাথাকে, থাকিব নোৱাৰে। এদিন দেৱৰ্ষি নাৰদ বৈকুণ্ঠলৈ গৈ দেৱতা-সকলৰ সৈতে ব্ৰহ্মসভাত উপৱিষ্ট বিষ্ণুক দৰ্শন কৰি বুজিলে তেওঁৰ স্বকীয় শক্তি হ্ৰাস হৈছে। নাৰদ ধ্যানস্থ হৈ গম পালে, শ্ৰীকৃষ্ণ নিজ দেহত নাই, পৰমভক্তৰ অন্তৰত ব্যাপ্ত হৈ আছে।

মাধৱ দেৱে নাম-ঘোষাত কৈছে,—

একান্ত ভকত সবে    নিৰ্গুণ কৃষ্ণৰ গুণ
গায়ে সদা বসিয়া যথাত।
বৈকুণ্ঠকো পৰিহৰি    যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত ॥৭

চাৰিটি বস্তুৱে মূল, সহস্ৰ নাম শিল, পুৰাণ-ভাৰত-ভাগৱত হৈছে ইটা, বেদ-বেদান্ত-উপনিষদ কৰাল, চূণ-গুড়-মাহ ; বাইছ অৱতাৰে দেহ, দহ অৱতাৰে চাল, শত-নাম গলধন, আশীবিধ ভক্তিয়েই চোৰাংচোৱা। চাৰিবিধ শ্ৰৱণ আৰু পাঁচ প্ৰকাৰ কীৰ্ত্তনেই ভমকা-ফুলীয়া ফুল, নবিধ ভক্তি আৰু ওঠৰ ৰসে সৰু সৰু বুটা ; চৈধ্য প্ৰসঙ্গ হৈছে কলহ,—নিৰ্গুণা, ভাগৱতী, অন্তৰংগা, বিৰলা, কেৱলা, সপ্ৰেমা ভকতিৰ ভাণ্ডাৰ। পঞ্চৰসে ৰহণ, পঞ্চতত্ত্বই জ্যোতি ; শ্ৰৱণ-চক্ৰই অন্তৰৰ পাপ-মাখি চুছেও কৰে। হৰিভক্তি সুখত থকা এই পৰম তাত্ত্বিক ভকতক হাজৰা আতৈ নিন্দা-অসূয়া কৰা অনুচিত।

গুৰুজনৰ তত্ত্বকথা শুনি আত্মন্তৰি শিষ্যই আত্মগ্লানিৰে নিজৰ ভুল-ক্ৰটি সংশোধন কৰিলে।

ঘোঁৰাঘাটৰ অনন্ত আতৈ নিশা গুৰুজনৰ ভৰিত তেল-টেঙা ঘঁহি দিয়ে, কোঁতিয়াৰা বিচে, টোপনি আহিলে লাহেকৈ উঠি যায়। এনিশা স্বেচ্ছাই লক্ষ্মীকান্ত আতৈ পৰিচৰ্যা কৰিবলৈ আগবাঢ়িল, অনন্ত আতৈ সম্মত নহয়, গুৰুজনে খং কৰিব।

প্ৰভুৰ চৰণামৃত উপভোগ কৰিবলৈ সকলোৰে সমান অধিকাৰ আছে, লক্ষ্মীকান্তই একোপধ্যে নেৰাত অনন্ত আতৈয়ে সম্মতি দিলে। অলপ সময়ৰ পাছত মাধৱদেৱে সাৰ পালে, তেতিয়া আতৈয়ে ক'লে, অনন্ত আতৈক প্ৰাৰ্থি হে তেওঁ গুৰুজনৰ ভৰি চুইছে, কিজানিবা দুখকষ্টৰ মাজেদি অহা জীৱে বাসনা এৰাব পাৰে। বলি ৰজাই গুৰুপদ অৰ্চি মহাঐশ্বৰ্য লাভ কৰিলে, গংগাৰ উৎপত্তি পানীত ; তেনেকৈ তেওঁ কৰ্ত্তব্য ফেৰালৈ আগবাঢ়িছে।

মাধৱদেৱে তেতিয়া ভকতৰ সংশয় দূৰ কৰিবলৈ হনুমন্তী কাব্যৰ

আহিঁ এটি ডাঙি ধৰিলে। বিকুচিং দেশৰ বীৰমল ৰজাই তেওঁৰ চাকৰ-নাকৰক মাহেকত এটকাকৈ আৰু তামুলী বিষয়াক পাঁচ টকাকৈ দৰমহা দিয়ে। ৰাণীয়ে এই বৈষম্যমূলক কাৰ্যত অধৰ্ম হোৱা বুলি আপত্তি কৰিলে। একটীয়া পেটত পাঁচ কঠা আৰু পাঁচ কঠীয়াত একঠা ঘোৰ অন্যায়।

এদিন ৰজাই দুজন চাকৰক হইবৰ সদাগৰৰ আগত ৰাজ-আজ্ঞা শুনাবলৈ পঠিয়াই দিলে। সদাগৰে তাঁহাতৰ ওপৰত গুৰুত্ব সহকাৰে কথা-বতৰা সহকাৰে না পাতিলে। ৰজাই তেতিয়া দুজন তামুলীক পঠিয়ালে। সদাগৰে তেওঁলোকক আদৰ-সাদৰ কৰি চাবিশ টকা ৰাজহৰ সৈতে বিদায় দিলে।

ৰজাই ৰাণীৰ আগত সদাগৰৰ ব্যৱহাৰৰ পাৰ্থক্য দেখুৱাই যোগ্যতা অনুযায়ী কৰ্মচাৰীক দৰমহা দিয়াৰ কথা পুনৰ সঁকীয়াই দিলে। তেনেকৈ লক্ষ্মীকান্ত আতৈও গুৰুজনৰ মতে পাঁচ-টকীয়া।

# অসমৰ মথুৰা পুৰী

মাধৱদেৱ সুন্দৰীসত্ৰত বাৰ বছৰ আছিল। সেই কালছোৱাৰ ভিতৰতে দূৰ-কাষৰ অনেক লোক তেওঁৰ ওচৰলৈ আহি ধৰ্ম গ্ৰহণ কৰিলে। ভকতসকলৰ মাজত গোপাল আতা, বৰ বিষ্ণু আতা, মথুৰা দাস বুঢ়া আতা, বংশী গোপাল প্ৰভৃতি ভালে কেইগৰাকীয়ে গুৰুৰ উপদেশত দৃঢ়ভাৱে থাকি সাধন-ভজনৰ উচ্চস্তৰত উপনীত হ'ল। কীৰ্তনঘৰত নিয়মিত ধৰ্মচৰ্চা, হৰি-কথাৰ শ্ৰৱণ-কীৰ্তন আৰু শাস্ত্ৰ আলোচনাৰ উপৰি ঠায়ে ঠায়ে সমূহীয়া নামকীৰ্তনৰ বিপুল আয়োজনৰ ফলত ধৰ্ম-প্ৰচাৰৰ অনুকূল পৰিবেশ এটি গঢ়ি উঠিল। শংকৰদেৱৰ সময়ত থকাৰ নিচিনাকৈ ৰাজঘৰীয়া বাধা-নিষেধৰ বিৰুদ্ধে তেতিয়ালৈকে তেওঁ যুঁজিবলগীয়া হোৱা নাছিল।

হঠাতে এটা দুৰ্ভাগ্যজনক ঘটনাই ভক্তপ্ৰাণ মাধৱৰ অন্তৰখন বিদীৰ্ণ কৰিলে, তেওঁ সুন্দৰী এৰিবলৈ সংকল্পিত হ'ল। ভকত-বিদ্বেষী দুৰ্জনৰ লগত কোনো প্ৰকাৰে মোকামিলা নহয়, গুৰুজন সুন্দৰী এৰি যাবই। গজালি ওলোৱা ধাননি পথাৰৰ মাজেদি বাট চমুৱাবলৈ আগতেও দুই-চাৰিজন অহা-যোৱা কৰাৰ খোজ দেখি ভকত দুজন পথাৰেৰে পোনাই গ'ল। সেইখন খীৰা মৰলইতৰ ধাননি পথাৰ, মৰলৰ ভায়েকে পথাৰৰ সিটো মূৰৰপৰা গিজগিজাই খেদি আহি দুয়োজন পথরুৱাক দকচি গালি-শপনি দিবলৈ ধৰিলে। ভকত দুজনে নমতাকৈ গৈ আছিল, মৰলে এজনৰ কান্ধত নাঙলৰ ডিলা-মাৰি লগাই পথাৰত কেইপাক মান ঘূৰাই এৰি দিলে।

দুয়োজন অত্যন্ত অপমানিত হৈ গুৰুজনৰ ওচৰলৈ আহি কান্দি-কাতি তেওঁলোকৰ ওপৰত দেখুৱা পাশবীয় আচৰণৰ বৰ্ণনা ডাঙি ধৰিলে। ভকতৰ লাজ-অপমানত তেওঁ অতিকৈ ব্যথিত হৈ পৰিল, লগে লগে থিৰ কৰিলে, এই অশালীন পৰিবেশৰ মাজত আৰু এক

মুহূৰ্ত্ত নাথাকে। এইয়া কেৱল ভকতৰ অপমান নহয়, তেওঁলৈ দেখুৱা দুৰ্ব্যোৰ অমৰ্যাদা আৰু অসূয়া।

কিন্তু যাব ক'লৈ? গুৱাকচালৈ নে ভৱানীপুৰলৈ? গুণা-গথা কৰি থাকোঁতে মথুৰা দাস বুঢ়া আতা আহি গুৰুজনক প্ৰণাম কৰিলে। কন্তেক সময়ৰ ভিতৰতে বুঢ়া আতাই জানিলে, গুৰুজন যাবলৈ ওলাইছে, মনৰ বেজাৰত খোৱা-বোৱা কৰা নাই। বুঢ়া আতাই আৰু পলম নকৰিলে, মাধৱদেৱৰ অনুমতি-সাপেক্ষে তেতিয়াই কানি-কাপোৰ সাজ-বাচন আৰু পুথি কেইখন গুটিয়াই ভাৰ বান্ধি পৰম আগ্ৰহেৰে কঢ়িয়াই লৈ গ'ল।

মথুৰা দাস যোৱাৰ পাছতেই ভৱানীপুৰৰ আতা আহি ওলাল। সমস্ত বৃত্তান্ত শুনি গুৰুজনক তেওঁ ভৱানীপুৰলৈ যোৱাৰ বাবে প্ৰাৰ্থনা জনালে। উহুঁ, তেওঁ যাব নোৱাৰে, মথুৰা দাসে বহাটিৰ যথাসৰ্বস্ব ভাৰ বান্ধি লৈ গ'ল। মাধৱদেৱ তাঁতীকুচি (বৰপেটা)-লৈহে যাব। গোপাল আতাক বুজাই কৈ ভকতসকলৰ সৈতে গীত-পদ গাই গুৰুজনে যাত্ৰা কৰিলে।

ভকতৰ সৈতে গুৰুজন বৰপেটা বিলৰ পাৰত উঠিলত বুঢ়া আতাই তেওঁলোকক নাৱেৰে পাৰ কৰি লৈ গ'ল। সিপাৰে তাঁতীকুচি, চোমতালিৰ দাঁতিত ৰামৌ বুঢ়াই নতুনকৈ ঘৰ এটি সজাইছিল, সেই ঘৰত মাধৱদেৱ ভকত সমন্বিতে নিশাটো নাম-গুণ গাই পৰম সুখেৰে কটাই দিলে। সেই নিশা হৰিকীৰ্ত্তনত ইমান সন্তোষ লাগিল যে তেওঁ প্ৰবাসত থকা বুলি ভাবিবই নোৱাৰিলে, যেনিবা সুন্দৰীতহে আছে।

ঘৰটো তিনি কোঠালিৰ যদিও, নাম গাবলৈ বৰ ঠেক। দুই সপ্তাহৰ পাছত বুঢ়া আতাৰ পৰামৰ্শ অনুসৰি ৰামৌ বুঢ়াৰ ওচৰলৈ গৈ মাধৱদেৱে কীৰ্ত্তনঘৰ সাজিবলৈ বুঢ়াৰ প্ৰকাণ্ড বাৰীখনৰ চুক এটি বিচাৰিলে। ঘৰখনত মাথোন বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী নাই। চোন গছত মুগা একোবাহ মেলি কোনোমতে সিহঁত প্ৰবৰ্ত্তি আছে, বুঢ়াৰ মনটো কেঁকোগেখো।

মাধৱদেৱে বুজাই ক'লে, ঠাইডোখৰৰ ওপৰত কীৰ্ত্তনঘৰ সজা হ'লে দিনে-নিশাই হৰিনাম ধ্বনিত হ'ব, জীৱৰ কুশল সাধিব আৰু তেতিয়া ভাত-কাপোৰৰ অভাব নাথাকিব। বেছিকৈ ক'বলগীয়া নহ'ল, মাধৱ পুৰুষৰ ব্যক্তিত্বই বুঢ়াক মোহিত কৰিলে; মাটিডোখৰ দিবলৈ তেওঁ সন্মত হ'ল।

কিন্তু অভজনীয়া লোক, তেওঁৰ দান গ্ৰহণ কৰা সমীচিন নহয়, সেই প্ৰসঙ্গ উত্থাপিত হোৱাৰ লগে লগে বামৌ বুঢ়াৰ মনত সৎবুদ্ধিৰ উদয় হ'ল, তেওঁ শৰণ লোৱাৰ প্ৰতিশ্ৰুতি দিলে। সঁচাকৈ পিছদিন ব্ৰতে-উপবাসে বৈ তেওঁ মহাপুৰুষীয়া ধৰ্ম গ্ৰহণ কৰিলে।

মাটিডোখৰ হ'ল, কিন্তু ঘৰ নিৰ্মাণৰ সমস্যাই দেখা দিলে। গুৰুজনৰ নিৰ্দেশত ভকত সকল দিহা-দিহি গৈ কাঠ-বাঁহ সংগ্ৰহ কৰিলে। অলপ দিনৰ ভিতৰত মাধৱদেৱে দিয়া জোখ অনুযায়ী খুটা-চ'তি-কৰা-মাৰলি-বেতৰ সূঁত কাটি উলিয়ালে। চ'তি এটা সুজুৰিল, চুটি হ'ল; অন্য এঘৰৰ বাৰীৰপৰা পুনৰ চ'তি এটা কাটি আনিলে, জুখি চাই দেখিলে, এহাত কম। ভকতে গুৰুজনৰ আগত ক'লে, ইমান কষ্ট কৰি কাটি আনি চাচি-চুকুকি লোৱাৰ পাছত চতিটো এহাত কম হ'ল।

মাধৱদেৱে শ্ৰীৰামক লগত লৈ গৈ ভৰিৰে চ'তিটো স্পৰ্শ কৰি পুনৰাই জুখি চাবলৈ ক'লে। কি আচৰিত, এইবাৰৰ জোখত এহাত বেছি হ'ল। এই ঘটনাটো দেখাত অলৌকিক যদিও আগতে জোখ-কৰি চাওঁতে কিজানি ভুল হৈছিল, পাছত মাধৱদেৱৰ সন্মুখত ধীৰে-সুস্থিৰে জোখাত আচল জোখ ওলাল। নহ'লে গুৰুজনৰ ইচ্ছাশক্তিৰ প্ৰভাৱত অসম্ভৱো সম্ভৱ হ'বগৈ পাৰে। যি কি নহওঁক, চৰিতকাৰ-সকলে মাধৱদেৱৰ অলৌকিক মহিমা দেখুৱাৰ কাৰণে এই ঘটনাৰ উল্লেখ কৰিছে, তাত অকণো সন্দেহ নাই।

সেই সময়ত বৰপেটা অঞ্চলত কাঠমিস্ত্ৰী দুই-চাৰিজন আছিল যদিও, গুৰুজনে অভজনীয়া লোকৰ হতুৱাই পবিত্ৰ হৰিগৃহ কৰাবলৈ হয়তো নিবিচাৰিলে। সেয়ে দক্ষিণ পাৰৰ কৃষ্ণ আতৈ, তেওঁৰ পুতেক ৰাম আৰু বিভীষণ আতৈক বাঢ়ৈ হিচাপে অনালে।

চ'ভিব বর্ধিত কাঠখিনিৰে গুৰুজনৰবাবে এখন পীৰা চাচি দিলে। ঘিলাখুৰীয়া পীৰাখন বিভীষণ স্তুতাৰে এবাৰ-ত্বৰাৰকৈ তিনিবাৰ চাচিবলগীয়া হ'ল। গুৰুজনে এই বিষয়ত উল্লেখ কৰিলে, ভক্তিবস্তুও তেনেকৈ মন-বুদ্ধি লক্ষ্য কৰি ভকতৰ আগত তিনিবাৰ ক'ব লাগে।

কাঠৰ প্ৰকাণ্ড খুটা-চ'তি লগোৱা কীৰ্ত্তনঘৰ, মণিকূটৰ ভিতৰত স্থাপনকৰা আসন প্ৰভৃতি সকলোখিনি সাজি উলিয়ালে। মিস্ত্ৰীৰ কৰ্মনিপুণতাৰ উপৰিও অন্তৰত ভক্তি-শ্ৰদ্ধা অটুট থকা কাৰণে নিৰ্মাণ-কাৰ্য সুচাৰু আৰু সুন্দৰ হ'ল। কৰ পাটত জয়-বিজয়ৰ কাঠৰ মূৰ্তি, দুৱাৰ আৰু বেৰৰ ওপৰত সুনিপুণ হাতৰ লতা-ফুল, দশ-অৱতাৰৰ বিভিন্ন ৰূপ। কীৰ্ত্তনঘৰৰ খুটা-চ'তি, দুৱাৰ-বেৰ খৰিমাটি, বাওপতা, বালিচন্দা আদিৰে ইমান সুন্দৰকৈ সজোৱা হ'ল যে সাধাৰণ মানুহৰ দৃষ্টিত ইয়াক সোণ-ৰূপৰ ঘৰ বুলি বিবেচিত হ'ল। বোধকৰোঁ মাধৱ দেৱে শাস্ত্ৰত উল্লেখ থকা ভগবান কৃষ্ণৰ বৈকুণ্ঠপুৰীৰ ঘৰৰ আৰ্হিত এই পবিত্ৰ হৰিগৃহ নিৰ্মাণ কৰালে।

সেই সময়ৰ বৰপেটা আছিল বৰ্ত্তমানতকৈ দ আৰু জলাহ ঠাই, খাল-বিল-জান আৰু পিতনিৰে ভৰা। বাহঁ নাছিলেই, মাধৱদেৱে কীৰ্ত্তনঘৰ সজোৱা সময়ত বজালী অঞ্চলৰপৰা বাঁহ অনাবলগীয়া হৈছিল। গুৰুজন ভকতৰ সৈতে গৈ বাঁহ কটোৱাই নদীয়েদি উটুৱাই লৈ আহিছিল। ৰভিয়ালঘৰ সাজোঁতে গুৰুজনে অকল জোখ-মাফ আৰু নক্সা আঁকি দিয়াই নহয়, তেওঁ কাঠ-বাঁহৰ সংগ্ৰহৰ ক্ষেত্ৰতো বেছ কষ্ট কৰিলে। ঘৰৰ নিৰ্মাণকাৰ্য চলিথকা কালত গুৰুজনে প্ৰসঙ্গক্ৰমে ঘোষা ৰচি গাই মিস্ত্ৰী আৰু ভকতৰ মন বিষ্ণুভক্তি সাগৰত বুৰাই ৰাখিছিল।

প্ৰকৃততে ৰভিয়ালঘৰ নিৰ্মাণৰ অন্যতম প্ৰেৰণা আছিল মাধৱদেৱৰ সখিয়েক ঠাকুৰ আতা। তেওঁ ভাবিছিল সৌষ্ঠৱপূৰ্ণ বাছকৰনীয়া কীৰ্ত্তনঘৰ সজাব পাৰিলে বহুতৰ মন আকৰ্ষিত হ'ব আৰু তেতিয়া বহুতে নামধৰ্ম গ্ৰহণ কৰি ভাগৱতীসমাজ সম্প্ৰসাৰিত কৰাৰ ক্ষেত্ৰত সহায়ক হৈ পৰিব। আঁচনি অনুসৰি কাৰ্যও হ'ল, ৰভিয়ালঘৰত

অকল ধৰ্মচৰ্চাই নহয়, নটুৱা-নাচ, ছালি-নাচ, ঝুমুৰা-নাচ আৰু নানান গীত-পদ-ভটিমাৰ আকৰ্ষণীয় উপস্থাপনত হেজাৰ হেজাৰ দৰ্শক মোহিত হ'ল। নৃত্য সম্পৰ্কেও গুৰুজনৰ বিশেষ জ্ঞান আছিল, ৰংগাৱনগৃহত তেওঁৰ সুযোগ্য পৰিচালনা আৰু নিৰ্দেশনাত শাস্ত্ৰীয় নৃত্য প্ৰদৰ্শিত হৈছিল।

নাচনিয়াৰ ডেকা ভকতৰ মূৰত নকল-চুলিৰ খোপা, গাল-মুখত চন্দন-কুঙ্কুম-হেঙুল-হাইতালৰ প্ৰসাধন, চকুত কাজল, বক্ষবন্ধনীৰ তলত কৃত্ৰিমউঠন বুক আৰু চাদৰ-মেখেলাৰে সাইলাখ গাভৰুসাজত নটুৱা উলিয়ালে। দৰ্শকবৃন্দ স্তব্ধ, বিমুগ্ধ, তেওঁলোকে ভাবিলে, ল'ৰা নহয়, ছোৱালী সাজি-পাৰি শাস্ত্ৰীয় ভঙ্গীৰে মঞ্চত নৃত্য কৰিছে।'

এই কাৰ্য দেখি আগগুৰি ভাবিব নোৱাৰা বহুতো সংৰক্ষণশীল লোক ধহমহাই উঠিল, মাধৱে পৱিত্ৰ-ৰভিয়াল ঘৰৰ ভিতৰত জয়ৰী ছোৱালী নচুৱাই সমাজখন ব্যভিচাৰী কৰিলে। আবুৰৰ জীয়ৰী বাজলৈ উলিয়াই সমাজৰ সাতাম-পুৰুষীয়া ৰীতিৰ ওপৰত কুঠাৰাঘাত কৰি মাধৱদেৱে আকৌল-ছুৰমত সকলো নাৰ কৰিলে। ধৰ্মৰ নামত ঘোৰ অধৰ্ম, আজি ৰভিয়ালঘৰ, কাইলৈ সকলো ঠাইত এই অনাচাৰ সংক্ৰমিত হোৱাৰ সম্ভাৱনা তেওঁলোকে মুই নকৰিলে। সেই চামে ঈৰ্ষা-অসূয়াৰ বশৱৰ্তী হৈ মাধৱদেৱক সন্দিহান চকুৰে চাই নানান কথা ৰটি ফুৰিবলৈ ধৰিলে। লোকক দেখুৱাই উদাসীন, সিফালে আনৰ জীয়ৰীৰ লগত অবৈধ হুলিগলি, ছিঃ ছিঃ একেবাৰে নাক-কাণ কটা যোৱা কথা। সেই মথা মানুহৰ কাণ্ডজ্ঞান নাই, মাধৱদেৱৰ বয়সৰ হিছাপ কৰিবলৈও তেওঁলোক অক্ষম।

বৰদোৱা গুৰু-চৰিতত আছে, 'সকলো ভকতে যত্ন কৰি অতিশয় বৃহৎ নামঘৰ সাজি বেৰৰ চাৰিওফালে বালিচন্দা খুৱাই দেখিবলৈ সুন্দৰ কৰি তুলিছিল। ভাগৱত থাপনা কৰি নামঘৰ প্ৰতিষ্ঠা কৰা হৈছিল। প্ৰতিষ্ঠা দিৱসত ভোজন-বিহাৰ আৰু নিশা দধি-মথন যাত্ৰা কৰিছিল। দধি-মথনকাৰী সকলক গোপিনীৰ সাজ-পাৰ পিন্ধাই লৈছিল।

ধৰ্মকে নাট-ভাওনা চাই প্ৰেমাকুল হৈ পৰিল। চাৰিওফালৰ মানুহ ভাগি আহি মহাপুৰুষত শৰণ ল'লে।'

বৰভিয়ালঘৰ চাবলৈ নিতৌ শতাধিক মানুহৰ সমাগম হ'ল। বহু-বেহানিবে কীৰ্তনঘৰৰ প্ৰাংগণ উপচি পৰিল। শ-ছয়কুৰি লোকক একেবাৰতে শৰণ লগাবলগীয়া হ'ল। সকলোৰে সন্মুখত ঠাকুৰ আতাই আঠু কাঢ়ে, মাধৱদেৱে তেওঁৰ আগত গুৰুবাক্য উচ্চাৰণ কৰে, আতাই আকৌ পৰম শ্ৰদ্ধাৰে তেওঁৰ পাছত আঠুকাঢ়ি বৈ থকা ধৰ্মাৰ্থী লোকসকলৰ আগত গুৰুবাক্য সম্প্ৰসাৰিত কৰে। এনেকৈ একেলগে বহু মানুহে নামধৰ্ম ল'বলৈ ধৰিলে।

কীৰ্তনঘৰৰ কাৰুকাৰ্য আৰু ইয়াৰ জাক-জমকতাৰ কাৰণে অকল নহয়, মহাপুৰুষ মাধৱদেৱৰ ত্যাগ আৰু ধৰ্ম মূৰ্ত জীৱনৰ আদৰ্শই এক-শৰণীয়া নাম-ধৰ্মৰ প্ৰতি মানুহক বাৰুকৈ আকৰ্ষণ কৰিলে। ইয়াৰ আগতে বোধ কৰোঁ ভাৰতৰ কোনো ধৰ্মসম্প্ৰদায়ৰ মাজত এনে গণ-শৰণৰ উল্লেখ নাই। এনেকি, কেতিয়াবা ঠাইৰ অভাৱত পিছৰ চাম ভকতে চাউলমুঠি সিজাব নোৱাৰি উপবাসে ৰ'বলগীয়া হয়। অতিথিশালা আছেই, ইয়াৰ উপৰিও কীৰ্তনঘৰৰ মজিয়াত দূৰৰ ভকতে নিশা চাইডাঁৰ কটাই দিয়ে। গুৰুজনৰ আজ্ঞাত বুঢ়া আতাই ভকতৰ পাগ-পাতিলা পৰিষ্কাৰ কৰি ঠাই অ'তাই পাছৰচামৰ বাবে সুবিধা কৰি ৰাখে। চাৰিজনা সন্ন্যাসীৰ পৰিচৰ্যা কৰি নাৰদ মহৰ্ষি হোৱাৰ নিচিনাকৈ মথুৰা দাসেও ভকতৰ আল-পৈচান ধৰি পৰম শুদ্ধ হ'ল; গুৰুজনৰ অপৰিসীম কৃপা তেওঁ লাভ কৰিলে।

শংকৰদেৱৰ সময়ৰপৰা ভাগৱত কোৱা প্ৰথা আছিল যদিও, বৰপেটাত সত্ৰ স্থাপন কৰাৰ পাছত মাধৱদেৱে ইয়াক নিয়মীয়া কৰিলে, সদায় ভাগৱত পাঠ হ'ল। বগা কাপোৰ পিন্ধি-উৰি, বগা ফোট লোৱা কৰ্ণপুৰ গুৰুধৰ্ম লৈ পোছাক-পৰিচ্ছদ শুদ্ধভাৱে পৰিধান কৰি ভাগৱত পাঠ কৰাৰ উল্লেখ কথা গুৰু-চৰিতত আছে। অকল ভক্তি-শ্ৰদ্ধাশীল হ'লেই নহয়, ভাগৱতী হ'বলৈ সুকণ্ঠৰ গাৱকী আৰু

পাঠৰ ভাবাৰ্থ বুজি পোৱা লোকৰ প্ৰয়োজন, কৰ্ণপুৰ ভাগৱতীৰ ভাগৱত পাঠ বহুতে আগ্ৰহেৰে শুনিব ধৰিলে।

মাধৱদেৱে বয়সীয়াল তিৰোতাৰ হতুৱাই নামকীৰ্তন গোৱাৰ ব্যৱস্থা কৰাইছিল। সুন্দৰীৰ থানলৈ লাসবেশ কৰি ওলাই অহা সুন্দৰী তিৰোতাৰ মুখলৈ চাই নিৰ্মালি দিবলৈ অনিচ্ছুক মাধৱে বেশ-ভূষা সলনি কৰি অহাৰ পাছত তেওঁলোকক অনুগৃহীত কৰাই নহয়, নাম গাবলৈও সুযোগ দিলে। বৰপেটা সত্ৰৰ নৰনিৰ্মিত বড়িয়াল ঘৰৰ বাৰাণ্ডালৈও এদিন তিৰোতাৰ, বিশেষকৈ বুঢ়ী ভকতনীসকলৰ আমন্ত্ৰণ হ'ল। বুঢ়া আতাৰ ঘৈণীয়েকৰ তত্ত্বধানত কীৰ্তনঘৰৰ প্ৰাঙ্গণত আগবেলা নাম গাবলৈ ভকতনী মহিলা আগবাঢ়ি আহিল। সেই তেতিয়াৰপৰা এই প্ৰথা আজিলৈ চলি আছে।

কামৰূপ এৰি মাধৱদেৱ বেহাৰলৈ যোৱাৰ পথত ঘিলা বিজয়-পুৰত পদাৰ্পণ কৰা খবৰ পাই বহু লোকৰ সমাগম হ'ল। চৰিতত উল্লেখ আছে, সেই সময়ত তিনিশ তিনি কুৰি ঘৰ ভকত হৈছে। ল'ৰা-বুঢ়া-তিৰোতা সকলোৱে গুৰুজনৰ আগত আঠু লবলৈ আহিল। তিৰোতাসকল বেলেগ ঘৰত বহি নাম গা'লে। বেহাৰৰ বৈকুণ্ঠ আতৈৰ দিহামতে নাম গোৱাৰ পাছত ভকতনীসকলে খাৰু-মণি-বিৰি-আঙুঠি আৰু কাণৰ কৰিয়া সোলোকাই মাধৱদেৱৰ চৰণত অৰ্পণ কৰি সেৱা জনালে। এনেকৈ তিৰোতাই হাতৰ কাণৰ অলংকাৰেৰে গুৰুসেৱা কৰা দৃষ্টান্ত সঁচাকৈ বিৰল, অন্তৰত গভীৰ ভক্তি নাথাকিলে এনে ত্যাগ সম্ভৱ নহয়।

সেই তাহানিতে মাধৱদেৱে বুজাই দিছিল, তিৰোতাসকল ভক্তি-পৰায়ণা, সদাচাৰীণী আৰু স্বামীৰ ধৰ্ম আচৰণত দৃঢ়তাৰে থাকিলেহে সুস্থ ঘৰ আৰু নিকা সমাজ গঢ়ি উঠে। গুৰুজনে তিৰোতাক শৰণ নিদিলেও তেওঁৰ আজ্ঞা অনুসৰি শৰণীয়া ভকতে শাস্ত্ৰপুথি আগত ৰাখি নীতি-সংযমেৰে তেওঁলোকৰ ঘৈণীয়েক সকলৰ কাণত গুৰুবাক্য শুনাই ভকতনী কৰাইছিল।

ঠাকুৰ আতাৰ ঘৈণীয়েক বাৰাবাসী আই অকল ভক্তিপৰায়ণাই

নহয়, তেওঁ সুচতুৰা আৰু তীক্ষ্ণ বুদ্ধিসম্পনা মহিলা আছিল। গোপাল আতাৰ পত্নী আছিল এগৰাকী নিষ্ঠাবতী, কৰ্মনিপুণা আৰু অতিথিপৰায়ণা মহিলা। মথুৰা দাসৰ ভাৰ্যা শান্তা আই গুৰুজন বৰপেটা সত্ৰত থকা সময়ত নিতৌ সেৱা এটি নকৰাকৈ ভাত নাখাইছিল। এনেকৈ পঢ়াশালিৰ শিক্ষা নাথাকিলেও গুৰুসেৱাৰ ফলত অনেক বৈষ্ণৱ মহিলাৰ জ্ঞান-ভক্তি-কৰ্মনিপুণতা-স্বামীসেৱা আৰু ত্যাগৰ উজ্জ্বল আদৰ্শ যুগে যুগে স্মৰণীয় হৈ আছে।

সত্ৰৰ হাটীত ছয়কুৰি ভকতৰ আবাস, গৃহী আৰু উদাসীনৰ বেলেগ হাটী। ভকতৰ সৈতে ধৰ্মচৰ্চা কৰাতোৱেই মাধৱদেৱৰ মুখ্যতম কৰ্ম, খোৱা-বোৱা সাধাৰণ, লাহ-বিলাসৰ প্ৰশ্ন নাই; কেৱল চৈধ্য প্ৰসঙ্গৰ লগতে ওৰে দিন আৰু নিশাৰ বহু পৰলৈ শাস্ত্ৰ অধ্যয়ন, ধৰ্মকথা, গীত-নাট-ভটিমা চৰ্চা কৰি ধৰ্মমত প্ৰচাৰ কাৰ্যত তেওঁ ব্যস্ত। সকলো ভকতৰ স্বাস্থ্য সদাচাৰ আৰু ধৰ্মজীৱনৰ খতিয়ান তেওঁৰ চকুৰ আগত; মাধৱদেৱক কেন্দ্ৰ কৰি এক বিৰাট ধৰ্ম জাগৰণ।

মাধৱদেৱে নাট-ঝুমুৰা ৰচি, গীত-সূত্ৰ-মুখা প্ৰস্তুত কৰি নিজে ভাওলৈ দৰ্শকক মুগ্ধ কৰাৰ উল্লেখ আগতে কৰা হৈছে। ইয়াৰ উপৰিও কেতিয়াবা নিজে ভাও নোলোৱাকৈ সুদক্ষ নাট পৰিচালক হিচাপে কৃতিত্ব দেখুৱাইছে।

এবাৰ ভকতৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি মাধৱদেৱে বৰপেটা সত্ৰত শ্ৰীৰামচন্দ্ৰৰ জন্মৰ পৰা মহাপ্ৰয়াণলৈ সমস্ত প্ৰয়োজনীয় কাহিনী থুপাই লৈ ৰাম ভাওনা নামেৰে নাট এখন ৰচি দৰ্শকৰ অনুনয়-সাপেক্ষে পাঁচ নিশাৰ বাবে অভিনয় কৰালে। এই দীঘলীয়া নাটখনৰ অকল ৰচয়িতা হিচাপেই নহয়, প্ৰযোজকৰ দায়িত্বত বেছ সুখ্যাতি আৰ্জিলে।

ৰাম ভাওনাত ঠাকুৰ আতাই দশৰথৰ ভাও লৈছিল, ৰামচন্দ্ৰৰ ভাওত পৰমানন্দ, লক্ষ্মণৰ ভাওত ৰামাই, ভৰতৰ ভাওত ৰামচৰণ আৰু শত্ৰুঘ্নৰ ভাওত বলাই মঞ্চলৈ ওলাইছিল। বুঢ়া আতা হনুমন্ত, শ্ৰীৰাম আতা জম্বুৱন্ত, গোপাল আতা জনক ৰজা, হৰিহৰ আতা

বিশ্বামিত্র ; হৰিগুৰু বশিষ্ঠ, হৰিবল্লভ সীতা, পয়োনিধি সুগ্ৰীৱ ; এনেকৈ আতা-আতৈ আৰু আন আন ভকতে ৰাম ভাওনাত অংশ গ্ৰহণ কৰি সমূহ দৰ্শকক বিস্মিত কৰাৰ উল্লেখ চৰিতত আছে।

ঈশ্বৰৰ ভাও, ঐশ্বৰিক কাৰ্য আৰু কৰাইছেও ঈশ্বৰপুৰুষ গুৰুজনে। সাধাৰণ মানুহৰ এই কৰ্ম নহয়। সকলোৰে চকু-মুখত অদ্ভুত আশ্চৰ্যৰ ভাব। পৃথিবীৰ বুকত সেই ত্ৰেতাযুগৰ ৰাম-অৱতাৰ, শ্ৰীগুৰু মাধৱৰ পৰম অনুগ্ৰহ।

পাছলৈ ভকতে এইখন নাট-ভাওনা যথাযথভাৱে মঞ্চস্থ কৰিব নোৱাৰিব বুলি শংকা কৰি ইয়াৰ পাণ্ডুলিপি নষ্ট কৰি পেলালে। কৃষ্ণভক্তিপৰায়ণ মাধৱদেৱে তেওঁৰ পৰমগুৰুৰ আজ্ঞাত ৰামায়ণৰ আদিকাণ্ড অনুবাদ কৰিলেও শ্ৰীৰামচন্দ্ৰৰ লীলা প্ৰসঙ্গ সন্তালনিকৈ প্ৰকাশ কৰিবলৈ নিবিচাৰি নাটখনৰ প্ৰচাৰ বন্ধ কৰিলে। ৰাম আৰু কৃষ্ণ একেই পৰমাত্মাসম্ভূত নাৰায়ণ, তথাপি সাধাৰণ শ্ৰেণীৰ মাজত ৰাম-কৃষ্ণ সম্পৰ্কীয় বিভেদৰ সৃষ্টি হ'বগৈ পাৰে বুলি হয়তো ৰাম ভাওনা কলিতে নিৰ্মূল কৰি থ'লে।

যি কি নহওঁক, মাধৱদেৱৰ এই নাটখন চিৰদিনৰ বাবে লুপ্ত হৈ অসমীয়া নাটভঁৰালৰ অপূৰণীয় ক্ষতি সাধন কৰিলে। নাটখনৰ অৱশিষ্ট স্মৃতিচিন হিচাপে ভকতৰ মুখত মাথোন ইয়াৰ দুটি গীত ৰৈ গ'ল।

প্ৰথম গীত : ৰাগ সিন্ধুৰা

ধ্ৰুং জয় জয় ৰাম, ৰাঘৱ ৰঘুকুল-পংকজ দিনকৰ ৰাম মুৰাৰি।
যো পদকমল সুৰাসুৰে সেৱত সকল ভুৱন অধিকাৰী ॥
পদ ॥ বালী ঘালি পালি সুগ্ৰীৱ কপি
বাৰিধি বান্ধল সেতু।
নিশাচৰ সাথে দশানন ঘাতন
জগজন মংগল হেতু ॥
জানকী, লক্ষ্মণ, সুগ্ৰীৱ, বিভীষণ
মাৰুতি সব সেনা সাথে।

পুষ্পক যানহি          আসি আপোন পুৰী
ভয়ো নৰপতি ৰঘুনাথে ॥
শিৰে শশীমণ্ডল          ছত্ৰ সুনির্মল
শ্বেত চামৰ ছুহোঁ ঢোলে ।
মিলন মহোৎসৱ          পৰম কোলাহল
সব লোই মংগল বোলে ॥
শংখ মৃদংগ          মুৰজ ধ্বনি বাজত
দ্রুম দ্রুম দুন্দুভি বোলে ।
পঞ্চ শবদ শুভ          মিলন মহোৎসৱ
জয় জয় ৰাঘৱ বোলে ॥
ব্রহ্মা-পুৰন্দৰ          হৰ, মুনি, কিন্নৰ
চাৰণ মিলল ৰংগে ।
ৰতন সিংহাসনে          বসি ৰঘুনন্দন
ৰাজত জানকী সংগে ॥
নিত্য নিৰঞ্জন          জগজন কাৰণ
ৰামৰূপে অৱতাৰা ।
ৰঘুপতি চৰণ          কমল ভৃংগ মাধৱ
কহ ৰাম গতি হামাৰা ॥
শ্রীশ্রী মাধৱদেৱৰ বাক্যামৃত : সম্পাদক,
পূর্ণচন্দ্র গোস্বামী

দ্বিতীয় গীত : ৰাগ বেলোৱাৰ

ধ্রুং ॥ দেখোৰে নয়ন ভৰি লোই ।
পৰম পুৰুষ ৰাম ৰাজা হোই ॥
পদ ॥ ৰতন সিংহাসনে ৰাজত ৰাম ।
তনু সুকুমাৰ দূর্বাদল-শ্যাম ॥
ৰতন ভূষিত অংগ উজোৰে ।
পূর্ণচন্দ্র জ্যোতি ছত্র উৱৰে ॥
পাশ লাস শ্বেত চামৰ দোলে ।
মিলিল মহোৎসৱ জয়ৰাম বোলে ॥

চৌদিশে মংগল বাজন বাজে।
কৌতুক বংগ কৰত সব বাজে ॥
সিদ্ধ মুনি শিৰে কুসুম বৰিষে।
চতুৰ বয়নে স্তুতি বোলত হৰিষে।
ৰামক চৰণ-কমল-মধু আশা।
কহত মূঢ়মতি মাধৱ দাসা ॥

শ্রীশ্রীমাধৱদেৱৰ বাক্যামৃত :

সম্পাদক পূর্ণচন্দ্র গোস্বামী

পৃথিবীৰ সকলো মহাপুৰুষ, সন্ত-মহন্ত আৰু সজ্জনক যুগে যুগে এচাম আত্মগৰ্বী স্বাৰ্থপৰ লোকে বিৰোধিতা কৰাৰ নিদর্শন আছে। কেতিয়াবা তীব্ৰতৰ বিৰোধিতাৰ ফলত কোনো মহাপুৰুষে নিষ্ঠুৰ ঘাতকৰ হাতত প্ৰাণ বিসৰ্জন দিবলগীয়াও হৈছে। আকৌ, কেতিয়াবা শত্ৰুপক্ষৰ ঘৃণা, অপমান আৰু প্ৰাণনাশৰ ভাবুকিত কোনো পয়গম্বৰে দূৰনিৰ নিৰাপদ ঠাইলৈ সশিষ্যই পলায়ন কৰাৰ নিদর্শনো আছে। শ্ৰীকৃষ্ণই কিন্তু বিপক্ষীয় ৰজা-মহাৰজাসকলক তেওঁৰ অপৰিসীম শক্তিৰে নিৰ্মূল কৰাৰ দৃষ্টান্ত পোৱা যায় আৰু তেওঁৰ পূৰ্ববৰ্ত্তী অৱতাৰত স্বৰ্ণ-লংকাৰ বিৰুদ্ধ শক্তিক ছাৰখাৰ কৰি জগতত শান্তি স্থাপন কৰিছিল।

অসমত বৈষ্ণৱধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত সেই সময়ৰ ৰাজশক্তি-সমূহৰপৰা দাৰুণ বাধাৰ সন্মুখীন হৈ শংকৰদেৱে ভকতৰ সৈতে উজনিৰপৰা নামনিলৈ আহি ধৰ্ম প্ৰচাৰ কৰিবলগীয়া হৈছিল। ৰাজৰোষত তেওঁৰ জোৱায়েক কটা গৈছিল, ভকতে অসম্ভৱ যন্ত্ৰণা ভুগিছিল। ইয়াৰ উপৰি এচাম বৈষ্ণৱ-বিৰোধি লোকৰ ষড়যন্ত্ৰ সদায় লাগিয়েই আছিল।

মাধৱদেৱৰ বিপক্ষে গভীৰতৰ ৰাজনৈতিক বাধা নাথাকিলেও সুন্দৰীত সত্ৰপাতি থাকোঁতে ভকতৰ ওপৰত উৎপীড়ন কৰাৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। ইয়াৰ আগতে শংকৰদেৱে দেহৰক্ষা কৰাৰ পাছত গোসাঁনী আইৰ ঘৰত থকা সময়তো বৰজনা গুৰুৰ

বংশৰ মানুহে মাধৱদেৱক নিন্দনীয় কথা শুনাইছিল, অৱশ্যে সেইবোৰ বাধা সামান্য।

কিছুমানে ভিতৰি ভাল নাপালেও প্ৰকাশ্যকৈ কোনোৱে মাধৱদেৱৰ লগত শত্ৰুতা কৰিবলৈ আগবঢ়া নাছিল, কিন্তু দুই-চাৰিজনে তেওঁৰ সৈতে তৰ্ক কৰি হাৰি যোৱাৰ দৃষ্টান্ত ঢেৰ আছে। তেওঁৰ ব্যক্তিত্ব, পাণ্ডিত্য আৰু শান্ত-সৌম্য দেহকান্তিৰ আগত উগ্ৰ স্বভাৱৰ মানুহজনো নত হৈ পৰে। ভকতৰ ওপৰত উৎপীড়ন বৰপেটাতো আছিল। উত্তৰফালে থকা মহা উদণ্ড লোক এজনে সত্ৰৰ ভকত পালেই গালি-শপনি আৰু নিন্দাত তৎ হেৰুৱাই দিয়ে, ভকত যেনিবা তাৰ চকুৰ কুটা, ঘোৰ শত্ৰু। কিন্তু তেনে দগাবাজৰ মৃত্যুসংবাদ শুনি পৰম কাৰুণিক মাধৱদেৱে খেদ কৰা সঁচাকৈ প্ৰশংসনীয়।

সেই সময়ত কোচ ৰজা ৰঘুদেৱ নাৰায়ণৰ ৰাজধানী আছিল ঘিলা বিজয়পুৰত। বৰ্ত্তমান ৰূপচী বিমান কোঠৰ উত্তৰ-পশ্চিমে, গদাধৰ নৈৰ পাৰত পৰ্বতজোৰা পাহাৰৰ পাদমূলত এই নগৰ স্থাপিত হৈছিল। পাহাৰৰ পূৱমূৱে বগৰিবাৰীৰ মহামায়া, পশ্চিমে আলেকঝাৰী মহামায়া আৰু মাজত বৰ্ত্তমান পানবাৰীৰ মচজিদৰ ওচৰে-পাজৰে আছিল এটা শিৱমন্দিৰ। এতিয়াৰ লালকুৰা গাৱেঁই তাহানিৰ ঘিলা-বিজয়পুৰ ; পাহাৰৰ ওপৰত ওঠৰ-কোঠালীয়া ঘৰৰ ভগ্নাৱশেষ ইয়াৰ সাক্ষীস্বৰূপে আছে।

মাক্ৰিখোৱাৰপৰা বিজয়পুৰলৈ, এই সুবিস্তৃত অঞ্চলত বামুণ, কোচ, নাপিত, কঁহাৰ, মেছ আদি বিভিন্ন জাতি-উপজাতিৰ আবাস। এই অঞ্চলৰ বামুণৰ লগত কামৰূপৰ, বিশেষকৈ শিলাৰ ভট্টাচাৰ্যসকলৰ সম্পৰ্ক আছিল। মাধৱদেৱে নতুন উদ্যমেৰে ধৰ্ম প্ৰচাৰৰ ফলত গাওঁবোৰৰ বহুতো ভকত হ'ল, এক-শৰণীয়া নামধৰ্ম গ্ৰহণ কৰিলে। ৰাইজৰ সৰহখিনিয়ে পূৰ্বৰ প্ৰচলিত পূজা-স্বস্ত্যয়ণ, মৃতকৰ শ্ৰাদ্ধ বিধি কৰ্ম নকৰা হ'ল। ইয়াৰ ফলত যাজনিক কৰ্ম কৰি পেট প্ৰবৰ্ত্তন কৰা পুৰোহিত শ্ৰেণী বৰ অসুবিধাত পৰিল। জীৱনধাৰণৰ চিন্তাই

তেওঁলোকক আশংকিত কৰি তুলিলে। যুক্তি-তৰ্ক অৱতাৰণা কৰি পূজা-পাঠ শ্ৰাদ্ধৰ পুনৰ প্ৰৱৰ্তনৰ চেষ্টাত তেওঁলোক ব্যতিব্যস্ত হৈ উঠিল।

কেইজনমান ব্ৰাহ্মণ পণ্ডিতৰ পৰামৰ্শ অনুসৰি পৰ্বত জোৰাৰ অঞ্চলৰ অম্বুৰাবি ভট্টাচাৰ্যৰ পুতেকক মতাই অনালে। তেওঁ শান্তিপুৰত সংস্কৃত অধ্যয়ন কৰি আহিছে, তন্ত্ৰশাস্ত্ৰৰ বিষয়েও কিছু শিকিছে। ভট্টাচাৰ্যই যুক্তি দৰ্শাই মাধৱদেৱৰ মুখেদি দেৱীপূজাৰ আৱশ্যকতা স্বীকাৰ কৰোৱাৰ উদ্দেশ্যৰে বৰপেটালৈ আহিল।

কথাগুৰু চৰিতত অম্বুৰাবি ভট্টাচাৰ্য মাধৱদেৱৰ ওচৰলৈ অহাৰ উল্লেখ কৰিছে। বেজবৰুৱাই তেওঁৰ ডেকা পুতেক অহা বুলি কৈছে। ৰামচৰণ ঠাকুৰ বিৰচিত গুৰু চৰিতত ৰাঘৱেন্দ্ৰ পণ্ডিতে বিজয়পুৰৰ ৰঘুদেৱ নাৰায়ণৰ আগত মাধৱদেৱৰ বিৰুদ্ধে বহুকথা লগোৱা বুলি লিখিছে। হয়তো অম্বুৰাবিৰ পুতেক ৰাঘৱেন্দ্ৰই শান্তিপুৰৰপৰা বিদ্যাৰ গৰ্বেৰে ঘৰলৈ অহাত চুবুৰীয়া কৰ্মকাণ্ডী বামুণসকলে তেওঁৰ আগত লগালে, বৈষ্ণৱধৰ্মৰ বিস্তৃত প্ৰচাৰ কাৰ্যৰ ফলত সৰ্ব সাধাৰণ ৰাইজে পূজা-পাঠ-শ্ৰাদ্ধ-বিধি এৰি এক-শৰণীয়া হৈ বামুণীয়া বৃত্তি নিৰ্মূল কৰিলে ; ইয়াৰ মূলতে হৈছে বৰপেটা থানৰ মাধৱদেৱ।

ৰাঘৱেন্দ্ৰ বৰপেটালৈ আহিল, মাধৱদেৱক তেওঁ তৰ্কত পৰাস্ত কৰি পুনৰাই বেদবিহিত কৰ্মত প্ৰবৃত্ত কৰাব। তেওঁ সত্ৰলৈ সোমাল, মাধৱৰ প্ৰশান্ত চেহেৰা দেখি মনটো সচকিত হ'লেও গুৰুজনৰ সৈতে ভট্টাচাৰ্য তৰ্ক যুদ্ধত নামিবলৈ থিৰ কৰিলে। কীৰ্তনঘৰৰ মজিয়াত বহি নানান শাস্ত্ৰ পুৰাণৰ যুক্তি বিচাৰি আনি তেওঁ শক্তিপূজাৰ, বিশেষকৈ শাৰদীয় দুৰ্গাদেৱীৰ শ্ৰেষ্ঠত্ব দেখুৱাবলৈ অপৰাগ হ'ল, শিৱৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিব নোৱাৰিলে। কৃষ্ণত বাহিৰে সকলো দেৱতা মায়াৰ বশীভূত ; এইকথা ৰাঘৱেন্দ্ৰই খণ্ডন কৰে কেনেকৈ ? ইফালে পাঠ-স্বস্ত্যয়ন, হোম-যজ্ঞ, শ্ৰাদ্ধ-বিধিৰ প্ৰয়োজনীয়তা দেখুৱাব নোৱাৰি মনে মনে ক্ষুণ্ণ হ'লেও বাহিৰত মাধৱদেৱৰ মত সমৰ্থন কৰিবলৈ তেওঁ বাধ্য হ'ল। ভগৱান শ্ৰীকৃষ্ণ যে সকলো দেৱতাতকৈ শ্ৰেষ্ঠ

সেইকথা ভট্টাচাৰ্যই অস্বীকাৰ কৰিব নোৱাৰিলে। সুতাৰ্কিক মাধৱদেৱৰ আগত বিদ্যাগৰ্বী ডেকা পণ্ডিতৰ মুখৰ মাত নাইকিয়া হ'ল, তেওঁ হাৰ মানিলে।

সঙ্গদোষত মানুহ কুপথে পৰিচালিত হয়, ঘৰলৈ আহি ৰামচন্দ্ৰ এচাম ঈৰ্ষাপৰায়ণ লোকৰ কবলত পৰি গুৰুজনৰ সন্মুখত স্বীকাৰ কৰি অহা কথা উলাই কৰিলে, তেওঁ মাধৱদেৱক পৰাভূত কৰিবলৈ সংকল্পিত হ'ল। তেওঁ নিজ মুখে বাপেকৰ আগত মাধৱদেৱৰ বিৰুদ্ধে বহুকথা লগালে, কৰ্মকাণ্ডী বামুণে যিবোৰ কৈছিল সেইবোৰ প্ৰমাণ নকৰাকৈ বিস্তৃতভাৱে কৈ দিলে।

কামৰূপ আৰু পৰ্বত-জোঁৱাৰ অঞ্চলৰ কেইজনমান বামুণৰ সজাতি দল এটাই অসুৰাৰি ভট্টাচাৰ্যৰ নেতৃত্বত ৰঘুদেৱ নাৰায়ণক সাক্ষাৎ কৰিলে। তেওঁলোকে ৰজাৰ আগত আবেদন জানালে, বৰপেটা সত্ৰৰ মাধৱদেৱ এজন অনাচাৰী লোক, সোণ-ৰূপ খটোৱা বৰ ঘৰ সাজি ভিতৰত যুৱতী ছোৱালী নচুৱাই দিনে-নিশাই আনন্দ-স্ফূৰ্তি কৰি মছগুল হৈ থাকে, পূজা-পাঠ,স্বস্ত্যয়ন-শ্ৰাদ্ধ-বিধি নকৰে, আনকো কৰিব নিদিয়ে। প্ৰজাসকল এনেকৈ ব্যভিচাৰী মতত চলিলে ৰাজ্য উছন হয়, ৰজাৰ সিংহাসন যোৱাৰো সম্ভাৱনা থাকে। বিশেষকৈ গুৰু-গোসাঁই, বামুণ-সজ্জন নামানিলে ৰাজ্যখন অধৰ্মই ঢাকি পেলাব।

ৰঘুৰজাৰ ৰাজ্যৰ সীমা আছিল পশ্চিমে সোণকোষ নদীৰপৰা পুৱে কোচ হাজলৈ, বৰপেটা থান তেওঁৰ ৰাজ্যৰ ভিতৰত। তেওঁ বৈষ্ণৱ নহয়, বৈষ্ণৱধৰ্মৰ বিষয়ে শুনিছে, কিন্তু মাধৱদেৱক কোনোদিনে দেখা নাই। ৰঘুদেৱে ভাবিলে, এবা, নতুনকৈ পতা ৰাজ্যখনত অনাচাৰ-অধৰ্ম প্ৰৱৰ্তিত হ'লে ৰজা-প্ৰজা উভয়ৰে অমঙ্গল হ'ব, এইকথা ধ্ৰুৱ। তেওঁ উত্তৰ দিবলৈ নৌপাওঁতেই সজাতি দলৰ মুখপাত্ৰ অসুৰাৰিয়ে লাহেকৈ ক'লে, আমি মিছা কোৱা নাই, যদি মহাৰাজে বিশ্বাস নকৰে, মাধৱক ধৰাই আনি এবাৰ সুধি চাওঁক, আমাৰ কথা সঁচা নে মিছা প্ৰমাণিত হ'ব।

বামুণ-সজ্জনো ৰঘুদেৱ নাৰায়ণৰ প্ৰজা, বিশেষকৈ অসুৰাৰি

ভট্টাচাৰ্য ৰাজপুৰোহিত নহ'লেও তেওঁৰ পৰিচিত লোক; মাজে সময়ে ৰজাঘৰত পূজা-পাঠ কৰে। মাধৱদেৱক সুধি চোৱাত আপত্তি নাই, ৰজাই গুৰুজনক ধৰি লৈ যোৱাৰ কাৰণে সুবানন্দ কটোৱাল (প্ৰহৰী)-ক আদেশ কৰিলে।

কেইজনমান বল-জোৰ থকা চিপাহি লগত লৈ সুবানন্দই বৰ ছৈ দিয়া নাৱ গদাধৰত পাৰি দিলে। ৰজাৰ আদেশ, মাধৱদেৱক বন্দী কৰি আনিবই লাগিব। নাৱখন ভটিয়াই ব্ৰহ্মপুত্ৰত পৰিল, বৰ সোঁতেদি আকৌ উজাব ধৰিলে। বিশাল লুইতৰ দুয়ো পাৰ আগুৰি থকা পৰ্বত-পাহাৰ, হাবি-বননিৰ বিস্তৃত সেউজীয়াখিনিয়ে বাগীশ ভট্টাচাৰ্যৰ পুতেক সুবানন্দৰ মনত গভীৰ আলোড়ন সৃষ্টি কৰিব নোৱাৰিলে, তেওঁৰ মনত কেৱল বেদ-ব্ৰাহ্মণ নমনা, শালগ্ৰাম পূজিবলৈ নিদিয়া, কুল-ক্ৰিয়া নাৰাছা অনাচাৰী-অধৰ্মী হিচাপে অভিযুক্ত মাধৱৰহে চিন্তা; দুই হাজাৰ টকা জৰিমনাসহ দোষীক বান্ধি আনিব লাগে। প্ৰকাণ্ড ঢৌ আৰু বিৰাট চাকনৈয়াবোৰ পাৰ হৈ নাৱখন গোৱালপাৰাৰ পূবেদি বাঘৰৰ হৈ চাউলখোৱাত সোমাল।

সেইদিনা পুৱা গুৰুজনৰ বাওঁ-অংগ লৰিল, নিশ্চয় কিবা অপমানৰ যোগ, তেওঁ ভাবি ৰ'ল। ইফালে সুবানন্দৰ নাৱ ৰবপেটা বিল পাৰ হৈ মাধৱদেৱৰ সত্ৰৰ পূবেদি বৈ যোৱা হাড়ী জানেদি সোমাই আহিল। সেইখিনিতে ৰূপাৰৰ লস্কৰক পাই সুবানন্দই ছলকৰি ক'লে, ৰঘু-ৰজাৰ আজ্ঞাত তেওঁ হাজোলৈ ওলাই আহিছে, যোৱাৰ পথত মাধৱদেৱৰ লগত এবাৰ দেখা কৰাৰ ইচ্ছা; এইকাৰ্যত ৰূপাৰৰে এফেৰি অনুগ্ৰহ দেখুৱালে তেওঁ পৰম কৃতাৰ্থ মানিব। কপটীয়া কথাষাৰত প্ৰত্যয় মানি লস্কৰ আগবাঢ়ি গৈ গুৰুজনৰ আগত সুবানন্দৰ আগমন-বাৰ্তা জনাই ইংগিত দিলে, ৰঘুৰজাৰ প্ৰিয়পাত্ৰ-বিশ্বাসী বিষয়া, কটোৱাল; তেওঁক সত্ৰৰ তৰফৰপৰা আদৰ-সাদৰ দেখুৱা খবৰ পালে ৰজা সন্তোষিত হ'ব।

গুৰুজনে পলম নকৰিলে, ভকত এজন পঠিয়াই সুবানন্দক নাৱৰপৰা তুলি অনালে, মাত-কথাৰে আদৰি কীৰ্তনঘৰত বহুৱালে;

গুৰুজন ওলাই গৈ কটোৱালৰ আঁতৰত, কঠত বহিল। সুবানন্দই মাধৱদেৱক প্ৰণাম জনাই ক'লে, তেওঁ হাজোলৈ যোৱাৰ বাটত থানত সোমাই ভকতৰ নামকীৰ্ত্তন গোৱা শুনি যাবলৈ আশা কৰি আছিল।

সোণ-ৰূপ খচিত ঘৰ, সুবানন্দই ভালকৈ নিৰীক্ষণ কৰিলে, উহু সোণ-ৰূপ নহয়, চ'তিবাৰ আৰু দুৱাৰত বালিচন্দা আৰু বাংপতা বৰ কৌশলেৰে খটোৱাই থৈছে। ঈৰ্ষাকাতৰ দৃষ্টিত সেইয়া হৈছেগৈ সোণ-ৰূপ।

ভকতসকলে নাম গালে, নামকীৰ্ত্তন সামৰাৰ পাছত গুৰুজনে ৰাধা-নাচ নাচিবলৈ আজ্ঞা কৰিলে। কেইজনীমান গাভৰু ছোৱালী সুন্দৰকৈ ৰিহা-মেখেলা পিন্ধি লয়লাসে অপূৰ্ব ভংগীত নৃত্য আৰম্ভ কৰিলে। চকুৰ কটাক্ষ, হাতৰ মুদ্ৰা, ভৰিৰ খোজ-ভংগিমা আৰু সাজ-পোছাক দেখি সুবানন্দ মুগ্ধ। মনৰ উগুল-থুগুল ভাব দমাব নোৱাৰি ভকতৰ সাক্ষাততে ছোৱালী এজনী সুবানন্দই পৰীক্ষা কৰি চালে, মূৰত আচল চুলি নহয়, পৰচুলাৰ উধনীয়া খোপা, কাঁচুলিৰ তলত কৃত্ৰিম-উঠন বুক, নৰ্ত্তকীৰ সাজত আটাইকেউজন ডেকা ভকত। লাগনিয়াৰহঁতৰ কথাবোৰ তেনেই মিছা, তথাপি ৰাজআজ্ঞা তেওঁ বাতিল কৰিব নোৱাৰে, মাধৱদেৱক ধৰি নিবই লাগিব।

নামকীৰ্ত্তন আৰু নৃত্য চলি থকা সময়তে কটোৱালৰ লগত যোৱা চিপাহি কেইজনে ভকতৰ বহাত সোমাই সকলোৰে লাম-লাকটুখিনি গোটাই লৈ কীৰ্ত্তনঘৰৰ চোতালত দমাই থ'লে। ইতিমধ্যে সুবানন্দৰ নিৰ্দ্দেশত ৰভিয়াল ঘৰৰ কৰাপাট বন্ধ কৰি প্ৰকাৰন্তৰে আটাইখিনি ভকতক বন্দী কৰা হ'ল।

সুবানন্দই তেতিয়া মাধৱদেৱক উদ্দেশ্য কৰি ক'লে, আপোনাক বন্দী কৰি লৈ যোৱাৰ কাৰণে ৰাজআজ্ঞা হৈছে, অপৰাধ নধৰিব, আপুনি হাত দুখন লগলগাওঁক। মাধৱদেৱে হাত দুখন লগ কৰিলত সুবানন্দই মূৰৰ পাগুৰীটো সোলোকাই গুৰুজনৰ হাতৰ ওপৰত থৈ নিৰ্লজ্জভাৱে ক'বলৈ ধৰিলে,—আপুনি এতিয়াই বিজয়পুৰলৈ যাব

লাগিব আৰু বজালৈ উপঢৌকনস্বৰূপে মোৰ হাতত দুই হাজাৰ টকা দিব লাগিব।

কঠৰ ওপৰত থিয় হৈ থকা গুৰুজনে শান্তভাৱে উত্তৰ দিলে, বঘু বজাৰ তেওঁ হাট-ঘাট, বিষয়বাব একোৱে খোৱা নাই, উদাসীন মানুহ, ভকতৰ সঙ্গত হৰিগুণ গাই আছে, দুই হাজাৰ টকা ক'ত পাব? বজাৰ যদি সঁচাকৈ ধন-সম্পদৰ নাটনি হৈছে, তেওঁক বিজয়পুৰলৈ লৈ যাওঁক তাতে ডা-ডাঙৰীয়াৰ ওচৰত হাতপাতি বাজদায় সাবিব, তেওঁ যেন নিৰীহ ভকতৰ ওপৰত উৎপীড়ন নকৰে। সুবানন্দই তথাপি নেৰিলে, গুৰুজনৰ এশ টকা লোৱাৰ পাছতহে বিষয়াজন সন্তুষ্ট হ'ল।

বেলি দুপৰ হ'ল, বিজয়পুৰ অভিমুখে নাৱ মেলি দিয়াৰ বিষয়ে সুবানন্দই চিন্তা কৰিলে। মাধৱদেৱে তেতিয়ালৈ ভোজন কৰা নাই, সেই কথাৰ উমান পাই কটোৱালে তেওঁক এমুঠি খাই ল'বলৈ অনুবোধ জনালে, কিয়নো, দুৰণিবটীয়া ঠাই উপবাসে যাব লাগিলে বৰ কষ্ট হ'ব।

কেনেকৈ খাব? বান্ধনি বন্দীয়াৰ অৱস্থাত, ভকতৰ ঘৰ সোমাই চিপাহীয়ে বাচন-বৰ্তন গুটিয়াই অনাত তেওঁৰ লোটা-বাটি ক'ৰবাত মিহলি হৈছে।

এইকথা শুনি বান্ধনি আৰু কাঁহি-বাটি কেইভুখৰি বাছি উলিয়াই নিবলৈ আদেশ দিলে। গুৰুজনৰ পাগ-পাতিলা চিপাহী কেইজনে লণ্ড-ভণ্ড কৰিলে, সেই পাগ অশুচি, তাত আৰু বন্ধন নচলে। ভাগিনেক ৰামচৰণে মুৰাৰি তাঁতীৰ নকৈ সজোৱা সুকীয়া ঘৰটোত মোমায়েকলৈ এমুঠি চাউল সিজাবলৈ বহিল। থকুৰকুকৈ ভাত উতলিব ধৰোঁতেই গুৰুজনে বজা-ঘৰীয়া মানুহে ৰামচৰণক আটক কৰি নিয়াৰ আশঙ্কাত বাৰীৰ চুকেদি কেনিবা পঠিয়াই দিলে। লগে লগে বাজদণ্ডৰ ভয়ত আন বহুতো ভকত পলাই গ'ল।

গোপাল আৰু জনাৰ্দন আতৈৰ লগত কেইজনমান ডেকা ভকত গুৰুজনৰ সৈতে নাৱত উঠিল। ডেৰ-দুকুৰি বছৰ গুৰুভক্তিত অকণো হেৰ-ফেৰ নোহোৱাকৈ থকা সত্বেও বয়সিয়াল ভকতে বাজভয়ত মুৰ-

পোলোকা মাৰিলে। তথাপি মাধৱদেৱৰ মনত অকণো আপচোচ নাই, ৰাম-হৰিক স্মৰণ কৰি নিৰ্ভীক চিত্তেৰে তেওঁ নাৱ চলাবলৈ নিৰ্দেশ কৰিলে। যোৱাৰ সময়ত ভকতসকলৰ আগত নিৰ্ভয়-বাণী শুনাই গ'ল, ঈশ্বৰে ৰাখিলে অৰণ্যৰ ভিতৰতো মানুহৰ মৃত্যু নাই আৰু তেওঁ নাৰাখিলে মাতৃগৰ্ভৰ ভিতৰতো মৃত্যু আছে; নাৰায়ণেই সৰ্বময় কৰ্তা।

## নজৰবন্দী

মাধৱদেৱক ৰজাৰ ৰাখৰ-ভাণ্ডাৰৰ ওচৰতে থাকিবলৈ ঘৰ এটি দিয়ালে। কিন্তু তেওঁ তাত থাকিবলগীয়া নহ'ল, মহাপুৰুষ শংকৰদেৱৰ শিষ্য গন্ধৰ্ব বৰুৱাই মাধৱদেৱৰ আগমন বাৰ্তা জানিবলৈ পাই অস্থায়ী-ভাৱে ঘৰ-দুৱাৰ সজাই পানী-পাইখানা, গা ধোৱা ঘৰ আদিৰ সুব্যৱস্থা কৰাই থৈছিল, গুৰুজন তাতেহে উঠিল। গন্ধৰ্ব আছিল ৰঘু ৰজাৰ দহ হাজাৰখন নাৱৰ ওপৰত নিযুক্ত কৰা বৰুৱা।

মাধৱদেৱে তাৰুৱীয়া ভকতৰ সৈতে অস্থায়ীকৈ সজোৱা ঘৰৰ চোতালতে হৰিকীৰ্ত্তন কৰি ৰ'ল। মনত কোনো উদ্বিগ্নতা নাই, ৰজাৰ নজৰবন্দী বুলি এধানো সংকোচ নাই, কেৱল হৰিৰ নাম গুণতেই তেওঁ ব্যস্ত। ইফালে সেই অঞ্চলৰ কেইজনমান বামুণ-পণ্ডিতে মাধৱদেৱৰ লগত তৰ্কযুদ্ধত অৱতীৰ্ণ হবলৈ প্ৰস্তুতি চলালে। তেওঁলোকে মনে মনে থিৰ কৰিলে. ৰাজসভালৈ মতাই নি প্ৰকাশ্যে মাধৱক অপদস্থ কৰিব।

গুৰুজন অধ্যয়ন নকৰাকৈ নিশ্চিন্ত মনেৰে থকা দেখি যদুমণি আতৈ এদিন ক'লে, বাপ, দেউসকলে দেখোন বহু শাস্ত্ৰৰ পাত লুটিয়াই ঘুগুলা তুলি সষ্টম হোৱাত লাগিছে, অথচ আপুনি এখন শাস্ত্ৰৰো পাত মেলি চোৱা নাই?

মাধৱদেৱে উত্তৰ দিলে, যদুমণি তুমি চিন্তা নকৰিবা, তেওঁলোকে অধ্যয়ন কৰা শাস্ত্ৰৰে দেউসকল অন্ধ হ'ব।

পূৰ্বত নৰনাৰায়ণৰ ৰাজসভাত শংকৰদেৱৰ লগত তৰ্ক কৰি ভট্টাচাৰ্য বংশৰ অঙহী-বঙহী কেইজনমান পলাবলগীয়া হৈছিল। সেই অপমানসূচক কথা দুই-চাৰিজনৰ মুখত এতিয়াও আছে। যধে-মধে আগবাঢ়ি তেওঁলোক লজ্জিত হ'ব খুখুজে, সেইবাবে মাধৱদেৱৰ পাণ্ডিত্য জুখি চোৱাৰ উদ্দেশ্যৰে কেইজনমান ওজা-ছাত্ৰক তেওঁৰ কাষলৈ পঠিয়াবলৈ থিৰ কৰিলে।

টোলৰ তুখাৰ-মেধাৱী ছাত্ৰ দুজনমান মাধৱদেৱক লগ ধৰিবলৈ গ'ল, তেওঁলোকে আখাৰ চেৰেক শাস্ত্ৰৰ আলাপ কৰিলে। গুৰুজনৰ অগাধ পাণ্ডিত্যৰ গম পাই অধ্যাপকসকলৰ আগত ব্যক্ত কৰিলত দেউসকল আচৰিত হ'ল। ইয়াৰ উপৰিও বিশ্বাসযোগ্য মানুহৰ মুখেদি মাধৱৰ জ্ঞান-বিদ্যাৰ সম্ভেদ পাই বামুণসকলে তেওঁৰ সৈতে তৰ্ক নোচোৱাই পৃষ্ঠভংগ দিয়াটোকে থিৰ কৰিলে। তৰ্ক কৰা ডাঙৰ কথা নহয়, কিন্তু মাধৱদেৱৰ অকাট্য শাস্ত্ৰীয় যুক্তিৰ ওপৰত মাত মাতিব নোৱাৰি গুচি আহিব লাগিলে তেওঁলোকৰ অপযশ ৰাজহাউলীৰ চাৰিওফালে অসহনীয় হৈ পৰিব। বাহিৰত একো উচ্চবাচ্য নকৰি, পণ্ডিতমণ্ডলী ভিতৰি খুদুৱাই মৌন হৈ ৰ'ল।

দুই-চাৰিজন ডা-ডাঙৰীয়া আৰু কেহো ৰাম প্ৰমুখ্যে কেইবাজনো বিজয়পুৰ অঞ্চলৰ লোকে গুৰুজনৰপৰা ধৰ্মবস্তু লাভ কৰিলে। ৰাজ-পৰিয়ালৰ লগত সম্পৰ্কিত ভকতে বৰ কুঁৱৰী মাধুৰীদেৱীক কৈ-মেলি তেওঁৰ হতুৱাই ৰঘুদেৱ নাৰায়ণৰ কাণ চোৱালে, বৰপেটাৰ মহন্ত পৰম ত্যাগীপুৰুষ, আহাৰ-মৈথুন-নিদ্ৰা তেওঁ বিষ্ঠাতুল্য জ্ঞান কৰে। এনে এজন ঈশ্বৰপুৰুষক বিনা দোষত ৰজাই বন্দী কৰি থৈছে।

মাধৱ যোৱা নাই নে? ৰজাই প্ৰশ্ন কৰিলে।

ৰজা বাহাদুৰে জানো যাবলৈ আদেশ দিছে? বৰ কুঁৱৰীয়ে ওলোটাই ৰজাক সুধিলে।

সুৱানন্দৰ বাপেক বাগীশ ভট্টাচাৰ্য। তেওঁ মাধৱদেৱৰ ৰহাৰ

গুচবেদি দুই-চাৰিদিন ৰাজহাউলীলৈ যাওঁতে ধৰ্মকথা আলচ হোৱা শুনি বৈ গ'ল, এদিন কথা-বতৰা পাতিলে। এনেকৈ আহি-গৈ গুৰুজনৰ পবিত্ৰ জীৱন আৰু অগাধ জ্ঞানৰ সম্ভেদ পাই ৰঘু ৰজাৰ আগত ক'লে, বৰপেটাৰ মহন্ত পৰম সদাচাৰী ধৰ্মজ্ঞ ব্যক্তি, তেওঁক নাহক কথাত এনেকৈ ৰাখি থোৱা মহাৰাজৰ উচিত হোৱা নাই।

বামুণে কি কৈছে? এজন মানুহকে এবাৰ অনাচাৰী আৰু ফিৰবাৰ সদাচাৰী বুলি কৈ ফুৰিছে। এই মথাৰ কথা তেনেই বেবেৰিবাং, ৰঘুদেৱ নাৰায়ণৰ খং উঠিল। তেওঁৰ বৰদেউতাক নৰ-নাৰায়ণে যেনেকৈ প্ৰকাশ্য ৰাজসভাত পণ্ডিতমণ্ডলীৰ হতুৱাই শংকৰ-দেৱৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰাই ছিল, তেনেকৈ ৰঘুদেৱে নোৱাৰিলে। তেওঁ ঈৰ্ষাপৰায়ণ খলুৱাৰ উচটনিত মাধৱক ধৰাই নিয়ালে আৰু স্যাহ-পিত নথকা অইন এচামৰ পৰামৰ্শত সঁচা-মিছাৰ প্ৰমাণ নকৰাকৈ মুকলি কৰি দিবলৈ থিৰ কৰিলে।

বৰ কুঁৱৰী মাধুৰীদেৱীৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি ৰজাই দুই-তিনি দিন আগতে সম্মানসহ মাধৱদেৱক বৰপেটাৰ থানত থৈ আহিবলৈ আদেশ কৰিছিল। কিন্তু সুৰানন্দ কটোৱালে জ্ঞাতিসকলৰ ইংগিতত ৰাজআদেশ পালন কৰিবলৈ নানান অজুহাত দেখুৱাই হেমাহি কৰি আছিল। এতিয়া আকৌ ৰাজপণ্ডিত বাগীশ ভট্টাচাৰ্যইও তেওঁক মোকোলাই দিবলৈ পৰামৰ্শ দিলে।

ৰজাই আৰু পলম নকৰিলে, সুৰানন্দক মতাই আনি ৰজাৰ পূৰ্বৰ আদেশ তৎকালে পালন কৰিবলৈ সোঁৱৰাই দি ক'লে, তোমাৰ বাপেৰাই কয় মাধৱক এৰি দিবলৈ আৰু তুমি এতিয়াও মোৰ আদেশ পালন নকৰি মহন্তক এৰি দিয়া নাই, তোমালোকৰ কথা সংগতি-বিহীন। যোৱা আজিয়েই তেওঁক থৈ অহাগৈ।

গুৰুজন ৰঘুদেৱ নাৰায়ণৰ নজৰবন্দী হিচাপে থকা ছমহীয়া কাল-ছোৱাত ৰজাঘৰীয়া পৃষ্ঠপোষকতাত সত্ৰ স্থাপনৰ প্ৰশ্নই নুঠে, তথাপি তেওঁৰ সুমহান ব্যক্তিত্ব আৰু ধৰ্মজীৱনৰ আদৰ্শই বহুজনক

মহাপুৰুষৰ সান্নিধ্যলৈ আকৰ্ষণ কৰিলে। বহুতে তেওঁৰপৰা নামধৰ্ম ল'লে, দুই-চাৰি ৰাজবিষয়াও আহিল।

সুৰানন্দই ৰাজআদেশ শুনাই, ওঠৰ পাট বঠাৰ সৈতে খেল নাৱ প্ৰস্তুত কৰি সন্মান সহকাৰে মাধৱদেৱক তুলি লৈ গদাধৰ নদীয়েদি বাখৰভাণ্ডাৰ এলেকাৰপৰা বিজয়পুৰ ঘাটলৈ আহিল।

গুৰুজন এতিয়া মুক্ত, ৰাজবন্দী নহয়। তেওঁ গদাধৰেদি ভটিয়াই অহা সংবাদ পাই নদীৰ ঘাট চাচি-চুকুকি পৰিষ্কাৰ কৰি অসংখ্য ভকতে তেওঁক সম্বৰ্ধনা জনোৱাৰ ব্যৱস্থা কৰিলে। কৃষ্ণ ভাই আৰু জয় লস্কৰৰ কান্ধত হাত ৰাখি গুৰুজন নৈৰ পাৰলৈ উঠি আহিল। পুৰুষ-মহিলা বহুতে তেওঁৰ দৰ্শন লাভ কৰি কৃতাৰ্থ হ'ল। প্ৰায় তিনিশ ষাঠীজনে শৰণ ল'লে।

সুৰানন্দৰ মাক-বাপেকেও শৰণ ল'লে। তেওঁলোক দুয়োজনে পুতেকৰ দায়-দোষ ক্ষমা কৰিবলৈ গুৰুজনক দঢ়াই দঢ়াই অনুৰোধ জনালে। ৰাজআজ্ঞা পালন কৰিবলৈ যাওঁতে দগধা পুতেকে তেওঁক অশেষ কষ্ট দিলে, তেওঁ যেন এইবোৰৰ অপৰাধ মৰিষণ কৰে। তেওঁলোকৰ প্ৰাৰ্থনা শুনি কৰুণাভৰা দৃষ্টিৰে এবাৰ চাই গুৰুজনে মিচিকিয়াই হাঁহিলে।

হৰিকৃষ্ণ আতৈ পৰম শ্ৰদ্ধাৰে মাধৱদেৱক নিজৰ নতুন ঘৰত ৰাখিলে। ইফালে ভাটৌকুচীয়া আতাই গামাৰী কাঠৰ নাৱলৈ গৈ সেইখিনিতে গুৰুজনক লগ পালে। ভণ্ডামোৰ (ভুকণ্ডামাৰি) ঘাটত গুৰুজনে সুৰানন্দক বিদায় দিলে। বজাঘৰীয়া বৰ নাৱৰপৰা নামি ভাটৌকুচীয়া আতাৰ নাৱলৈ গ'ল। সপ্তাহজুৰি সুৰানন্দৰ লগত তেওঁ শান্তি পোৱা নাছিল।

কুমাৰগাবী ঘাটত মাধৱদেৱৰ নাৱ বন্ধা হ'ল; নাৱৰ ভিতৰত গোপাল আৰু জনাৰ্দন নামেৰে দুজন ডেকা ভকতক ৰখীয়া থৈ ভাটৌ-কুচীয়া আতা, বৈকুণ্ঠ আতৈ আৰু বহুমনিক লগত লৈ গুৰুজন বলাই নৰসিংহৰ ঘৰলৈ গ'ল। পিছদিনা হৰিসভা পাতিলে, নামকীৰ্তন

হ'ল আৰু গুৰুজনে সকলো বাইজক জীৱৰ অৰ্থে নাম ল'বলৈ উপদেশ শুনালে।

তাৰপাছত গুৰুজনৰ নাম পুৰণি অসমৰ নাথ-ধৰ্মসম্প্ৰদায়ৰ ঐতিহ্যপূৰ্ণ সাধনাৰ ক্ষেত্ৰ যোগীগোপা পালে।

সুৰানন্দ আগতে আহি যোগীঘোপাত বৈ আছিল, তেওঁৰ নাৱ উত্তাল তৰংগৰ কাৰণে আগুৱাবলৈ ভয় কৰিছিল। মাধৱদেৱৰ লগতে তেওঁ আগুৱালে, গুৰুজন অ'ত-ত'ত বৈ ভকতৰ খবৰ কৰি যোৱাত পলম হ'ব পাৰে, সুৰানন্দ আগবাঢ়িল, তেওঁক কৈ পঠিয়ালে ভকতক যেন পুনৰাই দুখ নিদিয়ে। সুৰানন্দই সেই হাকবচন সুশুনিলে, গুৰুজনতকৈ আগবাঢ়ি গৈ বৰপেটা থানৰ ভকতৰপৰা গাইপতি এটকাকৈ লৈহে এৰিলে।

গুৰুজন ব্ৰহ্মপুত্ৰৰপৰা বৌৰৰা মুখেদি মানাহেৰে উজাই চাউল-খোৱাত পাৰি দিলে। তাৰপাছত বৰপেটা সত্ৰ, সমবেত ভক্ত-মণ্ডলীয়ে সলোতক নয়নেৰে গুৰুজনক প্ৰণাম জনাই তেওঁৰ আগত সুখ-দুখৰ বাতৰি নিবেদন কৰিলে।

সুৰানন্দ কটোৱালৰ বিশ্বাসঘাতকতাৰ বিষয়ে শুনি তেওঁ অসন্তোষ মনেৰে ৰ'ল।

## বৰপেটা সুন্দৰী আৰু হাজোত গুৰুজন

ধৰ্মজীৱনত ভকতৰ সংগ সদা-সৰ্বদায় কাম্য হ'লেও পাৰিবাৰিক জীৱনৰ ককায়েক-ভনীয়েকৰ মধুৰ সম্পৰ্ক মাধৱদেৱে বাতিল কৰিব নোৱাৰে। উৰ্বশী আই তেওঁৰ কাৰণে চিন্তা কৰি থকাৰ খবৰ পাই তেওঁ সুন্দৰীলৈ গ'ল। কেইদিনমান শাস্ত্ৰ আলোচনা কৰি পুনৰ বৰপেটালৈ আহিল।

বৰপেটা সত্ৰত নিয়মীয়াকৈ ধৰ্মচৰ্চা কৰি থকাৰ পাছত হঠাতে

আকৌ এদিন সুবানন্দ অহাব বাতবি পাই বহুতো ভকত দিহাদিহি আঁতবি গল। কেইজনমান ভকতব ঐকান্তিক অনুৰোধ এবাব নোৱাবি ভক্তপ্ৰাণ গুৰুজনেও সুন্দৰীলৈ গৈ ভাগিনেক ৰামচৰণৰ ঘৰত কেইদিনমান ৰ'ল। ইয়াত তেওঁ নামঘোষাৰ শেষ অংশ সম্পূৰ্ণ কৰিলে। হয়তো বৰপেটাতকৈ নিজ্জাল পাই মাধৱে ভনীয়েকৰ আচুতীয়াকৈ সজা ঘৰটোত গভীৰ তত্বমূলক গ্ৰন্থখনৰ ওপৰত আকৌ এবাৰ হাত ফুৰালে।

সজ্জনসকলে জগতৰ কল্যাণ সাধিলেও এচাম লোকে নভবা-নিচিন্তাকৈ তেওঁলোকক য'তে-ত'তে লজ্জিত কৰিবলৈ কুণ্ঠাবোধ নকৰে। সুন্দৰীৰ সাধাৰণ মানুহ এজনে ভকতৰ ওপৰত অশালীন মন্তব্য দিয়া শুনি তেওঁৰ আকৌ সেইখন ঠাইৰ প্ৰতি বিৰাগ ভাব উপজিল। তেওঁ পুনৰাই সুন্দৰী এৰিবলৈ থিৰ কৰিলে। দুষ্ট-দুৰ্জনৰ বাক্যত তেওঁৰ হিয়া ভেদি গ'ল।

বৰপেটাৰ সত্ৰৰ ওপৰতো ৰঘুৰজাৰ আক্ৰোশ, যেতিয়াই-তেতিয়াই ভকতৰ ওপৰত সুবানন্দ কটোৱালৰ উৎপীড়ন। মাধৱদেৱে ৰজাৰ ওচৰলৈ দুজন ভকত পঠিয়াই ধৰ্মচৰ্চা কৰিবলৈ এডোখৰ নিজ্জাল ঠাই খুজি পঠিয়ালে। ৰাজহাউলীৰ ওচৰতে অসুৰাবি ভট্টাচাৰ্যই ভকতক লগ পাই তেওঁলোকৰ উদ্দেশ্য জানিব পাৰি ৰজাৰ সমীপত উপস্থিত কৰাই মাধৱদেৱৰ কাৰণে এফেৰি পুণ্যভূমি খুজিলে। পুণ্যভূমি ? ৰঘুদেৱে নাৰায়ণে ভাবিলে, গোকুল-মথুৰা-বৃন্দাৱন, এইবোৰেই-তো ভাৰতৰ পুণ্যক্ষেত্ৰ। তেওঁ মুখ ফুটাই ক'লে, মাধৱ বৃন্দাৱনলৈ যাওঁক।

ৰজাৰ আদেশ সভাত আলোচিত হ'ল, হাজৰা আতৈ, কলীয়া কাজি, হৰিকৃষ্ণ, সুৱল কাজি, মদন কাজি, ৰূপাবৰ লস্কৰ, বলাই নৰসিংহ প্ৰভৃতি ভালে কেইজন সক-বৰ বিষয়াই ৰাজআজ্ঞাৰ আঁত ধৰি উত্তৰ দিলে, সাধু-মহন্তক অন্য ৰজাই ৰাজ্যত সন্মানসহ ঠাই দিয়ে, তেওঁলোকৰ ৰজাই দূৰলৈ খেদি পঠিয়াই, ভাল হৈছে, এতিয়া ৰাজ্যখন শ্মশানশালী হওঁক। তাতে আকৌ কাশী-বৃন্দাৱন, গোকুল-

মথুৰা পুণ্যক্ষেত্ৰ হ'লেও মহাৰাজৰ সেইবোৰ ঠাইত কোনো এক্তিয়াৰ নাই, সেইবোৰ বেলেগ ৰজাৰ অধীনত। মাধৱদেৱক কোচ-হাজোৰ ভিতৰতে ৰখা হওঁক।

ৰঘুদেৱে বিবেচনা কৰি মাধৱক পুণ্যক্ষেত্ৰ হাজোত থাকিবলৈ আদেশ কৰিলে।

ভকতে আহি গুৰুজনৰ আগত ৰাজআজ্ঞা নিবেদন কৰিলত, তেওঁ অতি সোনকালে কেইজনমান ভকতৰ সৈতে হাজোলৈ যাত্ৰা কৰিলে। কোনো ওজৰ-আপত্তি নাই, সমূহীয়া প্ৰতিবাদ নাই; ৰাজদ্ৰোহৰ ভয়ত ভকতসকলেও মনে মনে থাকিল, ৰাজআদেশ নিৰ্বিবাদে মানিবই লাগিব, মাথোন গুৰুজনক লাগে ধৰ্মচৰ্চাৰ বাবে এডোখৰ নিৰিবিলি পৰিবেশ। হাজোলৈ যোৱাৰ বাটত ৰামদিয়া আৰু শোৱালকুচিত সোমাই ভকতসকলৰ সৈতে হৰিকথা চৰ্চা কৰি ৰব লুইতেৰে হাজোলৈ উজাই গল।

দুয়ো পাৰৰ অগণন ভকতে নানান দ্ৰব্য-বস্তুৰে গুৰুজনক সম্বৰ্ধনা জনাই ধন্য হ'ল, পুণ্যজীৱনৰ আৰু এটা মোচৰ আগুৱাই গল।

হাজোৰ নামনিত ছৈৰে সজা ঘৰত নিশা কটাই পিছদিনা হয়গ্ৰীৱ মন্দিৰলৈ উঠি বিগ্ৰহ দৰ্শন নকৰাকৈ পূজাৰী-আটপৰীয়া-দেউৰিক দান-দক্ষিণা কৰি উভতি আহিল।

মাধৱদেৱ হাজোত অস্থায়ী ঘৰ-দুৱাৰ কৰাই থকাকালছোৱাত বহুতো ভকতৰ সমাগম হ'ল। নামকীৰ্ত্তনৰ মধুৰ ধ্বনিৰে পাহাৰৰ ওচৰে-পাজৰে খলক লগালে। ভীমা বায়ন আৰু জগন্নাথ গায়নে বাই-গাই নটুৱা নচুৱালে। নাচ চাবলৈ কাষৰীয়া বাইজ ভাগি আহিল। নিতে নিতে মানুহৰ সমাগম বাঢ়ি আহিবলৈ ধৰিলে। বিবিধ দ্ৰব্য-বস্তুৰে উভৈনদী হৈ পৰিল। ভকতসকলে খাই-বৈ শেষ কৰিব নোৱাৰা হ'ল, কিমান খাব, কিমান থ'ব?

দেৱালয়ৰ মাধৱগোসাঁইলৈ আগ কৰি অনা বহু মানুহে মাধৱ-দেৱলৈ আনিব ধৰিলে, মাধৱৰ বিগ্ৰহতকৈ জীয়া মাধৱলৈ আকৰ্ষণ বেছি হ'ল। এনেকৈ ফল-মূল আদি বিবিধ উপাচাৰ মাধৱদেৱৰ

ওচৰলৈ অনা দেখি দেৱালয়ৰ কৰ্মকৰ্তাসকলৰ প্ৰাপ্তি কমি যোৱাত তেওঁলোকৰ অন্তৰত ঈৰ্ষাবহ্নিৰ লেলিহান শিখা জ্বলি উঠিল। মানুহক বুজাবৰ কাৰণে চেষ্টা কৰি ব্যৰ্থ হ'ল, নিৰ্মল ধৰ্মজীৱনৰ আদৰ্শ বৰ মূল্যবান।

হাজোত থিতাপিলোৱা কালৰ ভিতৰতে দেৱালয়ৰ গায়নসকলে গুৰুজনৰপৰা বিভিন্ন ধৰণৰ ৰাগ-ৰাগিণী, তাল-মান, বাদ্য-বাজনা শিকিলে। মাধৱে নিজে গীত ৰচি তাত সুৰ-ৰাগ সংগত কৰি তেওঁলোকক শিকালে। মাধৱদেৱ আছিল গুণনিধি, জগতৰ সকলো উত্তম গুণৰ অধিকাৰী, ধৰ্ম-শিক্ষা-সংস্কৃতিৰ তেওঁ নিজে এটি বিৰাট অনুষ্ঠান। দেৱালয়ত থকা গায়ন-বায়নসকলে তেওঁৰ গুণসমূহ দেখি আশ্চৰ্য হৈ পৰিল। এজন মানুহৰ ইমানবোৰ গুণ তেওঁলোকে কাহানিও দেখা নাই, ঈশ্বৰশক্তিযুক্ত নহ'লে এইয়া কেতিয়াও সম্ভৱ নহয়।

অসমৰ অন্যতম পুণ্যতীৰ্থ হাজো, ইয়াত হয়গ্ৰীৱ মাধৱ, কেদাৰ নাথ আৰু পোৱা মক্কা, হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ পবিত্ৰ ক্ষেত্ৰ। বৌদ্ধধৰ্মী ভুটীয়া আৰু তিব্বতীয় সকলবো ইয়ালৈ আগমন হয়। ইয়াৰপৰা বিছ মাইলমান উজাই গ'লে ব্ৰহ্মপুত্ৰৰ পাৰত নীলাচল পাহাৰ, ওপৰত পুৰাণপ্ৰসিদ্ধ শক্তিপীঠ,—কামাখ্যা গোসাঁনী। মাধৱ পুৰুষৰ দৰ্শনাৰ্থে মানুহৰ অবাৰিত সোঁত বৈছিল যদিও ইয়াত বৈষ্ণৱ-ধৰ্ম প্ৰচাৰৰ অনুকূল পৰিবেশ গুৰুজনে অনুমান কৰিব নোৱাৰিলে।

ইতিমধ্যে ভাটকুচিৰ কেশৱ চৰণ আতাক উজনিলৈ পঠাইছিল, আতাই দেবেৰাপাৰৰ বংশীগোপালক লগ ধৰি গুৰুজন তাত গৈ থকাৰ কাৰণে নাৱ পঠিয়াই দিবলৈ ক'ব। কেশৱ চৰণ যোৱাৰ ভালেদিন হ'ল আমো নাই ফৰ্মুটিও নাই, গুৰুজনে একো খবৰেই নাপালে। ইফালে ৰঘুৰজাৰ বিবেক-বিবেচনা সম্পৰ্কে তেওঁ জ্ঞাত, ৰজাৰপৰা ভৱিষ্যতলৈ বিশেষ আশা কৰিব নোৱাৰি। বেহাৰৰ লক্ষ্মীনাৰায়ণৰ ৰাজ্যলৈ যোৱাৰ বিষয়ে এবাৰ চিন্তা কৰিলে। 'নৰনাৰায়ণ ৰজাৰ দিনত অসমৰ পশ্চিম অঞ্চল কোচবেহাৰক

শংকৰদেৱে প্ৰচাৰ কৰি যোৱা ধৰ্ম পুতেকৰ সময়ত কিমানখিনি বিস্তৃত হৈছে সেইকথা জানিবলৈ মাধৱদেৱৰ মনত হাবিয়াস জন্মিল।

যি ভোখৰ পুণ্যভূমিত শংকৰদেৱে স্বেচ্ছাই নশ্বৰ দেহত্যাগ কৰিলে সেই মহান তীৰ্থত পদাৰ্পণ কৰি জীৱনৰ অন্তিম সময়ছোৱা কটাই দিবলৈ হয়তো মাধৱদেৱৰ অবচেতন মন আগ্ৰহী হৈ উঠিল। গুৰুজনক ধুৱাহাট-বেলগুৰিত লগপোৱাৰ পাছৰপৰা শংকৰ-মাধৱৰ ভিন ভাব নাই, গতিকে, তেওঁৰেই জীৱনৰ শেষ স্মৃতিবিজড়িত ঠাইখনৰ প্ৰতি মাধৱৰ ঐকান্তিক আগ্ৰহ তেনেই স্বাভাৱিক।

ভাবি-চিন্তি থিৰ কৰিলে তেওঁ বেহাৰলৈ যাব, কামৰূপত নাথাকে। ভকতৰ আগত তেওঁৰ ইচ্ছা প্ৰকাশ কৰিলে, ওচৰ-কাষৰীয়া ভকতে অন্তৰেৰে গুৰুজনক এৰি দিবলৈ টান পালেও মুখেৰে একো নক'লে, ক'ব নোৱাৰিলে। গুৰুৰ ইচ্ছাৰ ওপৰত হকা-বধা কৰিবলৈ কোনো ভকতৰ সাহস নহ'ল, বৈষ্ণৱ ধৰ্মসম্প্ৰদায়ৰ গুৰুভক্তিৰ এইয়া অন্যতম নিদৰ্শন।

সেই সময়ত উজনি-নামনি, আৰু কামৰূপ-বেহাৰৰ ভকতসকলৰ মাজত যাতায়াত ব্যৱস্থা কষ্টকৰ হ'লেও অহা-যোৱা আছিল। কোনোবা ভকতৰ মুখে লক্ষ্মীনাৰায়ণৰ মাতৃ পৰম শ্ৰদ্ধাশীলা আইধাই ৰঘুদেৱ নাৰায়ণৰ ৰাজ্যত মাধৱদেৱৰ ধৰ্মচৰ্চা কৰা ঠাইখিনিৰ নিমিত্তে নানান লটি-ঘটি হোৱা বুলি শুনিলে। ভতিজাকৰ স্বভাৱ তেওঁ জানে, সামান্য কথাতে খং কৰি ৰাজধানীৰপৰা ওলাই আহি ঘিলা-বিজয়পুৰত নতুনকৈ ৰাজধানী স্থাপন কৰি কামৰূপৰ ওপৰত শাসনভাৰ চলাইছে।

আই ধাই ৰাম ৰাম আতৈ, তেলী কৃষ্ণ, গোপাল হাজৰা, হৰিকৃষ্ণ প্ৰভৃতি ভকতৰ লগত আলচ কৰি মাধৱদেৱক বেহাৰলৈ লৈ যোৱা থিৰ কৰিলে। ৰাজমাৱৰ মূৰৰ চুলি চিঙি সোণৰ সঁফুৰাত ভৰাই সাত সতৰীয়াৰ হাতত হাজোলৈ পঠিয়াই মাধৱদেৱলৈ অনুৰোধ জনালে, অতি সোনকালে তেওঁ বেহাৰলৈ আহিব লাগে।

বেহাৰলৈ যোৱাৰ মানসিক প্ৰস্তুতি একৰকম আছিলেই, তাতে আকৌ ৰাজমাৱৰ নিমন্ত্ৰণী সংবাদ, গুৰুজন উৎফুল্লিত হৈ উঠিল, মনৰ

আকাঙ্ক্ষা আৰু দৃঢ় হ'ল। হাজোত ছয় মাহ কটাই ফাগুনৰ শেষত দহ-বাৰজন ভকতৰ সৈতে নাৱ প্ৰস্তুত কৰি ভটিয়াই মেলিবলৈ আজ্ঞা কৰিলে।

গুৰুজন ভটিয়াই অহা খবৰ জনাজাত হোৱাত বহু ভকত আৰু শুভাকাঙ্ক্ষী লোক ব্ৰহ্মপুত্ৰৰ বিভিন্ন ঘাটত সমবেত হৈ তেওঁক দৰ্শন কৰিলে, ধৰ্ম আৰু সদাচাৰ বিষয়ক দুই-চাৰি আষাৰ কথা শুনিলে আৰু তেওঁৰ অমৃত নিস্যন্দী দৃষ্টিত বহু হৃদয় কৃতাৰ্থ হ'ল। উকপোত ঘাটত গুৰুজনৰ নাৱ বান্ধিলত পঢ়িয়া আতৈ প্ৰমুখ্যে ভকতসকল লগ হৈ তেওঁক সম্বৰ্ধনা জনালে। গুৰুজন বেহাৰলৈ ওলোৱাত বহুতে মনে মনে দুখ কৰিলে, পঢ়িয়া আতৈ ঘৰ-সংসাৰ-আত্মীয়-স্বজন সকলোকে এৰি থৈ মাধৱৰ লগত যাবলৈ ওলাল। গুৰুজন তেওঁৰ আবেগিক কথাত সন্মত নহ'ল, আতৈক বুজাই-বুঢ়াই পৰমাৰ্থ তত্ত্বৰ উপদেশ দি বৈষ্ণৱধৰ্ম প্ৰচাৰৰ উদ্দেশ্যৰে ঘৰত থৈ গ'ল।

কেইদিনমান পাছত কাঠাসী ঘাটত নাৱ ৰখাই মালছাৰ বৰ বিষ্ণু আতালৈ সংবাদ পঠিয়ালে। আতাই আন আন ভকতৰ সৈতে বিবিধ বস্তুবেহানি লৈ গুৰুজনক সেৱা কৰিলে। সকলো ভকতৰ সুখ-দুখৰ বাতৰি লৈ মাধৱপুৰুষে প্ৰত্যেকখন অন্তৰত ধৰ্মচৰ্চাৰ প্ৰেৰণা বীজ ছটিয়াই আকৌ নাৱ মেলিবলৈ আজ্ঞা দিলে।

সথিয়েক ঠাকুৰ আতাই মনদিয়া ঘাটত সাক্ষাৎ কৰি মাধৱদেৱলৈ ভক্তি-অৰ্ঘ্য নিবেদন কৰিলে। প্ৰায় এবছৰ দুয়োৰো দেখাদেখি হোৱা নাছিল, ঠাকুৰ আতাই সেইবাবে মহা খেদ কৰিলে। মাধৱে আই আৰু পৰমানন্দইঁতৰ খবৰ কৰিলে। ঠাকুৰ আতা গুৰুজনৰ লগত বেহাৰলৈ যোৱাৰ বাবে ইচ্ছা প্ৰকাশ কৰিলে, কিন্তু মাধৱদেৱে তেওঁক লৈ নগ'ল। সখিয়েকক সান্ত্বনা দি মহাপুৰুষৰ ধৰ্ম প্ৰচাৰ আৰু প্ৰবৰ্ত্তাই ৰাখিবলৈ থৈ গ'ল। বিদায় মুহূৰ্ত্তত আতাৰ সলোতক চকুযুৰিলৈ চাই ক'লে, তেওঁৰ সৈতে গুৰুজনৰ কেতিয়াও বিচ্ছেদ নঘটে, সখিয়েকে তেওঁক সদায় পাব।

এই প্ৰসংগত এটি বিশিষ্ট উদাহৰণ ডাঙি ধৰাৰ উল্লেখ কথাগুৰু

চৰিতত আছে। মাধৱদেৱে সেইদিনা শোকাকুল সখিয়েকৰ আগত কৈছিল, হনুমানও ভক্তিৰত্ন থৈ ৰামচন্দ্ৰ বৈকুণ্ঠলৈ গ'ল। তেনেকৈ মহাভক্ত উদ্ধৱত পৰমতত্ত্ব ৰাখি কৃষ্ণদেউ বৈকুণ্ঠগামী হ'ল। এতিয়া তেনেকৈ সখিয়েকে গুৰুধৰ্ম প্ৰৱৰ্ত্তাই থাকক, যাব নালাগে।

বাউসী, বৰপেটা আৰু সুন্দৰীতো গুৰুজন বেহাৰলৈ ওলোৱা খবৰ পালে। পুৰুষোত্তম ঠাকুৰ, চতুৰ্ভুজ ঠাকুৰ, হৰিচৰণ ঠাকুৰ, মথুৰা দাস বুঢ়া আতা, মনপুৰ ভঁড়ালী, ৰামচৰণ ঠাকুৰ প্ৰভৃতি বহুতো ভকতে মাধৱদেৱক গজিয়াঘাটত লগ ধৰিলে। গুৰুজনক বিদায় সম্ভাষণ জনাবলগীয়া হোৱাত ভক্তবৃন্দৰ অন্তৰ ভাঙি পৰিল, চকুলোৰে গাল-মুখ তিতি গ'ল। শ্ৰীকৃষ্ণ গোকুলৰপৰা মথুৰালৈ যাওঁতে যেনেকৈ গোপীসকলৰ দুৰ্দিন আৰু মথুৰাবাসীৰ সুদিন হৈছিল, তেনেকৈ এতিয়াও কামৰূপৰ দুৰ্দিন আৰু বেহাৰৰ সুদিন উপগত হ'ল। ৰামচৰণ ঠাকুৰৰ এই কথাষাৰ শুনি সমবেত ভকতসকল আৰু বেছিকৈ মৰ্মাহত হৈ পৰিল।

মাধৱদেৱ মায়া-মোহ ত্যাগী আদৰ্শ পুৰুষ। বহু কষ্ট কৰি নিজৰ তত্ত্বাৱধানত সুন্দৰকৈ গঢ়ি তোলা বৰপেটা সত্ৰখনলৈও তেওঁ এবাৰ যাবলৈ ইচ্ছা নকৰিলে, মায়াৰ বহু ঊৰ্দ্ধত থকা পুৰুষ, পাৰ্থিব কোনো বস্তুৰ প্ৰতি তেওঁ অনুৰাগী নহয়। সত্ৰৰ দায়িত্বভাৰ বুঢ়া আতাৰ হাতত অৰ্পণ কৰি মাধৱদেৱ নিশ্চিন্ত হ'ল। গজিয়াঘাটত সম্মিলিত সকলো ভকতক গুৰুবাক্যত প্ৰৱৰ্ত্তি আটায়ে মিলা-প্ৰীতিৰে থাকিবলৈ সজ পৰামৰ্শ দিলে। পৰমাৰ্থ তত্ত্বৰ উপদেশ শুনাই তেওঁৰ ডিঙিৰ সাতসৰী হাৰ সোলোকাই আশীৰ্বাদস্বৰূপে ভাগিনেক ৰামচৰণৰ ডিঙিত পিন্ধাই দি গাল-মুখত মৰম কৰিলে। বাহ্যিক দৃষ্টিত সোণৰ হাৰ ডিঙিত সুমুৱাই দিলে যদিও, অন্তৰেৰে গুহ্যতমজ্ঞান ঠাকুৰত অৰ্পণ কৰি মোমায়েকে তেওঁক ধৰ্মপথেৰে আগুৱাই যোৱাত সহায়ক হ'ল। ভক্তি-শ্ৰদ্ধাৰ নিদৰ্শনস্বৰূপে কলীয়া দলৈ এইগচি হাৰ গুৰুজনক দিছিল।

শংকৰদেৱ বিৰচিত কীৰ্ত্তন-ঘোষাৰ অধ্যায়সমূহ উজনি-নামনিৰ

ভকতসকলৰ ঘৰে ঘৰে সিঁচৰতি হৈ আছিল। শংকৰদেৱে এইবোৰ সংগ্ৰহ কৰিবলৈ মাধৱদেৱক কৈছিল যদিও, সময়ৰ নাটনিত সেই কাম সম্পূৰ্ণ নহ'ল। পুথিখনৰ খণ্ডবোৰ ভকতৰ ঘৰৰপৰা থুপাই লৈ মাধৱদেৱক দিয়াৰ কাৰণে ভাগিনেকক আদেশ দিলে।

সমবেত ভক্তবৃন্দৰ চকু-মুখ চাব নোৱাৰা হৈছে, অন্তৰ ভাবাক্ৰান্ত, প্ৰাণৰ গুৰুজন কামৰূপ এৰি ওলাইছে, ভক্তিপূৰ্ণ হৃদয় এই বিচ্ছেদ সহিব নোৱাৰি শতধা বিদীৰ্ণ হ'ব খোজে। তথাপি উপায় নাই, গুৰুজনৰ ইচ্ছাৰ ওপৰত হকা-বধা কৰিবলৈ তেওঁলোকৰ ক্ষমতা নাই; গুৰুৰ ইচ্ছাই ভকতৰ ইচ্ছা।

নাৱ মেলিবৰ সময় হৈ আহিল, ভক্তবৃন্দৰ চকুলো গালেদি ধাৰাসাৰে বৈ আছে। কাৰো মুখত মাত-বোল নাই, সকলোৱে প্ৰণাম কৰি বিদায়ৰ নিকৰুণ ক্ষণত মৰ্মাহত। এনেতে মনপুৰ উঁৰালী গুৰুজনৰ ওচৰলৈ গৈ প্ৰণাম জনাই তেওঁৰ উৰা পৰ্হি (পচৰা)-খন খুজিলে। এইখন বিশেষ ধৰণেৰে প্ৰস্তুত কৰা পৰ্হি, ইয়াৰ এপিঠি উবিলে জাৰকালি বেছ উম লাগে, আৰু অন্য পিঠি উবিলে গৰমৰ দিনতো ঠাণ্ডা অনুভূত হয়। শীত-তাপ নিয়ন্ত্ৰিত পৰ্হি।

এইখন পৰ্হি থাকক, বুঢ়া মানুহ তেওঁকেই লাগে। ইয়াৰ সলনি মনপুৰক তেওঁ অন্য দুখন পৰ্হি দিবলৈ খুজিলে। উহু মনপুৰ সৈমান নহ'ল, আন দহখন দিলেও তেওঁক নালাগে, গুৰুজনে উৰিথকাখনহে লাগিব। একোপধ্যে মনপুৰক সম্মত কৰাব নোৱাৰি গাত উৰা পচৰাখন ভকতজনলৈ দি প্ৰাৰ্থীকৰ মনোবাঞ্ছা পূৰ্ণ কৰিলে।

কিন্তু সেই পৰ্হিখন মনপুৰে ভালকৈ ৰাখিব নোৱাৰিলে, কেইদিন-মান পাছতেই কেনেবাকৈ হেৰাই গ'ল।

বুঢ়া আতাই গুৰুজনৰ চৰণযুগলত পৰি সেৱা জনাই গা'লে,—

আউৰ কি আসিবা নন্দৰপুৰ।
কৈ সানি দেখিবো মুখ প্ৰভুৰ॥

গুৰুজনৰ নাৱ ভটিয়াই মেলিলে, পাৰত আপেক্ষিত শোকাৰ্ত

ভক্তবৃন্দই একেথবে তেওঁৰ শ্ৰীমুখলৈ চাই ৰ'ল। কোনোবা টলকতে নাৱখন আগুৱাই এটা মোচৰ ঘূৰি চকুৰে মনিব নোৱাৰা হ'ল।

ইয়াৰ পাছত গুৰুজনে খাগৰিকটা ঘাট, বঠাপোতা ঘাট, সাৱধানি ঘাট আদি কেইবাটাও ঘাটত নাৱ ৰখাই পাৰলৈ উঠি ভোজন-পাতি কৰি ভকতৰ আগত ধৰ্ম আৰু সদাচাৰ নীতি শিকাই আগুৱাই গ'ল। সাৱধানি ঘাটত বৈ ভোজন কৰা ঠাইখিনি পৰিষ্কাৰ নকৰাকৈ নাৱমেলি অহা জানিবলৈ পাই গুৰুজনে আকৌ উজাই গৈ ভকতৰ হতুৱাই ঠাইফেৰা পুনৰ নিকা কৰাইহে এৰিলে।

ৰন্ধা আৰু ভোজনৰ ঠাইখিনি অপৰিষ্কাৰকৈ এৰি থোৱা দেখিলে অইন মানুহে কোনোবা সদাচাৰবিহীন লোকৰ কাণ্ড বুলি ভাবিব। অকল ধৰ্মই নহয়, সুযোগ পালেই কৰ্মৰ মাজেদিও ভকতক প্ৰয়োজনীয় শিক্ষা দিছিল। প্ৰত্যেক ঠাইতে দুই-এদিন জিৰাই-শঁতাই ঘোষা-পদ ৰচি গাই গুৰুজনে ভকতৰ অন্তৰত ভক্তিৰ দৃঢ়তা আনি আগবাঢ়িছিল।

লুহিয়াৰ ঘাটত নাৱ ৰখাই গুৰুজন পাৰলৈ উঠিল। নৌ-পথৰ ইয়াতেই অন্ত পৰিল, ৰঘুৰজাৰ ৰাজ্যৰ পশ্চিম প্ৰান্তলৈ আৰু বেছি দূৰ নাই। নাৱৰীয়াইঁতক বিদায় কৰিলে। সেই অঞ্চলৰ ভকতে গুৰুজনৰ কাৰণে দোলা এখন প্ৰস্তুত কৰি ৰাখিছিল, তেওঁ দোলাৰ ভিতৰত উঠিল। তুলসীৰাম আতৈ, দিনবৈ নাৰায়ণ, গংগাৰাম আৰু চণ্ডীয়া গোপাল হ'ল দুলীয়া। তেওঁলোকে দোলাখন কঢ়িয়াই লৈ গ'ল। ৰাজধানীৰ কাষেদি বেহাৰলৈ যোৱা পথ, কি জানি ৰঘুৰজাৰ দৃষ্টিত পৰে বুলি গুৰুজন দোলাত উঠিল। নহ'লে বৃদ্ধ গুৰুৱে খোজ কাঢ়ি যাবলৈ অপৰাগ হোৱাত বাহনত যাব লগীয়া হ'ল। যদুমণি আতৈ দোলাৰ পাছে পাছে মাধৱদেৱৰ কানি-কাপোৰ, বাচন-বৰ্তন আৰু পুথি-পত্ৰৰ ভাৰখন কঢ়িয়াই আগবাঢ়িল। অন্য ভকত খোজ কাঢ়ি যাব ধৰিলে।

কিছুদূৰ যোৱাৰ পাছত বলাই আৰু নৰসিংহ আতৈ মাধৱদেৱক লগ পালে। দুয়ো ৰঘুৰজাৰ বিষয়া, ঘোঁৰাৰপৰা নামি তেওঁলোকে

গুৰুজনক প্ৰণাম কৰি বা-বাতৰি ল'লে। চ'ত মহীয়া ব'দ, দুয়োজন ভকতৰ মুখ শুকান দেখি গুৰুজনে তেওঁলোকক থেকেৰাৰ বড়ি খাবলৈ দিলে। সেইদিনা নৰসিংহৰ ঘৰলৈ আমন্ত্ৰণ জনাই দুয়ো ৰাজকাৰ্যলৈ গ'ল।

বলাই আৰু নৰসিংহ দুয়ো ভায়েক-ককায়েকৰ মাজত ঈৰ্ষা-অসূয়া, অমিল ; ইজনে সিজনক চকু পাৰি দেখিব নোৱাৰে। একেখন ঘৰত থাকে যদিও, তেওঁলোকৰ ভিতৰত মাত-বোল নাই।

গুৰুজন নৰসিংহৰ ঘৰত উঠিলগৈ। সেইদিনা একাদশীৰ উপবাস, প্ৰভুৱে একো নাখালে। গাধুই গুৰু-সেৱা কৰি আলাপ-আলোচনা আৰু হৰিকথাৰ মাজেদি দিনটো কটাই নিশা চাইৰ্ডাৰ এনেই পৰি থাকিল। ৰাতিপুৱা দুয়ো ভায়েকে গা ধুই গুৰুজনক সেৱা কৰি চাউল এমুঠি সিজাই খাবলৈ অনুৰোধ জনালে।

চৰ্ত্ত-সাপেক্ষে মাধৱদেৱ সম্মত হ'ল, চাউল সিজাব লাগিলে দুয়ো ভায়েকে অন্তৰৰ কুচ্ৰ্ট-কপটতা এৰি নিৰ্মল অন্তৰেৰে ইজনে সিজনক আকোৱালি ল'ব লাগিব, হিংসাকুৰীয়া ঘৰত তেওঁ নাখায়। ভকতৰ হিংসা প্ৰবৃত্তি বৰ দোষণীয়।

গুৰুজন সাক্ষাৎ ধৰ্মমূৰ্ত্তি, তেওঁ শিষ্যৰ অন্তৰ-বাহিৰ চব জানে। তেওঁৰ সন্মুখত ফাকি-ফুকা নাখাটে। প্ৰকৃততে দুয়ো দোষী, দুয়োৰো অন্তৰত ঈৰ্ষা-অসূয়াবহ্নি। মাধৱদেৱৰ কথাত বলাই আৰু নৰসিংহৰ মনত অনুশোচনা হ'ল, দুয়ো গুৰুজনৰ সন্মুখত আঠুলৈ অন্তৰৰ কুচ্ৰ্ট-কপটতা এৰি পেলালে। তেওঁৰ অপৰিসীম কৃপাৰ নিমিত্তে দুয়োৰো মন পূৰ্বৰ দৰে সজ হ'ল।

বলাই-নৰসিংহহঁতৰ ঘৰ ঘোঁৰাঘাট পৰগণাত, সেই অঞ্চল ৰঘু ৰজাৰ অধীনত ; গুৰুজন তেওঁৰ ৰাজ্যত নাথাকে বুলি ওলাইছে যেতিয়া তেওঁ সেই ঠাইত সৰহদিন নাথাকে। সোণকোষৰ ইপাৰে ৰঘুদেৱনাৰায়ণৰ ৰাজ্য আৰু সিপাৰে লক্ষ্মীনাৰায়ণৰ। আহল-বহল নৈখন পাৰ হৈ দুয়োখন ৰাজ্যৰ মাজত অহা-যোৱা কৰাৰ ক্ষেত্ৰত ৰাজনৈতিক বাধা-নিষেধ আছিল। নৈ পাৰ হ'বলৈ ৰজাৰ অনুমতি

লাগে, মাধৱদেৱে এইকথা শুনি চিন্তিত হ'ল, ৰঘুৰজাৰ অনুমতি নাপাব বুলি তেওঁ সন্দেহ কৰিলে।

ইফালে গুৰুজনৰ আগমনৰ-বাৰ্ত্তা পাই বহুতো ভকতে তেওঁক সাক্ষাৎ কৰিবলৈ আহিল। তেওঁলোকৰ ধৰ্মচৰ্চা আৰু হৰিকীৰ্তন কৰিলে যদিও, গুৰুজন মনে মনে চিন্তিত। এনে খকা-খুন্দা সময়তে দুয়োখন ৰাজ্যলৈ অবাধে অহা-যোৱা থকা ভৃগু গুৰু মাধৱদেৱৰ ওচৰত উপস্থিত হ'ল। তেওঁ পণ্ডিত মানুহ, মাধৱদেৱ ভালে যোৱা কথা শুনি তেওঁক দেখা কৰিবলৈ গ'ল। ভৃগু ৰাজপুৰোহিত, নৈখন পাৰ হৈ গুৰুজনক নিৰ্বিঘ্নে সিপাৰলৈ যোৱাত সহায়তা কৰিবলৈ দুই-চাৰি ভকতে ভৃগু গুৰুক অনুৰোধ জনালে।

ভৃগুৰ ঘৰ সোণকোষৰ সিপাৰে, চকীয়ালৰ লগত তেওঁৰ বৰ খাতিৰ। পিছদিনা চকীয়ালক তেওঁ ধৰিলেগৈ, কামৰূপৰপৰা বুঢ়া শহুৰেক আহিছে, লগত আৰু পাঁচ-ছয় জনমান আছে, ঘাটুৱৈক কৈ নৈখন পাৰ কৰাই দিব লাগে। চকীয়াল সন্মত হ'ল, দোক-মোকালি ভৃগু গুৰুৰ বুঢ়া শহুৰেকৰ পৰিচয়ে গুৰুজন সোণকোষ পাৰ হৈ গ'ল। বহুত সম্ভাৱনাময় এটি নতুন দিনৰ আৰম্ভণিৰে পূব-আকাশত ৰঙা বেলিটোৱে ভুমুকি মাৰিলে।

## নামধৰ্ম-আলোড়িত-বেহাৰ

সেইদিনা মাধৱদেৱ ভৃগু পণ্ডিতৰ ঘৰত ৰ'ল। নিশা ভৃগুৰ লগত গুৰুজনে ভাগৱতৰ আলোচনা কৰিলে। তেওঁৰ পাণ্ডিত্য দেখি ৰাজপুৰোহিত আশ্চৰ্য হ'ল। পিছদিনা ধুতি-পচৰা এযোৰ আৰু টকা পাঁচটা গুৰুজনলৈ আগবঢ়াই সন্মানসহ বিদায় কৰিলে।

তাৰ পাছত মাধৱদেৱ ভৃগুৰ ভায়েকৰ ঘৰত এদিন আৰু তেলী কৃষ্ণ আতৈৰ ঘৰত অলপীয়া ভকতৰ সৈতে তিনিদিন ৰৈ মাইডৰীয়া গোপালৰ একান্ত অনুৰোধ এৰাব নোৱাৰি তেওঁৰ ঘৰলৈ গ'ল।

এনেকৈ অস্থায়ীভাৱে ঘূৰি ফুৰা সময়তো বহুলোক,—আৰ্ত, শৰণাৰ্থী আৰু জিজ্ঞাসু, তেওঁৰ ওচৰলৈ আহিল। মহাপুৰুষসকল য'তেই যি অৱস্থাত নাথাকক মানুহে তেওঁলোকক এৰা নিদিয়ে, তেওঁলোক লোকসংগ্ৰহৰ একোটি বৃহৎ-পৱিত্ৰ অনুষ্ঠান।

বেহাৰৰ লক্ষ্মীনাৰায়ণ ৰজাৰ মন্ত্ৰী বীৰু কাজীৰ সৈতে মাইডৰীয়া গোপালৰ পূৰ্বৰপৰা চিন-চিনাকি, দুয়োৰো মাজত কথা-বতৰাও আছিল। মাধৱদেৱৰ প্ৰতি সহানুভূতিশীল হৈ এদিন কথাপ্ৰসংগত তেওঁ বীৰু কাজীৰ আগত উল্লেখ কৰিলে, কামৰূপৰ এজন বিশিষ্ট মহন্ত বেহাৰত পদাৰ্পণ কৰিছে, তেওঁ ডাঁৰি-চুলি নাকাটে, নিৰামিষ খায়, গধূলি হবিষ কৰে, তেল-খাৰ-উখোৱা নাখায়; মহা মহন্ত। গোপালৰ কথা শুনি কাজী সন্তোষিত হ'ল, তেওঁ তেনে মহন্তক ৰখৈ পেলাগিলে। ৰজাক কৈ-মেলি নিষ্কৰ জমি কিছু দিয়াই মহন্তক সংস্থাপিত কৰিব বুলি তেতিয়াই আশ্বাস দিলে।

মাইডৰীয়া গোপাল সন্ধিয়া ঘৰলৈ উভতি আহি বীৰু কাজীৰ আগত মাধৱদেৱৰ সম্পৰ্কে কোৱা কথাখিনি আৰু কাজীয়ে দিব খোজা সা-সুবিধাৰ আশ্বাস যথাযথভাৱে গুৰুজনৰ সম্মুখত পুনৰাবৃত্তি কৰিলে। ভকতৰ মুখত গুৰুধৰ্মৰ বিকৃত ব্যাখ্যা, ৰাজানুগ্ৰহৰ স্বাৰ্থত অপপ্ৰচাৰৰ কেৰামতালি, মাধৱদেৱৰ খং উঠিল। শ্ৰীশংকৰদেৱে ব্ৰত-উপবাস, ডাৰি-জ'ট, কাণি-কঁথা গুচাই একশৰণীয়া নামধৰ্ম প্ৰচাৰ কৰি জীৱৰ কল্যাণ সাধিলে, সেই ক্ষেত্ৰত সামান্যতম অনুকম্পা বিচাৰি গোপালে ভক্তিধৰ্ম-বিৰোধী কথা কৈ আহিল? উঁহু-এনে অমাৰ্গী ভকতৰ ঘৰত তেওঁ এখন্তেকো নাথাকে, মাধৱদেৱ সেই মুহূৰ্ততে যাবলৈ উঠিল। লগৰ ভকত কেইজনকো ওলাবলৈ আজ্ঞা কৰিলে।

গুৰুজন বেছি দূৰ যাবলগীয়া নহ'ল, ওচৰতে ৰাম ৰাম আতৈৰ ঘৰ, আতৈ কাকুতি-মিনতি কৰি ঘৰলৈ লৈ গ'ল। তেওঁৰ বাৰী-বস্তিৰ ভিতৰতে নতুনকৈ সজাই ৰখা ঘৰটোত ভকতৰ সৈতে গুৰুজন নিশাটোৰবাবে ৰ'ল।

মাধৱদেৱে বেলেগ ঠাই নোপোৱালৈকে সেই ঘৰতে কেইদিন-মানৰ কাৰণে থাকিবলৈ থিৰ কৰিলে। ঘৰটো সৰু, হৰিকথা চৰ্চা কৰিবলৈ বেলেগ ঠাই নাই, চোতালত বগোৱা লাউগছৰ হেদালিৰ তলখন সাৰি-মচি চাকি-ধূপ জ্বলাই নিতৌ আবেলি ভকতৰ লগত গুৰুজনে হৰিনাম কীৰ্তন কৰিবলৈ ধৰিলে। হৰিনাম কীৰ্তনত দেশ-কাল-পাত্ৰ আৰু নিয়ম-সংযম বিধি নাই, গুৰুজনে এই কথা নাম-ঘোষাত উল্লেখ কৰিয়েই ক্ষান্ত থকা নাই, ৰাম ৰাম আতৈৰ ঘৰত দেখুৱাই দিলে। সেই অঞ্চলৰ বহুতে লাউৰ হেদালিৰ তলতে মহাপুৰুষক গ্ৰহণ কৰিলে।

ইয়াৰ পাছত হৰিৰ্থা দলৈৰ ঘৰত ছয় মাহ। দলৈৰ পুতেক মাধৱদেৱৰ পৰম ভক্ত, তেওঁ কীৰ্তনঘৰ, গুৰুজন থকা ঘৰ, আৰু ভকতৰ বহা আটোম-টোকাৰিকৈ সজাই দিলে। মাধৱদেৱৰ লগত তেতিয়া বহু ভকত, সকলোৱে নামধৰ্ম আচৰি মহা সুখত দিন প্ৰৱৰ্তাই আছে। ইতিমধ্যে শংকৰদেৱে শৰণলগাই যোৱা ভকতসকলেও মাধৱদেৱৰ ওচৰ চাপি নতুন প্ৰেৰণাৰে নামধৰ্ম আচৰি থাকিল। ৰংপুৰ, দিনাজপুৰ আৰু জলপাইগুড়ি অঞ্চলৰো বহুজন গুৰুজনৰ ওচৰ চাপিল।

মাধৱদেৱে বেহাৰ ৰাজ্যত পদাৰ্পণ কৰাৰ বাতৰি লক্ষ্মীনাৰায়ণৰ মাতৃয়ে কেতিয়াবাই পালে। ৰাজমাও অত্যন্ত আহ্লাদিতা, তেওঁ ভকত পঠিয়াই গুৰুজনৰ খা-খবৰ লৈ আছে, সুবিধা-অসুবিধাৰ বুজলৈ মানুহৰ যোগেদি সংযোগ ৰক্ষা কৰি চলিছে। ৰজাক কৈ-মেলি হাটী-বাটি, নামঘৰ, মণিকূট সজাই মাধৱদেৱক নিগাজিকৈ সংস্থাপন কৰাৰ চিন্তা কৰিলে।

ৰাজমাৱে এদিন পুতেকৰ আগতে ক'লে, বোপাই, তোমাৰ পৰম সৌভাগ্য, মহাভক্ত মাধৱদেৱ বেহাৰত উপস্থিত হৈছে, তেওঁ এজন মহন্ত পুৰুষ, দিনে-ৰাতি হৰিকথা চৰ্চি থাকে। হৰিনাম কীৰ্তনৰ ধ্বনিত আকাশ-বতাহ পৱিত্ৰ হয়, গতিকে, তেওঁ ৰাজ্যত থকা মানে

ৰজা-প্ৰজা উভয়ৰে কল্যাণ। তেওঁক মাটি-বাৰী দান কৰি সত্ৰ পাতি থাকিবলৈ ঘৰ-দুৱাৰ সজাই দিব লাগে।

সক কালতে দেউতাকৰ দিনত ৰজাই শংকৰদেৱক দেখিছিল যদিও, সিমান কথা তেওঁৰ মনত নপৰিল। মাধৱদেৱৰ সম্পৰ্কে তেওঁ অজ্ঞ, এখন ৰাজ্যৰ অধিকৰ্তা হৈ তেওঁ মহন্ত এজন বিচাৰি যাবনে? ওহো নাযায়। ৰাজ হাউলিৰ ওচৰে-পাজৰে দুই-চাৰি ভকত আছে যদিও, তেওঁলোকে ৰজাৰ আগত গুৰুজন আৰু তেওঁৰ প্ৰচাৰিত ধৰ্মৰ বিষয়ে বিস্তৃতভাৱে নকয়, কোৱা নাই।

ৰাজমাৱৰ আবদাৰ শুনি ৰজাই সুধিলে, বৰ্তমান কালত কোনোবা ভক্ত আছেনে? ব্ৰহ্মা, মনু, হৰ, কপিল প্ৰভৃতি আগৰ যুগত ভক্ত আছিল, তেওঁলোকৰ লেখীয়া ভক্ত সম্প্ৰতি ক'তো নাই।

মনত বেজাৰ লাগিলেও পুতেকৰ কথাও তেওঁ মনে মনে থাকিল, কোনো উত্তৰ নিদিলে।

মাঘমাহ, এই মাহত প্ৰাতঃস্নান কৰিলে পুণ্য হয় বুলি বহুতৰ বিশ্বাস। প্ৰত্যেকে ৰাতিপুৱা এই মাঘমহীয়া দিনত ডেৰ মাইল দক্ষিণেৰে বৈ যোৱা তোৰোচা নদীত ৰাজমাৱ গা ধুবলৈ যায়, বুঢ়ী তিৰোতা আহোঁতে থক্ থক্ কৰি কঁপি আহে। লক্ষ্মীনাৰায়ণে তেনেকৈ অহা দেখি এদিন ক'লে,—আই, তুমি দোলাত উঠি গা ধুবলৈ যাবা।

ৰাজমাৱে উত্তৰ দিলে,—দোলাৰ ভিতৰত গৈ স্নানৰ অৰ্ধেক ফল মই নকমাও।

তাৰ পাছত আৰু এদিন ৰজাই মাকৰ কষ্টলৈ চাই পূৰ্বৰ কথাকেই দোহাৰিলে, তোৰোচাৰ ঘাটলৈ দোলাৰে যাবলৈ ক'লে। আই মাতৃয়ে তেতিয়া উত্তৰ দিলে,—বাচা, মোলৈ যদি সঁচাকৈ তোমাৰ ইমান চেনেহ, তেনে হ'লে তুমি তোৰোচা নৈখন আমাৰ ৰাজ-হাউলিৰ কাষলৈ বোৱাই অনা। তুমি ৰজা, প্ৰজাৰ দুখ-দুৰ্গতি মোচন কৰা তোমাৰ কৰ্তব্য, ইচ্ছা কৰিলে অতি সহজতে মোৰ শাৰীৰিক কষ্ট লাঘৱ কৰিবলৈ পাৰিবা।

এইকথা শুনি লক্ষ্মীনাৰায়ণে মূৰ জোঁকাৰি ক'লে—আই তেনে অসম্ভৱ কাম কৰিবলৈ মোৰ সাধ্য নাই, এখন বোৱঁতী নৈ ইচ্ছা অনুসৰি আনিব নোৱাৰোঁ।।

কেনে নোৱাৰা, প্ৰিয়ব্ৰত ৰজাই সাগৰ সৃষ্টি কৰিছিল, তুমি সামান্য নৈ এখনৰ গতি সলনি কৰিবলৈ নোৱাৰিবা নে ?

সত্যযুগৰ ৰজাৰ সৈতে মোৰ তুলনা নহয় আই, তেওঁলোকৰ পৰাক্ৰমেই বেলেগ আছিল, যি কৰিব খোজে তাকেই কৰিছিল ।

ৰাজমাৱে তেতিয়া হাঁহি মাৰি উত্তৰ দিলে,—এৰা, বোপাই, কাল-অনুসৰি শক্তিসামৰ্থ্যৰ লৰচৰ হয়, তুমি যেনেকৈ এই কালৰ ৰজা, তেনেকৈ ভক্তসকলো কাল অনুযায়ী হৈছে। এই কালৰ উত্তম মহন্ত শ্ৰীমাধৱদেৱ, তেওঁ অনুগ্ৰহ কৰি ভকত সহ আমাৰ ৰাজ্যত পদধূলা দিছে, গতিকে, তেওঁক এঠাইত স্থাপন কৰি ভক্তি-শ্ৰদ্ধা জনোৱা নিতান্ত আৱশ্যক ।

মাকৰ কথাত লক্ষ্মীনাৰায়ণৰ মনটো কুমলিল, ভিতৰি অলপ লজ্জিত হ'ল। পিছদিনা ভেলাডোবাত কীৰ্ত্তন-ঘৰ, মণিকূট, ভকতৰ হাটি আৰু মাধৱদেৱৰ কাৰণে ঘৰ-দুৱাৰ সজাই দিবলৈ বিষয়াসকলক আজ্ঞা কৰিলে ।

ৰাজধানীৰপৰা চাৰি মাইলমান পূব-দক্ষিণে ভেলা-ডোৱা, ঠাইখনৰ ওচৰৰ ডোবাত ভেলা চৰাই পাৰিছিল কাৰণে হয়তো ভেলা-ডোবা নাম হ'ল। ৰাজমাৱৰ অনুৰোধত ইয়াতেই মাধৱদেৱে ভকতৰ সৈতে আনন্দ মনেৰে সত্ৰ পাতি ব'ল।

বেহাৰ, বিজয়পুৰ দুয়োখন ৰাজ্যৰ বহুতো ভকত গুৰুজনৰ সঙ্গলৈ আহিল ; কামৰূপৰ শ্ৰীৰাম আতা প্ৰভৃতি কেইজনমান ভকত লগত আছিলেই, জন চেৰেক আৰু ভেলা-মধুপুৰ পালেগৈ। উজনীৰ দুই-চাৰি জনো গ'ল। বেলেগ ৰাজ্যৰ ভকত মাধৱদেৱক কেন্দ্ৰ কৰি হৰিকথাৰ এক অনুপম মধুচক্ৰ ৰচনা কৰিলে। বৰপেটা, পাটবাউসী, সুন্দৰী, কালঝাৰ, মনদিয়া, মালচা আদি অঞ্চলৰ আতৈ-আতাসকলক

খা-খৰৰ ল'বলৈ ভকত পঠিয়াই দি মাধৱদেৱে পূৰ্বৰ ধৰ্মীয় সম্পৰ্ক অটুট ৰাখিলে।

ইফালে ৰাজমাৱ মাজে-সময়ে ভেলাডোবালৈ গৈ মাধৱদেৱৰ খা-খবৰ কৰি সুবিধা-অসুবিধাৰ বুজ লৈ শ্ৰদ্ধা-ভক্তি জনাই থাকিল। অকল গুৰুজনকে নহয়, তেওঁৰ সংগত থকা ভকতসকলকো মাজে-সময়ে ঘৰলৈ মাতি লৈ পৰম শ্ৰদ্ধাৰে সিধা-ভোজনি, ধুতি-পচৰা আগবঢ়াই নিজে কৃতাৰ্থ হ'ল। লক্ষ্মীনাৰায়ণৰ কোঁৱৰ দুজনকে আইতাকে লগত লৈ গৈ গুৰুজনৰ আশীৰ্বাদ ল'লে। মাধৱদেৱৰ পাণ্ডিত্য আৰু ব্যক্তিত্বত মুগ্ধ হৈ ভালে কেইজন ৰাজবিষয়াই গুৰু-জনৰ শুদ্ধ ধৰ্মমত গ্ৰহণ কৰিলে।

কোচৰজাৰ সুবিবেচনা আৰু ধৰ্মপৰায়ণতাৰ বিষয়ে বুঢ়া ৰজা নৰনাৰায়ণৰ দিনৰেপৰা অবগত যদিও, বৈষ্ণৱধৰ্ম প্ৰচাৰৰ কাৰণে ৰজা লক্ষ্মীনাৰায়ণৰ পোণপটীয়া পৃষ্ঠপোষকতা বিচাৰি মাধৱদেৱে কেতিয়াও আৰ্জি পেচ কৰা নাছিল। প্ৰবল আত্মবিশ্বাসী গুৰুজনে হয়তো ভাবিছিল, তেওঁৰ কথা ৰজাৰ কাণলৈ গ'লে নিশ্চয় সত্ৰ স্থাপনৰ বাবে তেওঁক মাটি এডোখৰ দিবই, তেতিয়া ভকতৰ হতুৱাই ঘৰ-দুৱাৰ কৰাই ল'বলৈ সক্ষম হ'ব। সেই আশাতে তেওঁ বেহেৰুৱা ভকতৰ ঘৰত সাত-আঠ মাহলৈ ধৰ্মচৰ্চা কৰি বাট চাই আছিল।

আনহাতে, ধৰ্মপৰায়ণা ৰাজমাৱৰ বিষয়েও মাধৱদেৱে আগতে শুনিছিল, তেওঁ গুৰুজনক আমন্ত্ৰণ জনাই বেহাৰলৈ আনিছে, সেইবাবে তেওঁৰ ওপৰত গভীৰ বিশ্বাস ৰাখি, ঈশ্বৰৰ কাম ঈশ্বৰে এদিন কৰাব বুলি উপযুক্ত সময়লৈ অপেক্ষা কৰিছিল। ৰাজমাৱ আৰু দুই-চাৰিজন বিষয়া ভকতে ৰজাৰ মন পৰিষ্কাৰ কৰি দিয়াতহে কাৰ্যসম্পাদন কৰিবলৈ সক্ষম হ'ল।

লক্ষ্মীনাৰায়ণৰ মন্ত্ৰী বীৰু কাজী মাধৱদেৱৰ ওচৰলৈ গৈ চা-চিনাকি হ'ল ; কাজীৰ ভাল লাগিল, কামৰূপৰ মহন্ত গঁচাই শ্ৰদ্ধাৰ পাত্ৰ, গীতা-ভাগৱত-পুৰাণ-সহস্ৰনাম তেওঁৰ কণ্ঠস্থ। প্ৰায়েই তেওঁ গৈ শাস্ত্ৰৰ কথা শুনে, গুৰুজনক ভক্তি-শ্ৰদ্ধা কৰে। ৰজাৰ মন্ত্ৰী,

উচ্চ স্তৰৰ বিষয়া, ভকতে তেওঁক শৰণ লোৱাৰ কথা কোৱা নাই, গুৰুজনে তেওঁক নামধৰ্ম দিবলৈ নিবিচাৰে, বীৰু শাক্ত, তেওঁ বৈষ্ণৱ গুৰুক সন্মান কৰিলেও তেওঁৰ ধৰ্মগ্ৰহণ কৰাৰ বিষয়ে কোনোদিনে ভবা নাই।

ৰজাৰ আগত বীৰুই মাধৱদেৱক ভূয়সী প্ৰশংসা কৰে ; তেওঁৰ নিচিনা জ্ঞানী, সদাচাৰী আৰু ধৰ্মজ্ঞ পুৰুষ বীৰু কাজীয়ে ক'তো লগ পোৱা নাই। তেওঁৰ আগলৈ গ'লেই মতত পবিত্ৰ ভাবৰ উদয় হয়। ৰজাই মনেৰে ভাল পালে যদিও, মুখেৰে একো নক'লে, ৰাজনীতিৰ লগত ধৰ্ম সাঙুৰিব খুজিলে। কাজী শৰণ লোৱা নাই, কিন্তু তেওঁৰ ল'ৰা দুজনে নামধৰ্ম লৈছে, বাপেক হিচাপে সিহঁতক তেওঁ হকা-বধা নকৰিলে।

বীৰু কাজীয়ে মাজে সময়ে কথা-বতৰাৰ ভিতৰতে গুৰুজনক ৰজাৰ ওচৰলৈ যোৱাৰ বাবে অনুৰোধ জনাই, ৰজাই হেনো তেওঁৰ আগত মহত্বৰ কথা প্ৰায়েই সোধে।

বীৰু কাজী আৰু ৰজাৰ মাজত মাধৱদেৱৰ সম্পৰ্কীয় আলোচনা হোৱাৰ উপৰি ৰাজ মাৱে সুবিধা পালেই পুতেকৰ আগত গুৰুজনৰ মহিমা বখানি ভৰণি নাপায়। মাধৱদেৱক লগ পাবলৈ লক্ষ্মীনাৰায়ণৰ ইচ্ছা হ'ল, সাক্ষাতৰ বাবে তেওঁ ব্যাকুল হৈ উঠিল। কাজীৰ আগত এদিন গুৰুজনক ৰাজপ্ৰাসাদলৈ মাতি পঠিয়ালে। তেওঁ উত্তৰ দিলে, ৰজাৰ ওচৰত তেওঁৰ কোনো প্ৰয়োজন নাই, গুৰুজন নাযায়।

এদিন দুদিন নহয়, কেইবাদিনো ৰজাৰ মনোবাঞ্ছা জনোৱাত গুৰুজন সন্মত হ'ল, তেওঁ লক্ষ্মীনাৰায়ণৰ ওচৰলৈ যাব। ন্যায়-নিষ্ঠা আৰু ধৰ্মীয় নীতি-সদাচাৰ পালনৰ ক্ষেত্ৰত মাধৱদেৱ যিমান কঠোৰ ভকতৰ মনোবাঞ্ছা পূৰণ কৰাৰ বেলিকা সিমানেই কোমল ; ভকতৰ কল্পতৰু। অৱশ্যে ৰজাই তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰা নাই, লৌকিক দৃষ্টিত শিষ্য নহ'লেও পাৰমাৰ্থিক বিচাৰত জগতৰ সকলো মানুহেই তেওঁৰ মানত সমান. তেওঁ সকলোৰে গুৰু, জগতগুৰু।

ৰজাই এই সংবাদ শুনি বৰ আনন্দিত হ'ল, মাধৱদেৱ তেওঁৰ ওচৰলৈ আহিব। ৰাজমাৱৰ অন্তৰখন উলাহ-মালহত নাচি উঠিল, পুতেক মহন্তৰ প্ৰতি আগ্ৰহী হৈছে, ই ৰজা-প্ৰজা উভয়ৰ পক্ষে মংগল-জনক। যি কি নহওঁক, তেওঁৰ মাতৃহিয়া জুৰ পৰিল, ঈশ্বৰে ল'ৰাৰ মনত সুমতি দিছে।

বীৰু কাজী আৰু জন চেৰেক ভকত লগত লৈ পাটৰ ধুতি-পচৰা পিন্ধি-উৰি মূৰত পাগুৰি আৰু হাতত কমণ্ডলু লৈ মাধৱদেৱ লক্ষ্মী-নাৰায়ণৰ ওচৰলৈ যাত্ৰা কৰিলে। কোচ ৰজাৰ বাৰজনীয়া মন্ত্ৰিসভা, বীৰু কাজী লগত আছেই, মাধৱদেৱ যোৱাৰ বাতৰি পাই সন্তোষিত মনেৰে আৰু এজন মন্ত্ৰী সভাসদৰ লগত পঠিয়াই আদ বাটৰপৰা তেওঁক ঢোল-খোলেৰে ৰাজচ'ৰালৈ আদৰি নিলে।

কমণ্ডলুৰ পানীৰে ভৰি ধুই মাধৱদেৱ চ'ৰালৈ সোমাল, ৰজাই তেওঁৰ উপস্থিতিত সিংহাসনৰপৰা উঠি থিয় হ'ল, আদৰ-সাদৰ কৰি গুৰুজনক যথাযোগ্য আসনত বহুৱালে। ৰজাৰ দেহ-মন পৰিতৃপ্ত, এনে সজ পুৰুষৰ দৰ্শনলাভ সঁচাকৈ সৌভাগ্যকাৰক, মনে মনে তেওঁ কৃতাৰ্থ হ'ল।

মাধৱদেৱে ৰজাৰ সৈতে সৌজন্যসূচক কথ-বতৰা পতাৰ পাছত ৰজা আৰু পাত্ৰ-মন্ত্ৰীসকলৰ ইচ্ছানুসৰি শাস্ত্ৰৰ তত্ত্ববিষয়ক ৰহস্যৰ আলচ কৰি নীতি-ধৰ্মপৰায়ণ-সদাচাৰী ৰজা আৰু ৰাজবিষয়াই পুত্ৰবোধে প্ৰজাপালনৰ দায়িত্ব ল'লে ৰাজ্যত কেতিয়াও অশান্তি নহয় বুলি ক'লে। তেওঁৰ কথাত সকলো পৰম আহ্লাদিত হ'ল। ৰজা আৰু কেইবাজনো পাত্ৰ-মন্ত্ৰী শাক্ত, পূৰ্বাপৰ তেওঁলোকে দেৱী পূজা কৰি আহিছে। মাধৱদেৱক সোধা প্ৰশ্নৰ উত্তৰ ইমান সহজ আৰু সৰলভাৱে বুজাই দিলে যে ৰজাই স্বীকাৰ কৰিবলৈ বাধ্য হ'ল, বিষ্ণুইহে একমাত্ৰ উপাস্য দেৱতা, কিন্তু প্ৰকাশ্যে তেওঁ একো নক'লে। এক অপৰিসীম আনন্দত তেওঁৰ মন-প্ৰাণ উপচি পৰিল। মহাপুৰুষৰ সঙ্গমাহাত্ম্য তেওঁ সেইদিনা মৰ্মে মৰ্মে উপলব্ধি কৰিলে।

গুৰুজনে ৰজাৰপৰা বিদায় লৈ ভকতৰ সৈতে ভেলা লৈ গ'ল।

নামমালিকা :

মাধৱদেৱৰ শেষ বয়সত বেহাৰত থকা সময়ত, কোচৰজা লক্ষ্মী-নাৰায়ণৰ মন্ত্ৰী বীৰু কাজী এই পুথিখনৰ পদ-ভাঙনি কৰিবলৈ অনুৰোধ কৰিলে। উৰিষ্যাৰ গজপতি উপাধিধাৰী ৰজা পুৰুষোত্তমৰ আজ্ঞাত পণ্ডিতসকলে পুৰাণ-ভাৰত-স্মৃতি আগমৰ নামমাহাত্ম্যসূচক শ্লোকসমূহ চয়ন কৰি এই ভক্তিপ্ৰধান গ্ৰন্থখন প্ৰণয়ন কৰিলে। কোচ বেহাৰৰ ৰাজ-পুথিভঁৰালত গ্ৰন্থখন পাই বীৰু কাজীয়ে প্ৰথমে এজন বামুণক, তাৰ পাছত এজন কায়স্থক আৰু সদৌ শেষত মাধৱদেৱক ইয়াৰ অনুবাদ কৰিবলৈ দিলে। তিনিওখন অনুদিত গ্ৰন্থ পৰ্যালোচনা কৰি মাধৱদেৱৰখন উৎকৃষ্ট মানৰ বিবেচিত হোৱাত এইখন ৰাখি বাকী দুখন নষ্ট কৰি পেলালে।

মূল পুথিৰ শ্লোকসমূহ আছিল নিৰস্তুক, বিশৃঙ্খল. মাধৱদেৱে ইয়াকি নিজস্ব প্ৰতিভাৰে সুন্দৰকৈ সজাই ভকতসমাজৰ গ্ৰহণীয় কৰি লিখি উলিয়ালে। গ্ৰন্থকাৰে নিজে নামমাহাত্ম্য বাৰুকৈ উপলব্ধি কৰিছিল, শংকৰদেৱৰ লগ পোৱাৰ পাছৰপৰা নাম-সাগৰত সৰ্বক্ষণ ডুবি নিজে নামময় হৈ আছিল কাৰণে ব্যক্তিগত অভিজ্ঞতাৰ স্বাক্ষৰস্বৰূপ বিষ্ণু-নামৰ মহিমা বৰ্ণনাত কৃতকাৰ্য হৈছে।

নাম, দেৱ, ভকত, গুৰু, এই চাৰি বস্তুৰ ভিতৰত নামক মুখ্যতম হিচাপে গ্ৰন্থখনত উপস্থাপিত কৰিছে। একান্ত মনেৰে সৎ-নাম স্মৰণ কৰি থকাৰ ফলত মগজুৰ কোষসমূহত অভূতপূৰ্ব স্পন্দন অনুভূত হয়, অপাৰ্থিব আনন্দত মন বিভোৰ হৈ থাকে, সাধনাৰ স্তৰ ভেদে জ্যোতি দৰ্শন পায় আৰু অবিৰাম নাম স্মৰণৰ ফলত ভকতে ভাগৱতী তনু লাভ কৰে।

শ্ৰীকৃষ্ণৰ চৰণত প্ৰণাম জনাই, শংকৰগুৰুক নমস্কাৰ কৰি ভক্ত কবিয়ে গ্ৰন্থ আৰম্ভ কৰিছে। আদি সত্যযুগত কৃষ্ণই আছিল সকলোৰে উপাস্য দেৱতা, কৃষ্ণনাম ব্যতিৰেক অন্য একোৱেই নাছিল আৰু প্ৰণৱ, ওঙ্কাৰৰ বাহিৰে আন শাস্ত্ৰ নাছিল। ত্ৰেতাযুগত দেৱতাসকলৰ সন্তুষ্টিৰ অৰ্থে কৃষ্ণৰ ইচ্ছাত উপগ্ৰন্থসমূহৰ সৃষ্টি হ'ল,

মহেশকো আগম-শাস্ত্ৰ ৰচিবলৈ উপদেশ দিলে। এফালে কৃষ্ণৰ আজ্ঞা অৱজ্ঞা কৰিব নোৱাৰি, আনহাতে, আগম ৰচিলে কৃষ্ণভক্তি বিলুপ্ত হোৱাৰ আশংকাত তেওঁ মহা সমস্যাত পৰিল। মহেশৰ দোদুল্যমান অৱস্থা লৈ লক্ষ্য কৰি নাৰায়ণে তেওঁৰ সহস্ৰ-নাম জপ কৰিবলৈ পৰামৰ্শ দিলে, ইয়াত সকলো অপৰাধ বিনাশ হ'ব আৰু মহেশ কৃষ্ণৰ পৰম প্ৰিয়তম হৈ উঠিব। কৃষ্ণনাম সেইদৰে লোপ নহ'ল, সৰ্বোত্তম নামধৰ্ম মহেশত বৰ্তি ৰ'ল।

আগম-পুৰাণ-ন্যায়-বেদান্ত-ভাৰত-ইতিহাস-স্মৃতি-তন্ত্ৰ প্ৰমুখ্যে সমস্ত শাস্ত্ৰ ৰচিত হ'ল, স্নান-দান-যোগ-ধ্যান-জ্ঞান চৰ্চাত শাস্ত্ৰকাৰে গুৰুত্ব আৰোপ কৰিলে ; মাধৱৰ নাম লুপ্ত হৈ থাকিল। পাছত মুনিসকলে এই মহাভুল বুজিব পাৰিলে, মাধৱৰ নামেহে কেৱল নিবৃত্তিপথৰ উপায়, সমস্ত ধৰ্মৰ ফল, এই সত্য উপলব্ধি হ'ল। তেওঁলোকে বিবিধ গ্ৰন্থত প্ৰাসংগিক ক্ৰমে হৰিনাম সন্নিবিষ্ট কৰিলে আৰু সেই অমূল্য নামসমূহ চয়ন কৰি লৈ এডাল সূতাৰে ইয়াত মালা গাঁথি থ'লে।

হৰিনাম স্মৰণত মানুহৰ পাপ-তাপ দূৰ হয়। প্ৰথমতে, ব্ৰহ্ম পুৰাণৰ উদ্ধৃতিৰে এইকথা উল্লেখ কৰিছে। ভক্তিসহকাৰে মাধৱক স্মৰণ কৰিলে ইয়াৰ মহাফলৰ অন্ত নাই। দ্বেষ-ৰাগৰ বশীভূত জ্ঞানহীন লোকেও অহৰ্নিশে কৃষ্ণনাম সুমৰিলে মুক্তি লাভ কৰে। বীৰ শিশু-পাল এই ক্ষেত্ৰত জ্বলন্ত আছি, তেওঁ শত্ৰুভাৱে কৃষ্ণক দিনে-নিশা স্মৰণ কৰি কৃষ্ণত লীন হ'ল আৰু বৈকুণ্ঠলৈ গতি কৰিলে। নামৰ ধ্বনি শুনিলে ভূত-প্ৰেত-নিশাচৰ সমেত অনিষ্টকাৰী দুৰ্যোগসমূহ পলাই যায়। জনাৰ্দন নাম উচ্চাৰণ কৰিলে দেহত্যাগৰ পাছত মানুহে বিষ্ণুলোক প্ৰাপ্ত হয়।

পদ্ম পুৰাণত কৈছে, এই দুৰ্ঘোৰ সংসাৰ অতি দুষ্ট সৰ্পস্বৰূপ, কৃষ্ণনাম মহামন্ত্ৰই সংসাৰ-সৰ্পৰ কালান্তক বিষ নিৰ্জান কৰি মানুহক পৰমপদ লাভত সহায়তা কৰে। ভগৱান চৈতন্যস্বৰূপ আত্মা,

তেওঁৰ নামমহিমাৰ অন্ত নাই। মহেশে বিষ্ণুনামৰ শ্ৰেষ্ঠত্ব পাৰ্বতীৰ আগত বৰ্ণনা কৰিছে।

বিষ্ণুপুৰাণত পৰাশৰে মৈত্ৰেয়ৰ আগত পৰম দয়ালু মাধৱৰ নামৰ মহিমা কৈছে, ধৰ্মত উত্তম হৰিনাম, জগতত এই নামৰ লেখীয়া অন্য একো পুণ্য লাভৰ পন্থা নাই। জুইত পুৰিলে সোণ যেনেকৈ নিৰ্মল হয়, তেনেকৈ হৰিনাম কীৰ্তনত পুৰুষৰ চিত্ত শুদ্ধ হয়।

শিৱ-পুৰাণত নামৰ মহিমা দেখুৱাইছে, ৰক্ষ সুশৰ্মাৰ আগত ৰুদ্ৰদেৱে সদায় কৃষ্ণনাম ল'বলৈ আৰু অন্তৰত হৰিৰ মনোহৰ ৰূপধ্যান কৰিবলৈ উপদেশ দিছে। তেতিয়া ৰাক্ষস হ'লেও পৰমগতি লাভ কৰিব। শিৱনাম মাহাত্মত শিৱ আৰু কৃষ্ণৰ মাজত কোনো প্ৰভেদ নথকা বুলি কৈছে। নিজৰ পৰম ভকত কাৰণে শিৱৰ ওপৰত নাৰায়ণে তেওঁৰ সমস্ত গুণৰাজি অৰ্পণ কৰিছিল, গুৰু-শিষ্য অভেদ, সেইবাবে শিৱৰ নামৰো মহিমা অপাৰ।

ভাগৱত শাস্ত্ৰত নামমহিমাৰ অন্ত নাই। গুৰিত পানী দিলে গছৰ ডাল-পাত-ফুল-ফলৰ শ্ৰীবৃদ্ধি হয়, কিন্তু তাকে নকৰি ডাল-পাতত পানী ঢালিলে একো ফল নহয়, গছ নাবাঢ়ে। ভোকাতুৰ মানুহে ভাত নাখাই, কানি-কাপোৰ, আ-অলংকাৰ পৰিধান কৰিলে দেহ-মনত তৃপ্তি নাপায়; তেনেকৈ হৰি তুষ্ট নহ'লে সকলো শ্ৰম ব্যৰ্থ, হৰি তুষ্ট হ'লেহে সকলো দেৱতা তুষ্ট হয়।

অগ্নিপুৰাণত নামৰ মহিমা আছে, গোবিন্দ নাম স্মৰণ কৰিলে যমদূতলৈও ভয় নাথাকে। খোৱা-শোৱা, ফুৰা-চকা নাইবা জাগি থাকোঁতে কায়-বাক্য মনেৰে যি পাপ আচৰণ কৰে বাসুদেৱ নামৰ কীৰ্তনত সেই সমস্ত দূৰীভূত হয়। বৰুণপুত্ৰ পুষ্কৰে তেওঁৰ প্ৰাৰ্থনাত কৈছে, পৰমব্ৰহ্ম আৰু হৰি অভেদ নহয়, একেই, অব্যক্তস্বৰূপে হৰি জগতৰ সকলোতে আছে। তেওঁৰপৰাই কেশৱৰ মনোৰম মূৰ্তি; গতিকে, মূৰ্ত্ত-অমূৰ্ত্তৰ অকণো প্ৰভেদ নাই।

ব্ৰাহ্মণ-ক্ষত্ৰিয়-বৈশ্য-শূদ্ৰ-স্ত্ৰী-অন্ত্যজজাতি সকলোৱে বিষ্ণুনাম

কীৰ্তনত সমান অধিকাৰী, এইকথা ভবিষ্যপুৰাণত উল্লেখ কৰিছে। অপৱিত্ৰ অন্ত্যজজাতি নাম-স্মৰণত পৰম পবিত্ৰ হয়। ব্ৰহ্মবৈৱৰ্ত-পুৰাণত কোৱা হৈছে, উত্তম দ্বিজবধ নাইবা ইচ্ছাকৃতভাৱে সুৰাপান-জনিত পাতক অহোৰাত্ৰ কৃষ্ণনাম কীৰ্তনত বিনাশ হয়, পাপীপৰিত্ৰাণ পায়।

লিংগ-পুৰাণত কৈছে, শিৱৰ নাম ক্ষন্তেক সময় স্মৰণ নকৰিলে মানুহৰ জীৱন নিষ্ফল, সমস্ত পাপ-তাপ এক শিৱনাম স্মৰণত বিনাশ হয়। ব্ৰহ্ম-শিৱ-সম্বাদত রুদ্ৰই নাৰদৰ আগত কৃষ্ণনামৰ মহিমা ব্যক্ত কৰিছে। স্কন্দপুৰাণত আছে, ভক্তিভাৱে গোবিন্দনাম স্মৰণ কৰিলে কোটি জন্মৰ পাপ নাশ হয়। অভক্ষ্য-ভক্ষণ, অগম্য-গমন ব্ৰাহ্মণৰ সোণ চুৰি, গুৰুপত্নী গমন, ব্ৰাহ্মণৰ সুৰাপানজনিত মহা মহা পাপসমূহ গোবিন্দনাম কীৰ্তনত নিবৃত্ত হয়। জন্ম-মৃত্যুৰ নিষ্ঠুৰ যাতনা আৰু ঘোৰ সংসাৰবন্ধন হৰিনাম স্মৰণত গুচে।

বামণপুৰাণত আছে, মানুহৰ পূৰ্বজন্মকৃত পাপসমূহ বিষ্ণুনাম কীৰ্তনত নাশ হয়। অশ্বমেধ যজ্ঞৰ মহাফল হৰিনাম স্মৰণত পোৱা যায়। ইয়াত যাগ-যজ্ঞতকৈ হৰিনাম স্মৰণৰ শ্ৰেষ্ঠত্ব দেখুৱা হৈছে।

কূৰ্ম, মৎস্য আৰু গৰুড় পুৰাণতো হৰিনাম কীৰ্তনৰ মহত্ত্ব নিৰ্ণীত হৈছে। মহৰ্ষি শৌনকে অশ্বৰিষ ৰজাৰ আগত কৈছে, সহস্ৰ বাজপেয় যজ্ঞৰ ফল অকল হৰিনাম কীৰ্তনতে মিলে। ৰাম-কৃষ্ণ-হৰি স্মৰণত মানুহ সমস্ত পাপৰপৰা মুক্ত হৈ বিষ্ণুলোকত থিতাপি লয়। হৰিনাম স্মৰণৰ প্ৰয়োজনীয়তা দেখুৱাবলৈ শাস্ত্ৰকাৰে বৃহৎ বিষ্ণুপুৰাণ, নৃসিংহ পুৰাণ, আদিত্য পুৰাণ, আঙ্গিৰসপুৰাণ আৰু বায়ুপুৰাণৰ শ্লোক উদ্ধৃত কৰিছে।

মহাভাৰতত আছে, দ্ৰৌপদীয়ে হস্তিনাৰপুৰ সভাৰ মাজত কৃষ্ণনাম স্মৰণ কৰা হেতু পুৰাণপুৰুষ সৰ্বেশ্বৰ ভগৱন্তই তেওঁৰ কাপোৰৰস্বৰূপলৈ লজ্জা নিবাৰণ কৰিলে। নন্দীপুৰাণত বিষ্ণুনাম কীৰ্তনৰ মাহাত্ম্য দেখুৱাইছে। বহ্নিপুৰাণত কৈছে, ব্যাধিপীড়িত, ৰাজদণ্ডপীড়িত আৰু আন আন দুঃখপীড়িত লোকে নাৰায়ণনাম কীৰ্তন কৰিলে সকলো

দুখ-যন্ত্ৰণা মুক্ত হয়। বশিষ্ঠ-শতদ্যুম্ন সংবাদত কোৱা হৈছে, বিষ্ণু-নাম স্মৰণত মানুহৰ পাপ-পঙ্কিল দেহৰ পৰিবৰ্তন ঘটে আৰু দাৰুণ উগ্ৰ স্বভাৱ নাইকিয়া হয়।

প্ৰভাষ পুৰাণত কৈছে, নিগম (বেদ)-সমূহ একোজুপি অনুপম লতিকাস্বৰূপ, কৃষ্ণনাম তাৰ অবিনাশী ফল। সেই নাম মধুৰতকৈ মধুৰ, সুনিৰ্মল, চৈতন্যময় আৰু মংগলবো সুমংগল।

কালিকা পুৰাণৰ উদ্ধৃতিত ৰুদ্ৰ-হৰ-ভৱ-নাম-কীৰ্তনৰ মহিমা কৈছে। মহেশ্বৰ নাম বাৰে বাৰে উচ্চাৰণ কৰিলে মানুহৰ প্ৰত্যক্ষ জ্ঞান জন্মে। বিভুৰ অন্য নাম ঈষাণ, এই নাম স্মৰণত মানুহ কীৰ্তিমান হয় আৰু শংকৰ নাম উচ্চাৰণ কৰিলে শিৱলোকলৈ গতি কৰে।

স্মৃতিৰ বচনত হৰিনামৰ মাহাত্ম্য আছে। জাবাল সংহিতা আৰু বিশ্বামিত্ৰ সংহিতাতো একেই কথা কৈছে। প্ৰসিদ্ধ তীৰ্থদৰ্শনৰ ফল হৰিনাম কীৰ্তনত পোৱা যায়। গৌৰ সংহিতাত ভগবানে ভৃগুৰ আগত কৈছে, গংগাৰ সঙ্গম তীৰ্থত এবৈকছবাৰ স্নান কৰি যি ফল পায়, ৰামনাম কীৰ্তনত তাৰে আঠ গুণ ফল মিলে। বৈশ্বানৰ সংহিতাত শুক শৰ্মাই পিপ্পল ৰজাৰ আগত হৰিনামৰ মাহাত্ম্য প্ৰকাশ কৰিছে। ব্ৰহ্ম প্ৰোক্ত সংহিতাত ভগবানৰ নাম স্মৰণ সম্পৰ্কত কৃষ্ণই বৌধায়নৰ আগত তেওঁৰ নামকীৰ্তনৰ মহাফল স্পষ্ট কৰি দিছে।

পৰাশৰ সংহিতাত ব্যাসদেৱে শাম্ব কোঁৱৰৰ আগত কৈছে, ঔষধৰ প্ৰয়োগত নিৰাময় নোহোৱা দুৰাৰোগ্য ৰোগসমূহ হৰিনাম স্মৰণত আৰোগ্য হয়। সুশ্ৰুত সংহিতাত জন্ম-মৃত্যু-ভয় অতিক্ৰমি সংসাৰ তাৰণৰ একমাত্ৰ উপায় কৃষ্ণনাম বুলি অভিহিত কৰিছে। কাত্যায়ন সংহিতাত হৰিনাম কীৰ্তন সংসাৰ তাৰক বুলি কৈছে, যিসকলে হৰিনাম কীৰ্তন নকৰে তেওঁলোকৰ দুৰ্দশাৰ অন্ত নাই।

বৈশ্বানৰ সংহিতাত শ্ৰুত ধৰ্মা নৃপতিৰ আগত চন্দ্ৰ শৰ্মাই ব্যক্ত কৰিছে, হৰিনাম কীৰ্তন সৰ্বোত্তম ধৰ্ম, ইয়াত দেশ-কাল-পাত্ৰ এনেকি শুচিতা-অশুচিতাৰ প্ৰশ্ন নাই। ৰাম-ৰাম-কৃষ্ণ-কৃষ্ণ নামেই মানুহক পৱিত্ৰ কৰে।

বৈশম্পায়ন, পাতঞ্জল, বৃহৎ-বশিষ্ঠ, লীলাৱতী, গালবি আৰু আগস্ত সংহিতাত পৰম সুমংগল হৰিনাম কীৰ্তনত ধৰ্ম-অৰ্থ-কাম-মোক্ষ লভে বুলি কৈছে। সৌৰ ধৰ্মোত্তৰত সূৰ্য দেৱতাই মণ্ডুক নামৰ দানৱৰ আগত কৈছিল, হৰিনাম কীৰ্তন কৰিলে সকলোৱে মৃত্যু মুখৰপৰা পৰিত্ৰাণ পায়।

বিষ্ণু ৰহস্যত ব্ৰহ্মাই নাৰদৰ আগত কৈছে, শুদ্ধচিত্তেৰে বিষ্ণুনাম স্মৰণ কৰি থাকিলে নিৰাময় হৰিলোক প্ৰাপ্ত হয়। স্নান-দান-যাগ-যজ্ঞ ব্ৰত একোতে হৰিকীৰ্তনৰ সমান ফল নাপায়।

শিৱ ৰহস্যত শিৱনামৰ অনুপম মহিমা বৰ্ণনা কৰিছে। চতুৰ্ব্যূহ চিন্তামণিত উল্লেখ আছে, ৰুদ্ৰই কৃষ্ণনাম কীৰ্তন কৰাৰ হেতু পৰম পবিত্ৰ হ'ল আৰু সকলোৱে তেওঁক পূজা কৰিবলৈ ধৰিলে।

বিৰিঞ্চি সৰ্বস্ব, চ্যৱন শ্ৰুতি আৰু মাণ্ডব্য শ্ৰুতিত নামৰ মহিমা দিয়া আছে। হৰিনাম কীৰ্তনত সৰ্ব অংগ পুলকিত হয় আৰু আনন্দৰ আধিক্যত চকুপানী ওলায়। মুখত হৰিৰ নাম আৰু চিত্তত হৰিৰ ৰূপ সদায় চিন্তিব লাগে।

বৃহৎ গৌতমী আগমত কোৱা হৈছে, কুষ্ঠৰোগী, শিশুবধী আৰু ব্ৰহ্মঘাতকীৰ পাপ হৰিনাম উচ্চাৰণ কৰি থাকিলে নাশ হয়। বিষ্ণু-যামালৰ কুৰ্মধ্বজ-ঈশ্বৰ সংবাদ প্ৰস্তাৱত ভগবানে ৰুদ্ৰদেৱক সম্বোধি জগতত তেওঁৰ নামৰ মহিমা ব্যক্ত কৰিছে। পৰম শ্ৰদ্ধাৰে নামকীৰ্তন কৰা লোকৰ কোটি অপৰাধ ভগবানে ক্ষমা কৰে।

গৌতমী, আশ্বালয়ন আৰু মেৰুতন্ত্ৰৰ উল্লেখ কৰি মাধৱদেৱে কৃষ্ণৰ জগন্নাথ নাম পৰম গুহ্যতম বুলি কৈছে। গংগা স্নান আৰু বাৰাণসী তীৰ্থ দৰ্শনতকৈ এই নাম স্মৰণ অধিক পুণ্য দায়ক, ইয়াত মানুহৰ কৈৱল্যপদ প্ৰাপ্তি হয়।

নাৰায়ণতন্ত্ৰৰ প্ৰায়শ্চিত্ত পটলত তাক্ষই কুমিলোমাৰ আগত কৈছে, ব্ৰহ্মবধ, ব্ৰাহ্মণৰ সোণ চুৰি, সুৰাপান প্ৰভৃতি মহাপাপ কৰিলেও নাৰায়ণৰ নাম স্মৰণত সেই পাপ মোচন হয়। পঞ্চৰাত্ৰ

আগমত ৰামনাম স্মৰণ কৰিবলৈ কৈছে। এই নাম অতি মনোৰম, মোক্ষদায়ক আৰু নাম স্মৰণৰ ফলত নির্মল আনন্দ পায়।

মাধৱদেৱে নামমহিমাৰ শেষৰ ফালে শ্ৰৱণ মাহাত্ম্য সংযোজন কৰি গ্রন্থখনৰ গভীৰতা বঢ়াইছে। সনংকুমাৰে গোবিন্দৰ প্রিয়ভক্ত নাৰদৰ আগত কৈছে, আচাৰ-সংস্কাৰবিহীন, শঠ, দুর্বৃত্ত, দাম্ভিক, সুৰাপায়ী, দুৰাচাৰজনেও শ্রীগোবিন্দৰ পদ-পংকজত শৰণ ল'লে পাপমুক্ত হয়। করুণাসাগৰ হৰি দেৱতো উত্তম, তেঁৱেই চৰাচৰ জগতক পাপৰপৰা উদ্ধাৰ কৰে।

হৰিত আশ্রয় কৰিলে তেওঁ সকলো অপৰাধ ক্ষমা কৰি শৰাণাৰ্থী ভকতক সদায় ৰক্ষা কৰে। নাম স্মৰণ কৰিলে হৰিদ্রোহ পাতকৰ-পৰাও উদ্ধাৰ হয়। মহন্ত সবক নিন্দা কৰিলে অপৰাধ সিজে ; কাৰণ, যি-সবৰ মাজেদি নাম প্রখ্যাত হৈ উঠে তেওঁলোকক নিন্দা কৰা নাম-অপঁৰাধ। শিৱ আৰু বিষ্ণুৰ মাজত যিজন দুষ্টমতিয়ে ভেদবুদ্ধি কৰে তেওঁৰ অপৰাধ হয়। ধর্মৰ উপদেশ দিওঁতা গুৰুনিন্দা অবাঞ্ছনীয়, বেদনিন্দুকজনো নাম-অপৰাধী আৰু নামৰ মহিমা শুনি তর্ক কৰা জনো নাম-অপৰাধী। নামৰ উৎসাহতে পাপ আচৰিলে যম-নিয়মেও শুদ্ধ নকৰে, সি মহানাম অপৰাধী। ব্রত-দান-হোম আদিৰ লগত কোনোবাই ভুলতে নাম স্মৰণ সমান পর্যায়ত পেলালে তেওঁ নাম-অপৰাধী হিচাপে পৰিগণিত হয়। শ্রদ্ধাহীন লোকৰ আগত নাম-উপদেশ দিবলৈ যোৱা দোষণীয়। নামত তৃপ্তি নোপোৱা লোকো নাম-অপৰাধী। হৰিনামৰ দহ বিধ অপৰাধ।

কৃষ্ণ-বিষ্ণু-হৃষীকেশ, মুৰাৰি, গোবিন্দ, কেশৱ, অচ্যুত, ধৰণীধৰ, দামোদৰ, ৰাম, হৰি, নাৰায়ণ, পুণ্ডৰীকাক্ষ, নৰসিংহ, মহেশ, মধুসূদন, বাসুদেৱ, দেৱ সনাতন প্রভৃতি কৃষ্ণৰ অলেখ নাম এই পৱিত্র গ্রন্থখনত উল্লেখ কৰিছে। এই নাম ভক্তিভাৱে স্মৰণ-কীর্তন কৰিলে বিষ্ণুৰ পৰম তত্ত্বজ্ঞান লাভ কৰে আৰু মানুহে সংসাৰমায়া-বন্ধনৰপৰা মুক্ত হয়।

মাধোন ৫ৰ মাহৰ ভিতৰত নাম মাহাত্ম্য, নাম মালিকা নাম

কৰণত পয়াৰ-ছবি-তুলৰী ছয়শ সাত লানিপদ মাধৱদেৱে ৰচনাকৰি ৰীককাজীৰ হাতত অৰ্পণ কৰিলত তেওঁ পুথিখন পঢ়ি চাই ৰচয়িতাক অশেষ প্ৰশংসা কৰি টকা-পাঁচটা আৰু কাপোৰ এযুৰি দি প্ৰণাম জনালে। মাধৱদেৱ আগৰেপৰা শাস্ত্ৰকাৰ, পুথিৰচক আৰু বিষ্ণুভক্তি প্ৰৱৰ্ত্তক, তেওঁৰ ৰচনা নিশ্চয় শ্ৰেষ্ঠতম হবই। অৱশ্যে সৌ তাহানিতে কোচৰজাৰ তত্ত্বৱধানত পুথি ৰচনাৰ প্ৰতিযোগিতা বিশেষভাৱে মন কৰিবলগীয়া।

## ভকতৰ ওপৰত গুৰুৰ মহানুভৱতা

বৰ নাৰায়ণপুৰৰ তিতা চোমদাৰৰ সুমলীয়া পুত্ৰ পদ্ম। ঘৰখনত তিনিজন ল'ৰা-ছোৱালী, পদ্ম, বায়েক বছৰোমা আৰু ককায়েক শংকৰ দাস। কেইবছৰমান পাছতেই পৰিয়ালটোক অনাথিতি কৰি চোমদাৰ ঢুকাল। এমা-ডিমা ল'ৰা-ছোৱালী কেইটালৈ মাকে দেওঁৰেকৰ ঘৰত আশ্ৰয় ল'লেগৈ।

দেৱৰেক গোপাল, তেওঁ ৰাজঘৰীয়া আদেশত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে উৎখাত ৰাইজক পুনৰ সংস্থাপন কৰিবলৈ যাবলগীয়াত পৰিল। তেওঁৰ অকলশৰীয়া ঘৰখনত ৰ'ল কেৱল শংকৰ দাসৰ পৰিয়ালটো। চুবুৰীয়াই তেওঁলোকক হিংসাৰ চকুৰে চাব ধৰিলে, দুখৰ ভাতমুঠি সুখত খাব নোৱাৰা হ'ল।

শংকৰ দাস অলপ বুজন হৈছে, তেওঁ ঘৰৰ আটাই কেইজনক লৈ ধলপুৰৰ মোমায়েকহঁতৰ ঘৰলৈ গ'ল। পদ্ম তেতিয়া আঠ-ন বছৰীয়া, লগৰীয়াৰ লগত গৰু চৰাই ফুৰে; আৰু ককায়েকৰ দিহামতে চুবুৰিতে লিখা-পঢ়া শিকে।

পাঁচ বছৰ পাছত গোপাল দক্ষিণ পাৰৰপৰা উভতি আহি

দেখিলে, তেওঁৰ ঘৰ-দুৱাৰ ভাঙি-ছিঙি গৈছে, ভেটিৰ ওপৰত লতা-বন গজিছে। তেওঁ আকৌ নতুনকৈ ঘৰ সজাই বোয়েক ভতিজাক-হঁতক লৈ আহিল।

পদ্ম সৰুকালৰেপৰা ধীৰ স্থিৰ, বুদ্ধিমান আৰু সংসাৰৰ প্ৰতি উদাসীন। কেইবছৰমানৰ পাছত ককায়েকলৈ এজনী ছোৱালী বিয়া কৰাই আনিলে, খুৰাকৰ মৃত্যু হ'ল। মাকো মৰিল, খায়েকজনী এঘৰ লৈ উলিয়াই দিলে।

সেই সময়ত উত্তৰ-পূৰ সীমান্তৰ ডফলা জনজাতিৰ লগত ভৈয়ামৰ মানুহ এচামৰ সংঘৰ্ষ লাগিল, ডফলাহঁত জুম বান্ধি পাহাৰৰপৰা নামি আহি অসমীয়া গাঁৱৰ ওপৰত অত্যাচাৰ-উৎপীড়ন আৰম্ভ কৰিলে, বহুতক মিটদাৰে ঘপিয়ালে। এই সংঘৰ্ষৰ মূলতে আছিল খৃষ্টান মিছনেৰী, তেওঁলোকে পৰ্বতীয়া জনজাতিৰ মানুহক উচটাই অসমৰ মূল সুঁতিৰপৰা, আঁতৰাই নিবলৈ চেষ্টা কৰিছিল। পাদদেশত থকা গাঁৱৰ প্ৰতি ঘৰৰ এজনকৈ গৈ আৰবৰ লগত যুঁজিবলগীয়াত পৰিল। সমাজৰ যিকোনো আপদ-বিপদত ৰাইজৰ ঐক্য সংহতিৰ প্ৰয়োজন, শংকৰ দাসে চুবুৰীয়াৰ লগত ভায়েকক পঠিয়ালে।

পৰ্বতীয়া আৰবীয়ে পদ্মৰ গাত হাত তুলিব নোৱাৰিলে, তেওঁ নিৰাপদে ঘৰলৈ উভতি আহিল। কিন্তু গাওঁসমূহত দেখিবলৈ পোৱা ধ্বংস আৰু নৰহত্যাৰ বীভৎস দৃশ্যৰাজিয়ে পদ্মক হতাশ কৰি তুলিলে, মনলৈ বৈৰাগ্যৰ ভাব আহিল। ঘৰুৱা কাম-বনৰ প্ৰতি অনীহা, ক'ৰবাত হৰিকীৰ্তন অনুষ্ঠিত হোৱা শুনিলে তেওঁ তালৈ যাব ধৰিলে, সদায় মনত ঈশ্বৰচিন্তা।

ককায়েক শংকৰ দাসে ভায়েকক বুজনি দিলে, ডাবি-ধমকি দি চালে; ঘৰৰ কূটা এগচ নিচিঙাকৈ টলৌ টলৌকৈ ঘূৰি ফুৰা কাৰণে কেইবাদিনো তিৰস্কাৰ কৰিলে, তথাপি একো ফল নহ'ল। যিমান দূৰৈত হৰিকীৰ্তন নহওঁক, শুনিলে পদ্ম যাবই, তেওঁক কোনোৱে ৰাখিব নোৱাৰে।

বোয়েকে ভাবিলে, ডোল এডাল গাঁথি দিব পাৰিলে বাপুৰ

কিজানি মন ঘূৰেই, সংসাৰলৈ মন হ'লে ঘৰৰ ইখন-সিখনতো হাত দিবলৈ আগুৱাব।

পদ্মক বিয়া কৰাই দিলে। তথাপি তেওঁৰ স্বভাবৰ কোনো পৰিবৰ্তন নঘটিল, ঘৈণীয়েক এফালেদি ঘৰ সোমালে, গিৰীয়েক অন্য ফালেদি ওলাই আহে। দুয়োৰো মাজত কথা-বতৰা নাই, কামিনীৰ সংগ তেওঁ ক্ষন্তেকীয়াকৈও নিবিচাৰিলে, পূৰ্বৰ নিচিনাকৈ হৰিকীৰ্তনত মতলীয়া হৈ ৰ'ল।

শংকৰ দাসৰ খং উঠিল, ভায়েকক ভাত-পানী নিদিবলৈ ঘৈণীয়েকক কড়া আদেশ শুনালে। হাজাৰ হওঁক বৌৱেকৰ চিত, তেওঁ মনে মনে দেৱৰেকক খাবলৈ দিয়ে। পদ্মই ঘৈণীয়েকৰ লগত কোনো সম্পৰ্কই ৰখা নাই, নিশা ডেৰ-দুই পৰত আছুতীয়া ঘৰত সোমাই, অইন লোক খাই-বৈ শোৱে, কেৱল বৌৱেকে বাট চাই থাকে। এই কথাৰ উমান পাই এদিন শংকৰ দাসে ঘৈণীয়েকক যৎপৰোনাস্তি বুলিলে।

ঘৰৰ পৰিস্থিতি, বিশেষকৈ ককায়েকৰ মনৰ ভাবলৈ লক্ষ্য কৰি পদ্মই তেওঁৰ থকা ঘৰৰ মজিয়াতে চরু জুৰিলে, বৌয়েকে খৰি-খেৰ চাউল-পাতৰ যোগাৰ কৰি দিয়ে।

অকৰ্মণ্য এজনক তেনেকৈ পুহি লাভ কি? ককায়েকে পদ্মৰ বেলেগীয়া পাগটো চুৰা কৰি চৌকাটো মাৰি থ'লে; লঘোণে-ভোকে নিশা চাইৰ্ডাৰ তেওঁ পৰি থাকিল। পিছদিনা বাৰীৰ এচুকত ঘৰ এডোখৰ সাজি তাতে সোমাল। ককায়েকক নেদেখাকৈ বৌৱেকে যা-যোগাৰ দিয়ে পদ্মই চাউলমুঠি সিজায়। এনেদৰে তিনি মাহমান থকাৰ পাছত এদিন পদ্ম ক'ৰবাৰ হৰিকীৰ্তনলৈ যাওঁতে ফালেঙা এথৰাক ককায়েকে সেই ঘৰটোত আশ্ৰয় দিলে।

উপায় নেপায় পদ্মই এঘৰৰ বাঁহনিৰ তলত জুপুৰি এটি সজাই বাস কৰিলে, তাতো বৌৱেকে মনে মনে খোৱা বস্তু দি আহে, এদিন ককায়েকে দেখা পাই ঘৈণীয়েকক বৰকৈ তিৰস্কাৰ কৰিলে।

তাৰ পাছত হৰিপুখুৰিৰ পাৰত পদ্মই বাস কৰিবলৈ ল'লে,

ভাগিনেক জগন্নাথচৰণ তেওঁৰ লগলৈ আহিল। বোৱেকে পানীৰ ঘাটলৈ যাওঁতে চাউল-শাঁক কলহত ভৰাই লৈ দেৱৰেকক দি আহে। পুখুৰি-পাৰত দুয়ো মোমায়েক-ভাগিনেকে হৰিৰ নাম-গুণ গাই থাকে।

আঘোন মাহ, এদিন শংকৰে ধান কাটিবলৈ কাঁচি বিচাৰি নাপাই ঘৈণীয়েকক সুধিলে,—কাঁচিখন কি হ'ল? ছিঙিল,—ঘৈণীয়েকে উত্তৰ দিলে।

ছিঙাডোখৰকে আন, কমাৰশালিত গঢ়াই আনোঁ।

ঘৰত নাই, বাপুই পাচলি কুটিব নিছে।

ঘৈণীয়েকৰ ওপৰত অলপ সময় দপ্‌দপাই থাকি তেতিয়াই হৰি পুখুৰিৰ পাৰৰপৰা ছিঙা কাঁচিখন খুজি অনালে।

পিছদিনা পদ্মই জগন্নাথচৰণক পঠিয়াই কমাৰ শালিৰপৰা দুখন কটাৰী আনিলে, কমাৰে ইয়াৰ এফেৰিও বেচ নল'লে। কাৰণ, যোৱা নিশা কমাৰে সপোনত দেখিছিল, এজন দিব্য পুৰুষে তেওঁও কটাৰী খুজিছে। সেয়েহে পুৱা জগন্নাথ কটাৰীৰ কাৰণে যাওঁতে এখনৰ ঠাইত দুখন দি পঠিয়ালে।

ৰাতি পুৱাতে উঠি পদ্মই প্ৰাতঃকৰ্ম সমাপ্ত কৰি হৰিকথা চৰ্চাত ব্যস্ত থাকে, তেওঁৰ ঈশ্বৰপৰায়ণতা দেখি ওচৰ-কাষৰীয়া দুই-চাৰিয়ে গৈ তাত বহে আৰু চাউল-শাঁক-কোমোৰা আদি ইবিধ-সিবিধ পৰম শ্ৰদ্ধাৰে দি আহে। পদ্মই সকলোকে মধুৰ কথাৰে সম্ভাষণ কৰি তামোল-চাদিৰে বিদায় দিয়ে। এনেকৈ দিনবোৰ আগবাঢ়িল।

ওচৰ-চুবুৰীয়াই পদ্মক নাম কাঢ়ি নামাতে, ককাকৰ নাম আছিল লৱ, সেইবাবে বহুতে তেওঁক লৱৰ নাতি বুলি মাতে; কিছুমানে আকৌ তেওঁৰ সদাচাৰ, সদ্ব্যৱহাৰ আৰু সুস্বাস্থ্যলৈ লক্ষ্য কৰি যোৰতে গোসাঁই সম্বোধনেৰে মাতে। লৱ-নাতিৰ ত্যাগ সম্পৰ্কে চৰিত পুথিত আছে, এবেলি দেশজুৰি ভীষণ দুৰ্ভিক্ষ, তিনিজন মগনীয়াই ক'তো এমুঠি খুদ-কণ নাপাই অনাহাৰে পৰি আছিল। সিহঁতৰ এজন আহি লৱৰ নাতিৰ ওচৰত ভিক্ষা খুজিলে। সেইদিনা ঘৰত মাথোন একটি

চাউল, সেইখিনিও জগন্নাথে থুই থৈছে। তাৰে এপোহা দি মগনীয়াটোক বিদায় দিলে।

ভিক্ষাপোৱা শুনি তাৰ লগৰ আৰু এজন গোসাঁইৰ ওচৰলৈ আহিল, তাকো দিলে এপোহা; পাছক তৃতীয়জনেও আহি হাত পাতিলে, অৱশিষ্ট চাউলখিনি তাৰ জোলোঙাত ঢালি দি সেইদিনা মোমায়েক-ভাগিনেক দুয়ো ঈশ্বৰৰ নাম-গুণ গাই উপবাসে থাকিল।

বেলিটো পশ্চিম আকাশলৈ ভালেখিনি লহিয়াই যোৱাৰ পাছত আহোম ৰজাৰ বিষয়া গোপী ৰাজখোৱা হৰিপুখুৰিৰ পাৰেদি ঘোঁৰাত উঠি মফচলৰপৰা উভতি আহোঁতে লৰৰ নাতিক আষাৰ-চেৰেক পৰিহাস কৰিলে। কিছুদূৰ যোৱাৰ পাছতেই তেওঁৰ জুৰ-বিষ উঠিল, দেহত তৎ নাইকিয়া হ'ল। কোনোমতে ঘৰলৈ গৈ নিজৰ অপৰাধ স্বীকাৰ কৰিলে।

ঘৈণীয়েকে ভাবিলে, ৰাজখোৱাৰ গাত লৰৰ নাতি গোসাঁইৰ কিবা অগৰ লাগিল, মান্যজনক তুচ্ছ-তাচ্ছিল্য কৰিব না পায়। তেওঁ তেতিয়াই চাউল, লোণ, তেল, কোমোৰাৰ ভাৰ এখন পঠিয়াই গিৰীয়েকৰ অপৰাধ ক্ষেমিবলৈ গোসাঁইলৈ কাকুতি-মিনতি জনালে।

লৰৰ নাতিয়ে ক্ষমা কৰিলে, ডাঙৰীয়াৰ গা সজ হ'ল।

লো গুটি দামোদৰ, মাধৱচৰণ, বলোভদ্ৰ, প্ৰমুখ্যে কেইবাজনো হৰিপুখুৰি পাৰত ল'গ লাগিল, সকলোৱে মিলি হৰিকীৰ্ত্তন কৰে, ওচৰ-চুবুৰীয়াই চাউল-শাঁক লৈ যায়, হৰিকথা শুনে; দ্ৰব্য-বস্তু ওৱাদানি হ'ল। এনেকি, ওচৰৰ আদহীয়া বুঢ়ী তিৰোতাইও হৰি-পুখুৰি পাৰৰ বহাত কৃষ্ণকথা শুনি চাউল পাত আগবঢ়াই গোসাঁইক সেৱা কৰি আহিব ধৰিলে।

ৰঘুদেৱ নাৰায়ণৰ কোচ-হাজোত শান্তিৰে ধৰ্ম প্ৰচাৰ কৰাত বাধা-গ্ৰস্থ হৈ মাধৱদেৱে উজনিলৈ যোৱাৰ ইচ্ছা কৰি ভাটকুচিৰ কেশৱ চৰণ আতাক দেৰেৰা পাৰ সত্ৰৰ বংশীগোপালৰ ওচৰলৈ পঠিয়া কথা আগতে কোৱা হৈছে। কেশৱ আতাই গুৰুজনক নাৱ পঠিয়াই লৈ

যোৱাৰ কথা উত্থাপন কৰাত বংশীগোপাল সন্মত হ'ল ; গুৰুৰ ইচ্ছা তেওঁ পূৰণ কৰিব।

নামঘৰৰ কাষতে বেলেগ ঘৰ এটাত আতাক চাউল সিজাবলৈ দিলে, ভাতৰ উতল আহিল, এনে সময়তে নামঘৰৰ চোতালত বহিকথা-বতৰা পাতি থকা সেই অঞ্চলৰে ভকত চাৰিজনৰ আগত মাধৱদেৱ উজনিলৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰিছে বুলি বংশীগোপালে ব্যক্ত কৰিলে। গুৰুজনক তালৈ লৈ গ'লে তেওঁলোকৰ প্ৰভুৰ যশ-খ্যাতি সূৰ্যৰ আগত বন্তিৰ পোহৰৰ দৰে নিষ্প্ৰভ হ'ব। ভকত কেইজনে নাৱ পঠিয়াব নালাগে বুলি পৰামৰ্শ দিলে।

কেশৱচৰণে ঘৰৰ ভিতৰৰপৰা কাণউনাই বাহিৰৰ কথা শুনি মনে মনে বৰ দুঃখিত হ'ল। ৰন্ধা ভাত পেলাই দি লঘোণে-ভোকে বিছনাত পৰি থাকিল।

ৰাতিপুৱা কেশৱচৰণ আতাই বংশীগোপালক সুধিলে, গুৰুজনক আনিবলৈ তেওঁ নাৱ কেতিয়া পঠিয়াব ? বংশীগোপাল মনে মনে থাকিল, একো উত্তৰ নিদিলে। গ'ল ৰাতি পৰামৰ্শ আগবঢ়োৱা ভকত কেইজন তাত আছিল, তেওঁলোকে উপযাচি ক'লে, গুৰুজন তালৈ আহিব নালাগে, আগতে তেওঁ উজনি খণ্ডত বৰ কষ্ট পাই গৈছে, তেনেস্থলত পুনৰাই উভতি যাব নালাগে।

বংশীগোপালে মুখেৰে নামাতিলে, কেশৱচৰণ আতাইও ইয়াৰ উত্তৰ নিদিলে, তেওঁ বিষাদ মনেৰে তাৰপৰা বিদায় লৈ উঠি আহিল।

যাব ক'লৈ ? কিছু দূৰৈত ভনীয়েক এজনী বিয়া দিছিল, আতা তালৈ গ'ল। বহু বছৰৰ পাছত ভাগিনেকহঁতে মোমায়েকক পাই বৰ আনন্দিত হ'ল। ভনীয়েকেও মনত সন্তোষ পালে। কিন্তু সমস্যা হ'ল খোৱামুঠিৰ কাৰণে, আত্মীয় হ'লেও অভজনীয়াৰ ঘৰত তেওঁ চাউল সিজাব নোৱাৰে।

সৌ গাঁৱৰ সিপাৰে হৰিপুথুৰিৰ পাৰত লৰ-নাতি থাকে, তেওঁ সদায় ভকতৰ সঙ্গত হৰিকীৰ্তন কৰে, সিধা ভোজনি লৈ তালৈকে গ'লে ককায়েকে নিশ্চয় এমুঠি খাব পাৰে। ভনীয়েকে সেই সংবাদ

জনালত কেশৱ আতাই স্বস্তিৰ নিশ্বাস পেলালে। পলম নকৰাকৈ ভাগিনেকহঁতৰ নির্দেশনা অনুসৰি হৰিপুখুৰিৰ পাৰলৈ যাত্রা কৰিলে।

পদ্ম আতাই মাধৱদেৱৰ শাস্ত্র এখন লেখি ল'বলৈ আয়োজন কৰিছে, জগন্নাথে সাঁচিপাত, মহী আদি যতনাই দিছে। সেই সময়তে ভাটকুচিৰ আতা গৈ ওলাল। পদ্ম আতাই পূৱমুখে বহি পুথি লেখিবলৈ আৰম্ভ কৰিছিল, কেশৱচৰণে পশ্চিমে আতাৰ পাছত থিয় হৈ চালে, বত্নাৱলী, আখৰ অশুদ্ধ।

পদ্ম আতাই ঘূৰি চালে, এজন আচিনাকি ভকত। আতে-:বথে তেওঁ কেশৱচৰণক বহিবলৈ দিলে, চা-চিনাকি হ'ল। বৰপেটা থানৰ ভকত, পদ্ম আতাই হাততে সৰগ ঢুকি পালে। পুথিৰ শুদ্ধ আখৰ দিবলৈ কেশৱ আতাই গা-পাতি ল'লে।

সেই সময়ত উজনি আৰু নামনি অসমৰ মাজত যাতায়াতৰ ব্যৱস্থা কষ্টকৰ বাবে সিখণ্ডৰ মানুহে ইখণ্ডৰ বিষয়ে বিস্তৃতভাৱে নাজানিছিল। পদ্ম আতাই অমূল্য শাস্ত্রখন পাইছে যদিও, শাস্ত্রকাৰ সম্পৰ্কে বিতংকৈ নাজানে। শংকৰদেৱৰ বিষয়ে তেওঁ শুনিছে আৰু তেওঁৰ প্রৱর্তিত ধর্ম উজনিৰ ঠাইবিশেষে ভকতে চর্চা কৰি আছে। মাধৱদেৱ বৰপেটাত থকা শুনি তেওঁৰ শ্ৰীচৰণ দর্শন পাবলৈ পদ্ম আতা ব্যাকুল হৈ উঠিল।

ভাটকুচিয়া আতাই আশ্বাস দিলে, তেওঁ গুৰুৰ আজ্ঞাত শলখত থকা ভকতসকলৰ খা-খবৰলৈ উভতি অহাৰ পথত পদ্মক গুৰুজনৰ সমীপলৈ লৈ যাব। আতা দুই-চাৰিদিনৰ ভিতৰতে শলখলৈ যাত্রা কৰিলে।

লৰৰ নাতিয়ে আতালৈ বাট চাই ৰ'ল, মাধৱদেৱৰ ওচৰলৈ যোৱাৰ কাৰণে তেওঁ ব্যগ্র। ইফালে এ সপ্তাহ দু সপ্তাহকৈ কেইবা সপ্তাহ হ'ল, কেশৱচৰণৰ দেখাদেখি নাই। এনেতে এদিন তেওঁ শুনিলে সেই অঞ্চলৰ এজন আঢ্যৱন্ত লোক বনমালী কটকী তেওঁৰ বুঢ়ী মাকক লগত লৈ নাৱেৰে ভাটীৰফালে তীর্থ কৰিবলৈ ওলাইছে।

খবৰটো শুনি জগন্নাথচৰণক পঠিয়াই সোধালে, আতাকো লগত ল'ব পাৰিবনে ? কটকীৰ নাৱত বেছি মানুহ নাই, তেওঁ পদ্ম আতাক ল'বলৈ আগ্ৰহ কৰিলে। বিশেষকৈ বুঢ়ীমাকে গোসাঁইক পালে ধৰ্ম-কথা শুনি নিৰলস সময়ছোৱা আনন্দ মনেৰে কটাব পাৰিব।

যথাসময়ত নাৱ প্ৰস্তুত হ'ল, পদ্ম আতাই যাত্ৰাৰ আয়োজন কৰিলে। বাকী যি দুই-এজন যোৱা কথা আছিল, তেওঁলোকো ওলাল। ইতিমধ্যে কেশৱচৰণ শলখৰপৰা ঘূৰি আহিল। তেওঁৰ লগত কানি-কাপোৰ আৰু আন আন ঢেৰ বস্তু; ভকতে সেইবোৰ পৰম শ্ৰদ্ধাৰে গুৰুজনলৈ আতাৰ যোগেদি আগবঢ়াইছে। লৰৰ নাতি গোসাঁইৰ লগত জগন্নাথচৰণ, যদুমণি, লো গুটি দামোদৰ, মাধৱচৰণ আৰু বলোভদ্ৰ ওলাল।

শ্ৰীগুৰুৰ দৰ্শন আকাঙ্ক্ষাত পদ্ম আতাৰ মন-প্ৰাণ আনন্দত নাচি উঠিল। নাৱখন ভটিয়নি সোঁতত আগুৱাই গ'ল।

কেইদিনমান পাছত বৰ লুইতৰ দুয়ো পাৰৰ অসংখ্য গাওঁ, হাবি-বননি এৰি হৰিকীৰ্ত্তনীয়া নাৱখন হাজোৰ দক্ষিণে ৰখাই দেখিলে, গুৰুজন তাত নাই। ক'লৈ গ'ল কেশৱচৰণে নাজানে, আতাই জগন্নাথচৰণক লগত লৈ দধিৰ লক্ষ্মীকান্ত আতৈক সাক্ষাৎ কৰিলে। তেওঁৰ মুখত খবৰ পালে গুৰুজন ভটিয়াই বেহাৰলৈ গৈছে। এই বাতৰি শুনি পদ্ম আতাৰ মনটো সেমেকি গ'ল।

নাৱখন আকৌ ভটিয়াব ধৰিলে।

বেহাৰৰ থানত আবেলিৰ নামকীৰ্ত্তন চলি আছিল। কেশৱচৰণ আতা গৈ গুৰুজনক সেৱা জনালে। কেশৱ উজনিৰপৰা উভতি অহাত বহুত পলম হ'ল, মাধৱদেৱে আতালৈ বাট চাই চাই ৰাজমাৰৰ একান্ত অনুৰোধত বেহাৰলৈ গুচি আহিল। গুৰুজনে উজনিৰ ভকত-সকলৰ দৈহিক আৰু পাৰমাৰ্থিক বিষয়ৰ খা-খবৰ লৈ জগন্নাথচৰণৰ সৈতে পৰিচয় হ'ল, যিজন পুৰুষ তেওঁলোকৰ লগত একে নাৱত আহিছে তেওঁৰে ভাগিনেক জগন্নাথচৰণ। কেশৱ আতাৰ সৈতে তেওঁক এটা ৰহাত থাকিবলৈ গুৰুজনে আজ্ঞা কৰিলে।

নাম-প্ৰসঙ্গৰ পাছত প্ৰসাদ বিতৰণ হ'ল, দেউৰীয়ে জগন্নাথকো প্ৰসাদৰ পাত দিলে। তেওঁ আগ্ৰহেৰে পাত লৈছে, কিন্তু অকণো প্ৰসাদ মুখত দিয়া নাই। গুৰুজনে দেখি ইয়াৰ কাৰণ সুধিলত, জগন্নাথে ক'লে, তেওঁ মোমায়েকৰ লগত আহিছে, গতিকে, দুয়ো একেলগে ল'ব। মাধৱদেৱ সন্তোষিত হ'ল, তেওঁ দেউৰীৰ হতুৱাই আকৌ সেইজন লোকৰবাবে পাত এখিলাত প্ৰসাদ দিয়ালে।

জগন্নাথৰ মুখেদি পদ্মই গুৰুজনৰ বা-বাতৰি শুনি পৰম সন্তোষিত মনেৰে প্ৰসাদ গ্ৰহণ কৰিলে। পিছদিনা কেশৱচৰণ আতাই পদ্ম আতাক গুৰুজনৰ ওচৰলৈ লৈ যাবলৈ আহিল। জগন্নাথ যেনেকৈ নাৱৰপৰা নামিয়েই গুৰুজনৰ ওচৰলৈ গৈছিল পদ্ম আতা তেনেকৈ যোৱা নাছিল, উপবাসে বৈ ধুতি গাৰে দ্ৰব্য-বস্তুৰ সৈতে তেওঁ ওলাইছিল।

যদুমণিৰ কান্ধত ভাৰ এখন দি দুয়ো মাধৱদেৱৰ থানলৈ খোজ ল'লে। কিছুদূৰ অহাৰ পাছত পদ্ম আতা আকৌ পিছ পৰিবলগীয়া হ'ল, তেওঁ পুনৰাই তোৰ্চা-নদীত গা ধুই কাপোৰ শুকাই পিন্ধি আহিবলৈ মনস্থ কৰিলে।

একেটা বাটৰ দুটা কেঁকুৰি, এটাৰে গুৰুথানলৈ যাব পাৰি, আনটোৰে খৰিকটীয়া দলৈৰ ঘৰ; পদ্ম আতা কোনটিৰে যাব নাজানে। তেওঁ তেবাটৰ মূৰৰপৰা কেশৱচৰণ আতাক গেৰিয়াই সুধিলে, কোনটি বাটেৰ গুৰুথানলৈ যাব?

মাতষাৰ চিনাকি যেন লাগিছে, যোৱা তেওঁক আগুৱাই অনা। গুৰুজনৰ আজ্ঞা শুনি দুইজনমান ভকত গৈ তেওঁক আগবঢ়াই আনিলে। পদ্ম আতা সোমাই আহিল, মাধৱদেৱ থিয় হৈ দুখোজ আগবাঢ়ি তেওঁক স্বাগত জনালে। পদ্ম আতাই গুৰুজনৰ আগত দীঘল হৈ পৰি চকুলোৰে প্ৰভুৰ চৰণ দুখানি তিয়াই দিলে। মাধৱদেৱে পদ্মৰ বাহুহালত ধৰি তুলি দিয়াত উঠি একাষৰীয়া হৈ বহিল।

গুৰুজনৰ আগত আতাই পৰিচয় দিলে, বৰ নাৰায়ণপুৰ অঞ্চলৰ সাওঁকুচি গাঁৱৰ তিতা চোমদাৰৰ পুত্ৰ, লৰৰ নাতিয়েক পদ্ম।

মাধৱদেৱৰ মনলৈ ল'বালিকালৰ স্মৃতিৰ টুকুৰা এডোখৰ উবি আহিল, গুৰুজনে ক'লে, তেওঁ তিতা চোমদাৰ নহয়, চম্পা চোমদাৰ। তেওঁৰ নঙলাত প্ৰকাণ্ড এজোপা চম্পা ফুলৰ গছ আছিল, সৰুকালত সেই ফুল মই পিন্ধিছিলোঁ, ফুলৰ একোটা পাহি সাত আঙুল দীঘল আছিল।

গুৰুজনে লৰৰ নাতিৰ কাৰণে বহা এটি আৰু সিধাৰ ব্যৱস্থা কৰাই দিয়ালে।

পদ্মই দিনত এমুঠি সিজাই নিশা উপবাসে ৰ'ল। পুৱা পৰম শ্ৰদ্ধাৰে গুৰুজনৰপৰা ধৰ্মবস্তু লভি নিজে কৃতাৰ্থ হ'ল।

গংগাযাত্ৰীৰ লগত একে নাৱতে আহিব ওলোৱা শুনি চুবুৰীয়া মানুহে পদ্মৰ হাতত গংগাত লগাবৰ কাৰণে এটোপোলা জালুক পঠিয়াইছিল। মাধৱদেৱক পাই তেওঁৰ গংগাস্নানৰ প্ৰবৃত্তি নাইকিয়া হ'ল, সমস্ত তীৰ্থৰ সম্ভেদ গুৰুৰ চৰণতে বিচাৰি পালে।

মাধৱদেৱে পদ্ম আতাৰ হাতত গংগাত লগাবলৈ জালুক পঠিয়া শুনি দুজন লগৰীয়াৰ সৈতে গংগালৈ যোৱৰ আজ্ঞা কৰিলে। জগন্নাথ চৰণ আতাক কটকীৰ নাৱতে কেইবাদিনো আগতে গৈছিল। পদ্ম আতা যাবই লাগিব, নগ'লে বাক্যব্ৰহ্ম স্খলিত হ'ব, পুৰুষৰ বাক্য পৰিলে অপৰাধ হয়।

যদুমণি যাবই, কলাপ আৰু কেশৰী নামৰ অন্য দুজন গংগাযাত্ৰীৰ লগত গুৰুজনে পদ্ম আতাক যাবলৈ ক'লে। লগতে গংগাৰ প্ৰধান ঘাটৰপৰা কিছু নিলগত স্নান কৰিবলৈ উপদেশ দিলে।

গুৰুবাক্য অনুসৰি আতাই যাত্ৰা কৰিলে, লগত যদুমণি, কলাপ আৰু কেশৰী। তীৰ্থযাত্ৰী কেইজনে তিস্তা নৈ পাৰ হৈ কালডোবা গঞ্জৰ এঠাই নিশা ৰ'ল। খোৱাৰ আগতে যদুমণি আতৈ ভটিমা এটি গা'লে,—

ব্ৰহ্মা-মহেশ যাকৰ চাকৰ
তাকৰ গুণ মুহে লেছু।

কলাপ আৰু কেশৰী ব্ৰহ্মচাৰী, দুয়ো খঙত জ্বলি উঠিল, ইমান সাহস ব্ৰহ্মা-মহেশক চাকৰ বুলিলে, তেওঁলোকে দাঁত-মুখ কামুৰি যদুমণিলৈ খেদি আহিল। পদ্ম আতাই দেখিলে গতি বিষম, তেওঁ মুখত খং দেখুৱাই ক'বলৈ ধৰিলে, ঐ বৈচালিৰ বেটা দুৰ্জন, ব্ৰহ্মা-সদাশিৱ জগতৰ গুৰু, কাৰ চাকৰ কোন? এই বুলি কৈ যদুমণিৰ পিঠিত হাত থৈ তেওঁলোকক দেখুৱাই কেইটামান ভুকু মাৰিলে। যদুমণিয়ে চিঞৰি-বাখৰি অত্যন্ত দুখ-পোৱা যেন অভিনয় কৰি দেখুৱালে। কলাপ-কেশৰীয়ে একো উচ্চ-বাচ্য নকৰি নিশাটো শান্তিৰে কটাবলৈ দিলে।

পুৱা পদ্ম আতা আৰু যদুমণি নগ'ল, অসুখ হোৱা বুলি কৈ সেই ঠাইতে ৰৈ গ'ল। কলাপ-কেশৰীৰ আগত কৈ পঠিয়ালে, আতাৰ ভাগিনেক জগন্নাথচৰণ গংগালৈ গৈছে, বাটত লগপালে সোনকালে পঠিয়াব লাগে, মোমায়েক অসুখত ভূগি আছে।

কলাপ-কেশৰীয়ে খবৰ কৰি গৈ কোনোবা এটি তীৰ্থযাত্ৰীৰ বাহৰত উভতি অহাৰ পথত জগন্নাথচৰণক লগ পাই মোমায়েকৰ অসুখৰ খবৰটো জনালে। জগন্নাথ ততাতৈয়াকৈ আহি পদ্ম আতাক কালডোবা গজত পালে। ঘটনাৰ সবিশেষ জনাৰ পাছত তেওঁ আতা আৰু আতৈ দুয়োজনকৈ তীৰ্থলৈ লৈ গ'ল।

আঠ দিনৰ মূৰত গংগাৰ ঘাটত উপস্থিত হৈ গুৰুৰ নিৰ্দেশমতে স্নান-দান-দক্ষিণা কৰি গংগাৰ মাটি পানী, তেতেলি টেঙা আৰু পদ্ম চেনী লৈ উভতি আহিল।

পদ্ম আতাৰ চেহেৰা-পাতি আৰু সজ আচৰণ দেখি কোনোবা এটি চকীত চকীয়ালে তেওঁৰ কেৰেয়া নোলোৱাকৈ সন্মানসহ বিদায় দিলে। পদ্ম আতাই সেই ছেগতে তেওঁৰ লগত বাতি কটোৱা আটাইখিনি দুখীয়া তীৰ্থযাত্ৰীৰ ভাড়া মাফ কৰি দিবলৈ অনুৰোধ জনালে। চকীয়ালে আতাৰ কথাত সদয় হৈ এজনবো কেৰেয়া নোলোৱাকৈ আহিবলৈ দিলে।

বহাগৰ প্ৰথম দিনা তিনিখৰা গায়ন-বায়নে নামঘৰৰ চোতালত

গাই-বাই আছিল। তিনিপৰমান বেলিৰ পাছত পদ্ম আতা গুৰুৰ থানত সোমাই গুৰুজনৰ চৰণত পৰি সেৱা জনাই তীৰ্থৰপৰা লৈ যোৱা বস্তুবোৰ নিবেদন কৰিলে।

গংগাৰ জল কঢ়িয়াই অনা কলহৰ সাফৰখন গুৰুবাক্যত গুচাই দিলে, মুখলৈ পানী চপচপীয়া হৈ উপচি আছে। পানীত পোহ দি, অন্য পানী মিহলাই অনা হৈছে নেকি? মাধৱদেৱে সুধিলে। ওহো, আতাই সেইবোৰ একো ভূ নাপায়, ইয়াত বেলেগ পানী ভেজাল দিয়া নাই। অন্তৰত শুচিতা থকাৰ বাবে আতাই কঢ়িয়াই অনা গংগাজল এটুপিও নটুটাকৈ আছিল, গুৰুজনে মন্তব্য কৰিলে।

পদ্ম আতা মাধৱদেৱৰ থানত এসপ্তাহ ৰ'ল। এই কেইদিনৰ ভিতৰতে এটা পাত্ৰৰ পানী অন্য এটাত ঢলাৰ নিচিনাকৈ, গুৰুজনে তেওঁৰ বল-বীৰ্য-শক্তি-ভক্তি সবেখানি পদ্ম আতাত থাপনা কৰি, পৰম ৰহস্য কথাৰ সাৰ থৈ, লৱৰ নাতিয়েকক উজনিত ধৰ্মবস্তু প্ৰকাশৰ উদ্দেশ্যৰে পঠিয়াৰ আয়োজন কৰিলে। সৌ তাহানি শংকৰদেৱে বাউসীত থাকোঁতে ধৰ্ম প্ৰচাৰৰ অৰ্থে মাধৱদেৱক উজানিলৈ যোৱাৰ বাবে আজ্ঞা কৰিছিল, সখিয়েক নাৰায়ণ দাসে গুৰুজনত প্ৰাৰ্থনা কৰি ৰাখিলে। গুৰুবাক্য অপূৰ্ণ হৈ আছে, এতিয়া মাধৱদেৱৰ বদলি, সলনি লৱৰ নাতি গ'লে ই পূৰ্ণ হ'ব।

অসম ৰাজ্যৰ বিষম কথা, তাত কেনেকৈ তিষ্ঠিব? বিশেষকৈ গুৰুচৰণ সেৱা কৰাৰ প্ৰবল ইচ্ছাৰে তেওঁ আহিছিল, ধৰ্মপ্ৰবৰ্তক হোৱাৰ বাসনা তেওঁৰ নাই।

গুৰুজনে নিৰ্ভয় দিলে, বৰ নদীৰপৰা ব্ৰহ্মকুণ্ডলৈ, এই বিশাল ভূখণ্ডত ধৰ্ম প্ৰচাৰৰ দায়িত্ব বদুলা আতাৰ ওপৰত ন্যস্ত কৰিলে। দশম-কীৰ্তন-ঘোষা ৰত্নাৱলী, এই চাৰিখন শাস্ত্ৰৰ সৈতে শংকৰদেৱে সেৱা কৰা মালা, নাম গাওঁতে বজোৱা মন্দিৰা বদুলা আতাৰ হাতত অৰ্পণ কৰি, বস্তু কেইবিধ সভক্তিৰে সেৱা জনাই থাকিবলৈ উপদেশ দিলে। বদুলা পদ্ম আতাই পৰম শ্ৰদ্ধাৰে আঠু আঢ়ি গ্ৰহণ কৰিলে।

নামমালিকা শাস্ত্ৰখন মাধৱদেৱৰ শেহতীয়া ৰচনা, তেনেকৈ

বহুলা আতাও শেহতীয়া সেৱক, তেওঁতেই সীমা। সেইবাবে প্ৰচাৰৰ উদ্দেশ্যৰে নাম মালিকা পুথিখনো আতাৰ লগত পঠিয়ালে।

গুৰুজনে ক'লে, লৱৰ নাতিয়েকে সম্পূৰ্ণ ৰূপত তেওঁক দেখা নাই, চমৰিয়াৰ বৰ বিষ্ণু, বৰপেটাৰ মথুৰাদাস, মনথৈৰ সখিয়েক ঠাকুৰ আতা আৰু ভবানীপুৰীয়া গোপালক দেখিলেহে মাধৱদেৱৰ সম্পূৰ্ণ ৰূপ দেখিব।

যোৱাৰ সময়ত বহুলা আতাই গুৰুজনৰ চৰণত পৰি, সলোতক নয়নেৰে আশীৰ্বাদ গ্ৰহণৰ পাছত সৱিনয়ে প্ৰাৰ্থনা জনালে, আতাই যেন ভকত বস্তু লাভ কৰে, ভকতক প্ৰাণাধিককৈ তেওঁৰ অন্তৰত থাপি ৰাখিব পাৰে।

. অতকালে কোনোৱে বাঞ্ছা নকৰা বস্তু লৱৰ নাতিয়েকে প্ৰাৰ্থনা কৰিলে। গুৰুজন পৰম সন্তুষ্ট হ'ল, তেওঁ আশীৰ্বাদ দিলে, লৱৰ নাতিৰ মনোবাঞ্ছা ঈশ্বৰে পূৰ্ণ কৰক।

মাধৱদেৱে বহুলা আতাক বিদায় দিলে।

গুৰুৰ আজ্ঞাত ভকতে কিছুদূৰলৈ আগুৱাই থলে।

মাধৱদেৱেও দুখোজ আগবাঢ়ি গ'ল।

## অন্তিম লীলা

গুৰুজন বৰপেটা এৰি যোৱাৰ দুই বছৰমান পাছতেই বন-পোৰা জুইৰ ফিৰঙতি উৰি আহি সত্ৰৰ ৰভিয়াল ঘৰটো পুৰিলে। বুঢ়া আতাই এই দুৰ্ঘটনাত মৰ্মান্তিক বেজাৰ পাই দুঃসংবাদটো জনাবলৈ ওঠৰজন লগৰীয়াৰ সৈতে মাধৱদেৱৰ ওচৰলৈ যাত্ৰা কৰিলে।

বৰপেটাৰ দক্ষিণ-পশ্চিমে বৌমাৰীৰ এঘৰত তেওঁলোক নিশা ৰ'ল, গিৰীহঁতে সিধা-ভোজনি দিলে। পুৱা আকৌ খাই-বৈ আহিব

কোৰাত বুঢ়া আতাই আপত্তি জনালে, তেওঁলোক অতিথি, ভকত অভজনীয়াৰ ঘৰত এ নিশাতকৈ বেছি নাথাকে। তেতিয়া গৃহস্থই উত্তৰ দিলে, তেওঁলোকে মহাপুৰুষক গুৰু গ্ৰহণ কৰিছে। গুৰুজন বৃন্দাবনলৈ যোৱাৰ বাটত শৰণ লগাই গৈছিল, ইয়াৰ প্ৰমাণস্বৰূপে ভনিতাসহ শংকৰদেৱৰ দিব্যঅক্ষৰত লিখা গীত এটি দেখুৱালে। বুঢ়া আতাই চাই-মেলি সভক্তিৰে গীতটি ঘূৰাই দিলে।

এনেকৈ গুৰু দুজনাই বাটে-পথে গীত-ঘোষা-পদ ৰচনা কৰি থৈ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল, কিন্তু সংৰক্ষণৰ অভাৱত তাৰে বহুতো হেৰাই গৈছে। বুঢ়া আতাৰ দলটোৱে ভকতৰ ঘৰ বুলি প্ৰত্যয় মানি দিনৰ সাজো তাতে খাই জিৰাই শঁতাই পশ্চিমলৈ আগবাঢ়িল।

বইটামাৰি, চাপৰ, হাকুমা, ৰঙামাটি আদি ঠাইত নিশা কটাই আগবাঢ়ি গৈ গদাধৰ পাৰ হৈ বাচন-ডোবা ( হাজ দহ )-ত বৈ ৰাম ৰায়ৰ কুঠিৰপৰা ভেলা-মধুপুৰৰ ওচৰেদি বৈ যোৱা ঘৰঘৰিজান পালেগৈ। বেলিটো তেতিয়া পশ্চিম আকাশলৈ ভালেখিনি লহিয়াই গৈছিল, গুৰুজনে দেখিয়েই চাউল সিজাবলৈ ক'ব, বুঢ়া আতাৰ নিৰ্দেশ অনুসৰি আটাই কেইজনে গা ধুই চিৰা আৰু গুড়ৰ জলপান খাই ল'লে।

তাৰ পাছত ভেলা-মধুপুৰ সোমাই গুৰুজনৰ চৰণত প্ৰণাম জনালে।

বহুদিনৰ মূৰত বৰপেটা থানৰ ভকতক লগ পাই গুৰুজন পৰম আহ্লাদিত হ'ল। তেওঁ গোসাঁনী আই, ঠাকুৰ আতা, ৰামচৰণ ঠাকুৰ আৰু আন আন ভকতৰ কুশলবাৰ্তা সুধিলে। ৰভিয়াল ঘৰটো পোৰা খবৰ পাই গুৰুজন অতিকৈ ব্যথিত হ'ল। তথাপি থাপনাৰ সম্মুখত বন্তি-গচি জ্বলি আছেনে সুধিলে। পোৰা ভিটাৰ ছাঁইখিনি আঁতৰাই সেই দিনাৰপৰা ছৈ সজাই তাৰে তলত বুঢ়া আতাৰ ঘৈণীয়েকে চাকিখৰ জ্বলাই ৰাখিছে, এদিনো বাহী পৰা নাই। কথাবোৰ শুনি গুৰুজনে সন্তোষ পালে।

মথুৰাদাসক পিছদিনা কীৰ্তন কৰিবলৈ আজ্ঞা কৰিলে, আতা

উঠি ঘোষা টানিলে, লক্ষণ ওঝাই পদ গাবলৈ ধৰিলে। সুললিত কণ্ঠনিসৃত ঘোষা-পদৰ ধ্বনিত ভেলা-মধুপুৰ মুখৰিত হৈ উঠিল।

(১) ৰামচন্দ্ৰ স্বৰ্গে চলি গৈলা।
অযোধ্যা পুৰি সবে শূন্য ভৈলা ॥

(২) কৃষ্ণ-সূৰ্য ভৈলন্ত উদিত।
নাম-ধৰ্ম কৰিলা বিদিত ॥

(৩) মাধৱক দৰশন পায়া।
আনন্দ কৰি হৰিগুণ গায়া ॥

(৪) মাধৱ বান্ধৱ দেৱ-হৰি।
কৰা কৃপা দোষ ক্ষমা কৰি ॥

ঘোষা চাৰিটা গাই মাধৱদেৱক সেৱা কৰিলে। ঘোষা কেইটা নতুন, গুৰুজনে ৰচনা কৰা নাই। কাৰ ৰচনা তেওঁ সুধিলে। গুৰুজন বৰপেটা-কামৰূপ এৰি অহাৰ পাছত তেওঁৰ বিচ্ছেদ অনুভৱ কৰি বুঢ়া আতাই এই ঘোষা চাৰিটা ৰচনা কৰিছে বুলি উত্তৰ দিলে। মাধৱদেৱ সন্তোষিত হ'ল, তেওঁ আতাৰ প্ৰাৰ্থনা অনুসৰি ঘোষা কেইটা স্বীকৃতি দি ভকতক অনুগৃহীত কৰিলে।

কেইবাদিনো হ'ল বুঢ়া আতা ভেলা মধুপুৰত আছে, এইকথা লক্ষ্য কৰি মাধৱদেৱে এদিন মথুৰাদাসক আজ্ঞা কৰিলে, আতা বৰপেটালৈ উভতি গৈ ভকতসকলক প্ৰৱৰ্তন কৰক। গুৰুজনে যদুমণি ভঁৰালীৰ হতুৱাই টকা ছুটা আৰু কাপোৰ এযুৰি অনালে। আতাৰ মূৰত মালতি ফুলৰ মালা পিন্ধাই, কাপোৰসহ টকা ছুটা কৰ হিচাপে শৰাইত আগবঢ়াই বৰপেটা সত্ৰৰ অধিকাৰ পদত অভিষিক্ত কৰিলে। বৰনদীৰপৰা সোণকোষলৈ বিস্তৃত অঞ্চলত নামধৰ্ম প্ৰচাৰ আৰু ভকতৰ সকলো দায়িত্ব বুঢ়া আতাৰ ওপৰত দিয়া হ'ল। গুৰুজনে আশীৰ্বাদ কৰি তেওঁক বৰপেটালৈ পঠিয়াই দিলে।

বুঢ়া আতা উভতি অহা শুনি ঠাকুৰ আতা, ভৱানীপুৰীয়া আতা, বৰ বিষ্ণু আতা প্ৰভৃতি ভকতসকল বৰপেটালৈ আহি গুৰুজনৰ খা-খবৰ সুধি সমস্ত কথাৰ সম্ভেদ পাই, বিশেষকৈ বুঢ়া আতাৰ ওপৰত

গুৰু দায়িত্ব অৰ্পণ কৰা শুনি বং মনেৰে ঘৰা-ঘৰি গ'ল। ইয়াৰ পাছত বুঢ়া আতাই সেৱকসকলক মতাই আনি বৰবেটা সত্ৰৰ কীৰ্তন-ঘৰ, মণিকূট, হাটী-বাটী সমস্ত নতুনকৈ সজাই লৈ যথানিয়মে নাম-প্ৰসঙ্গ কৰি পৰম নিষ্ঠাসহ ধৰ্ম প্ৰৱৰ্ত্তাই ৰ'ল। শংকৰদেৱে যদিও মাধৱদেৱৰ ওপৰত শক্তি-ভক্তি অৰ্পণ কৰি ধৰ্মৰাজ্যৰ উত্তৰাধিকাৰী পাতি গৈছিল, তেওঁৰ মৰমৰ বঢ়াৰ পোৱে কিন্তু শদিয়াৰপৰা বেহাৰলৈ ৰাজ্য বিভাগি একো খণ্ডত ধৰ্মাচাৰ্য একো গৰাকীৰ তত্ত্বৰধানত গুৰু-ধৰ্ম নিয়ৰিকৈ প্ৰচাৰৰ ব্যৱস্থা কৰালে।

মাধৱদেৱৰ আজ্ঞা অনুসৰি ভাগিনেক ৰামচৰণ ঠাকুৰে বৰপেটা, বৰনগৰ, কালঝাৰ, হাজো, মালছা, ৰৰদোৱা, ধুৱাহাটা-বেলগুৰি আদি অসমৰ বিভিন্ন ঠাইৰ ভকতৰ ঘৰে ঘৰে এবছৰতকৈ সৰহদিন ঘূৰি শংকৰদেৱ বিৰচিত কীৰ্ত্তন ঘোষাৰ খণ্ডসমূহ সংগ্ৰহ কৰি বেহাৰলৈ যাত্ৰা কৰিলে। বহুদিন ককায়েকৰ খবৰ নাপাই উৰ্বশী আই চিন্তিত হৈ আছিল, পুতেক মোমায়েকৰ ওচৰলৈ যোৱাত তেওঁ ভাল পালে।

দহদিনৰ মূৰত ৰামচৰণ ভেলা-মধুপুৰ পাই মোমায়েকৰ আগত আঠু ল'লে। গুৰুজন পৰম আহ্লাদিত হ'ল। গুৰুপত্নী, বৈনায়েক ৰামদাস, ভনীয়েক উৰ্বশী আৰু আতৈ-আতা সবৰ কুশল বাতৰি লৈ ভাগিনেকে কীৰ্ত্তন পুথিখন সংগ্ৰহ কৰি আনিছে নে সুধিলে। ৰামচৰণে পুথিখন নিছিলে কিন্তু ভকত এজনৰ একান্ত হাবিয়াহ এৰাব নোৱাৰি সোণকোষৰ সিপাৰে বিজয়পুৰত এৰি থৈ যাবলগীয়া হ'ল।

গুৰুজনে তেতিয়াই যদুমণি ভঁৰালীক আজ্ঞা কৰিলে, পিছদিনা পুৱাতে চাউল-সিধাৰ সৈতে দুজন ভকত পঠিয়াই পুথিখন দিনতীয়াকৈ অনা হওঁক।

পিছদিনা সাজগঢ়ি যোৱাৰ পাছত শংকৰদেৱৰ শ্ৰীহস্তকৃত কীৰ্তন-ঘোষা ভকত দুজনে লৈ আহিল। মাধৱদেৱ আগবাঢ়ি গৈ নমি পুথিখন সভক্তিৰে মূৰত তুলি লৈ কীৰ্ত্তনঘৰৰ ভিতৰত ৰাখিলে।

পুৱা প্ৰসঙ্গৰ পাছত পুথিখন মেলি চাই য'ত যি অধ্যায় থাকিব

লাগে ভ'ত সেই অধ্যায় থুপাই থোৱা দেখি ভাগিনেকক প্ৰশংসা কৰিলে। কীৰ্ত্তন-ঘোষাৰ ৰচয়িতা শংকৰদেৱ আৰু ইয়াৰ সংকলয়িতা ৰামচৰণ ঠাকুৰ।

মোমায়েকৰ লগত দহ-বাৰদিন থাকি ৰামচৰণ ঘৰলৈ গ'ল, বুঢ়া মাক-দেউতাক এৰি সৰহদিন থাকিব নোৱাৰে। মাধৱদেৱে তেওঁক তিনিমাহ ভেলা-মধুপুৰত থাকিবলৈ ক'লে। মাক-বাপেক বুঢ়া হ'লেও দহ বছৰলৈ তেওঁলোকৰ ঈশ্বৰৰ ইচ্ছাত হানি-বিঘিনি নঘটে। ভাগিনেক হিচাপে নহয়, ৰামচৰণৰ পাৰমাৰ্থিক জ্ঞান সম্পূৰ্ণ কৰি তুলিবলৈ এই বেলি তিনি মহীয়াকৈ লগত ৰাখিলে।

ভকতৰ সৰু-বৰ নাই, সকলো ভকত সমান, কিন্তু সাধাৰণ লোকে এইকথা নাজানে। এবাৰ ৰাজমাৱে ভকতৰ মাজত সৰু-বৰ অনুযায়ী ভগাই দিবলৈ কেইখনমান কাপোৰ পঠিয়াই দিলে। এইকথা শুনি মাধৱদেৱৰ খং উঠিল, তেওঁ কাক সৰু, কাক বৰ বুলিব? কাপোৰ কেইখন তেওঁ ঘূৰাই দিলে। ৰাজমাৱ বিচুৰ্তি খালে, তেওঁ গুৰুজনৰ ওচৰলৈ আহি নানান কাকুতি-মিনতি কৰি ক্ষমা বিচাৰিলে। তেওঁৰ অপৰাধ মৰিষণ কৰাৰ পাছত কাপোৰ কেইখন সমভাৱে ভকতৰ মাজত বিলাই দিয়া হ'ল।

শ্ৰীৰাম আতা সম্পূৰ্ণ নিৰ্বিকাৰ ভক্ত, ইয়াৰ দৃষ্টান্ত আগতে উল্লেখ কৰা হৈছে। বেহাৰতো তেওঁ গুৰুজনৰ লগতে আছিল। ৰাজমাৱে নিতৌ দুজন ভকতক চিৰা আৰু ফলাহাৰ কৰায়। এবাৰ শ্ৰীৰামৰ পাল পৰিল, তেওঁ গামোচা পিন্ধি ওলাইছিল, গুৰুজনে দেখি ধুতি-পচৰা পিন্ধাই পঠিয়ালে। চিৰা খায়েই তেওঁ গুচি আহিল, কড়ি, পচৰা একো নুচুলে।

এদিন আকৌ ভকতৰ পদধূলি লোৱাৰ মানসেৰে ৰাজমাৱে আটাইকে মতাই নিয়ালে। শ্ৰীৰাম আতাই লাউ-কুকুৰাটিত লৈ যোৱা পানীৰে ভৰি দুখন ধুই-পখালি ঢাকিত বহিল। ৰাজমাৱৰ উদ্দেশ্য সফল নহ'ল, তেওঁ শ্ৰীৰামৰ পদজল গ্ৰহণ কৰিব নোৱাৰিলে।

ঠাকুৰ আতাই তেওঁৰ পুতেক পৰমানন্দক গুৰুজনৰ বাৰ্ত্তা ল'বলৈ

পঠিয়াইছিল। তেওঁ ডা-ডাঙৰীয়া, বৰুৱা, লস্কৰ সকলো বিষয়াক জনালে, কামৰূপৰ সখিয়েক আহিছে তেওঁলোকে এবাৰ দেখা কৰি যাওক। তেওঁলোক গুৰুৰ থানলৈ আহিল, মাধৱদেৱৰ কাষতে পৰমানন্দ বহিছে, বিষয়াবৰ্গ আচৰিত হ'ল। গুৰুজনৰ সখিয়েকচোন তেনেই ডেকা, নহয়েই কিজানি? তেওঁলোকৰ সন্দেহ ইকাণ-সিকাণকৈ বাগৰি গ'ল।

গুৰুজনে তেতিয়া ক'লে, তেওঁৰ সখিয়েক যেতিয়া মানুহে তেওঁক বুঢ়া বুলি ভাবিছিল, সঁচাকৈ বুঢ়াই, এওঁ সখিয়েকৰ প্ৰতিনিধি, যেনিবা সখিয়েকেই; গতিকে, এওঁক ভক্তি-শ্ৰদ্ধা জনাব লাগে। সকলোৱে টকা-সিকা আগবঢ়াই পৰমানন্দক সেৱা জনালে। গুৰু-ধৰ্ম পৰায়ণ পিতৃভক্ত পুত্ৰৰ মাজেদি পিতৃৰ প্ৰকাশ, এই সত্য গুৰুজনে তেওঁৰ কাৰ্যাৱলীৰ ভিতৰেদি প্ৰকাশ কৰিলে।

সংকামত বাধা-বিঘিনি থাকিবই। লক্ষ্মীনাৰায়ণ ৰজাৰ সদিচ্ছাৰ ওপৰত আৰু বা-বিষয়াৰ সহযোগত যদিও বেহাৰত বৈষ্ণৱধৰ্মৰ প্ৰচাৰ নিৰ্বিঘ্নে চলিল তথাপি মাধৱদেৱৰ সন্মুখলৈ আৰু এটা দুৰ্যোগ আহিল। বাঁকু কাজীৰ ভনীয়েকক কোনোবা এজন লস্কৰলৈ বিয়া দিছিল, লস্কৰৰ গোটেই পৰিয়াল মহাপুৰুষৰ সেৱক।

এবাৰ চ'ত মাহত বাঁকু কাজীৰ বাপেকৰ সাম্বৎসৰিক শ্ৰাদ্ধ উপলক্ষ্যে ভনীয়েকহঁতক আনিলে। ককায়েকৰ ঘৰখন অভজনে থকা বাবে সেই পাগত নাখাই বাতি ভনীয়েকে নতুনকৈ পাগ জুৰি পুতেক দুজনৰ সৈতে খালে।

সেই নিশাই ঘৈণীয়েকৰ মুখে বীৰুই ঘটনাটো শুনি খঙত জ্বলি উঠিল, নিজৰ স্বগৰ্ভী ভনীয়েক হৈ ভাতমুঠিত বাচ-বিচাৰ কৰে, মাধৱৰ ধৰ্মই তেনেহ'লে ঐক্য-সংহতিৰ অন্তৰায়, বাপেক-পুতেক, ককায়েক-ভায়েক-ভনীয়েকৰ মাজত ই বিচ্ছেদ আনি দিয়ে। মাধৱদেৱক তেওঁ শ্ৰদ্ধা কৰে, তেওঁৰ পাণ্ডিত্য স্বীকাৰ কৰে; কিন্তু ঘৰৰ সুখ-শান্তি নাৰ কৰি দিলে সহ্য কৰে কেনেকৈ? উহু তেওঁক

আৰু বিহাৰত থাকিবলৈ দিয়া নহ'ব, য'ৰপৰা আহিছিল তালৈকে খেদি পঠাব লাগিব।

বীৰু কাজী মাধৱৰ ওপৰত প্ৰকাশ্যে নাৰাজ হ'ল, ইফালে আকৌ এচাম স্বাৰ্থন্বেষী খলুৱা এই সুযোগতে কাজীক উচটাই দিয়াৰ উদ্দেশ্যৰে আগবাঢ়ি আহিল। তেওঁলোকৰ বক্তব্য হ'ল, মাধৱে দুৰ্গা, কালী, শিৱ, শালগ্ৰাম নামানে, নুপূজে, শ্ৰাদ্ধ-বিধি নকৰে, কৰিব নিদিয়ে। এনেকৈ থাকিলে ৰাজ্যত অনাচাৰ ঘটিব, ৰজাৰ ছত্ৰভংগ হ'ব আৰু প্ৰজাৰ দুখ-দুৰ্গতিৰ সীমা নাথাকিব। নৰ নাৰায়ণৰ আগত গোৱা সেই পুৰণি গানটো আকৌ নতুনকৈ গাই শুনালে, মাধৱক ৰাজ্যৰপৰা নেখেদিলে দেশ অৰাজক হ'ব।

খেদিব কেনেকৈ ? বীৰুৱে মনে মনে ভাবিলে, ক'ৰবাৰ জনা-বুজা পণ্ডিত এজন আনি তৰ্কত হেৰুৱাই লজ্জিত কৰি আঁতৰাব লাগিব, নহ'লে অন্য উপায় নাই। ৰজাৰ আগতো লগালে, মাধৱে শৰণ লগাই মানুহৰ মন থান-বান কৰিলে, সমাজ আৰু পৰিয়ালৰ সংহতি বিনষ্ট হ'ল। ঘনিষ্ঠতম আত্মীয় শৰণীয়া লোকে অভজনীয়াৰ হাতে-পাগে নাখায়। পূজা-পাঠ-শ্ৰাদ্ধ-বিধি তেনেই লোপ হ'ল, অধৰ্ম-অনাচাৰ বিয়পি পৰিল।

মানুহৰ মন কি বিচিত্ৰ ? এই বীৰুৱে এদিন মাধৱৰ সপক্ষে ওকালতি কৰি তেওঁৰ গুণৰাজি শতমুখে বখানি কৈছিল, কিন্তু আজি সম্পূৰ্ণ বিপৰীত। ৰজাই ভাবিলে, হয়তো ক'ৰবাত স্বাৰ্থত ব্যাঘাত হৈছে, সেইবাবে মতৰ পৰিবৰ্তন ঘটিছে। বীৰুৱে পণ্ডিতৰ হতুৱাই একশৰণীয়া মতৰ ওপৰত আলোচনা কৰিব খুজিছে, কৰাওক, ৰাজসভাত পণ্ডিতৰ আলোচনা হৈয়েই থাকে। সেইবাবে ৰজাই সন্মতি জনাইছে।

বংগদেশৰ মাধৱ ভট্টাচাৰ্য নামেৰে পণ্ডিত এজনক বীৰু কাজীয়ে মাতি আনিলে, তেওঁৰ লগত ওচৰ-কাষৰৰ আৰু কেইবাজন কুতৰ্কীয়ে ঠাই উলিয়াই ল'লে। মাধৱদেৱক খবৰ দিয়া হ'ল, ধৰ্মসভাত

উপস্থিত হৈ বা-বিষয়াৰ মনৰ খুকুৰি মাৰিব লাগে। গুৰুজনে কাজীৰ মতলব বুজি, আনন্দ মনেৰে সন্মতি দিলে।

নিৰ্দিষ্ট দিনত তোৰ্চা নদী পাৰ হৈ অলপীয়া ভকতৰ সৈতে মাধৱদেৱ ৰাজসভাত উপস্থিত হ'ল। ৰজাই তেওঁক সন্মানসহ আদৰি লৈ আসন দিলে। বীৰু কাজী আনন্দিত, মাধৱ অপদস্থ হৈ কাইলৈ বেহাৰ এৰিব লাগিব, মা দুৰ্গা, তুমি আমাৰ ফলীয়া পণ্ডিত কেইজনক শক্তি দিয়া।

বীৰুৱে বংগদেশীয় মাধৱৰ লগত সকলোৰে চিনাকি কৰাই দিলে, কামৰূপৰ মহন্তৰো পৰিচয় ডাঙি ধৰিলে। বংগৰ মাধৱ আৰু কামৰূপৰ মাধৱৰ মাজত সৌজন্যসূচক অভিবাদনৰ বিনিময় হ'ল।

মালাত মেৰুৰ প্ৰয়োজন আছে নে নাই? এই সম্পৰ্কে বীৰুই প্ৰশ্ন কৰিলে। শংকৰদেৱৰ দিনৰ সেই বিতৰ্কিত প্ৰশ্নৰ পুনৰুত্থান। বংগদেশী মাধৱ সাক্ষীগোপাল হৈ ৰ'ল। উপস্থিত বামুণ-পণ্ডিতে আলোচনাত অংশগ্ৰহণ কৰি তন্ত্ৰোক্ত শ্লোকৰ উদ্ধৃতিৰে মালাত মেৰুৰ প্ৰয়োজনীয়তা দেখুৱালে।

মাধৱদেৱে তেতিয়া গীতা-ভাগৱতৰ শ্লোক আওৰাই মালাত মেৰু নালাগে বুলি গহীনাই উত্তৰ দিলে। শংকৰদেৱেও মালাত মেৰু দিয়া নাই আৰু দিবলৈও কোৱা নাই। ষোল্ল-অক্ষৰীয়া, হৰে কৃষ্ণ হৰে কৃষ্ণ, কৃষ্ণ কৃষ্ণ হৰে হৰে,—নাম গোৱা চৈতন্য-পন্থীসকলেহে মালাত মেৰু দি পিন্ধে। বৈষ্ণৱৰ চাৰি নাম, চাৰি বস্তু, চাৰি বেদ আৰু চাৰি শ্লোক; এই চাৰি পোৱাত এক সেৰ। মেৰু ডেৱালে কি দোষ হয় ভাগৱত-শ্ৰুতিৰ শ্লোক উদ্ধৃত কৰি দেখুৱালে। যিজন বীজমন্ত্ৰ জপ কৰে তেওঁ মালাত মেৰু দিব পাৰে; কিন্তু হৰিনামত মালা ধাৰণ কৰিলে মেৰুৰ প্ৰয়োজন নহয়।

মাধৱদেৱে তেওঁৰ কথাৰ সত্যতা প্ৰমাণ কৰিবলৈ পঞ্চ-ৰাত্ৰ তন্ত্ৰৰ শ্লোক সৰসৰীয়াকৈ গাই শুনালে। বীৰু কাজীৰ মুখ ক'লা পৰিল। তৰ্ক কৰিবলৈ অহা পণ্ডিতে সেমেনা-সেমেনি কৰি মাতিব নোৱাৰা হ'ল।

সভা নীৰৱ হৈ পৰিল, এনেতে এজনে মৰসাহ কৰি থিয় হৈ সুধিলে,—আচ্ছা, শিৱ চৈতন্য নে জড় ? মহন্তই কি কয় ?

শিৱ জড়, চৈতন্য নহয়,—মাধৱদেৱে উত্তৰ দিলে।

এইকথা শুনি প্ৰতিপক্ষই গিৰ্জনি মাৰি উঠিল, বীকই প্ৰশ্ন কৰিলে, কি যুক্তিত শিৱক জড় বুলিলে মহন্তই বুজাই কওঁক।

তেতিয়া ভাগৱতৰ পদ উদ্ধৃত কৰি মাধৱদেৱে দেখুৱালে, শিৱই বৃত্ৰাসুৰৰ ভয়ত তিনিওলোক ঘূৰি বিষ্ণুৰ অনুগ্ৰহতহে ৰক্ষা পালে। তেওঁৰ মোহ-ভ্ৰম আছে, মোহিনীৰ ৰূপ-সৌন্দৰ্যত উদ্বাউল হৈ শিৱে পাছে পাছে দৌৰিছিল। চৈতন্যৰ মায়াত সকলো মোহিত হয়, যিজন এনেকৈ মোহিত হৈ ফুৰে তেৱেঁই জড়, অচেতন। গতিকে, মহেশ জড় আৰু বিষ্ণু চৈতন্য ঈশ্বৰ।

যুক্তি বিচাৰি নাপাই বিপক্ষীয় লোকসকল খঙত গৰ্জি উঠি একে মুখে ক'বলৈ ধৰিলে, মাধৱৰ কম দুঃসাহস নহয়, শিৱক জড় বুলি ক'লে। এইকথা সহ্য কৰা নহয়। তেওঁলোকে বিচাৰ-বুদ্ধিৰে মাধৱদেৱক নিৰস্ত কৰিব নোৱাৰি হাই-কাজিয়াৰে নিজৰ মত বাহাল ৰাখিবলৈ চেষ্টা কৰিলে। ৰাজচ'ৰাত হৈ-চৈ লাগিল, কাৰো মাত কোনোৱে শুনা নহ'ল।

সন্মুখৰ অশালীন পৰিস্থিতিলৈ লক্ষ্য কৰি ৰামচৰণ ঠাকুৰৰ ডেকা তেজত পিৰপিৰণি উঠিল, তেওঁ থিৰেৰে ৰ'ব নোৱাৰিলে। কঁকালত কাপোৰ বান্ধি অলপ আগবাঢ়িগৈ কাৰ দেহত তাগজ আছে আগুৱাই আহিবলৈ ক'লে, শাস্ত্ৰৰ জ্ঞান নথকাকৈ পণ্ডিত বোলাই খোৱা যথা-মূৰ্খ কেইজনক তেওঁ ভাল শিকনি দিহে এৰিব। তেওঁৰ উগ্ৰমূৰ্তি দেখি মোমায়েকে তালুই জিভাই কামোৰ খালে আৰু নাহক কথাত বক্‌বকাই মৰা কেইজনৰ পিলাই চমকিল ; তেওঁলোকে চাই-চুই কৰি ৰাজচ'ৰা এৰিলে।

বাঁৰু কাজীয়ে সেইদিনাৰ বাবে সভা ভংগ কৰি দিলে।

গুৰুজন ভকতৰ সৈতে ভেলা-মধুপুৰলৈ গুচি আহিল।

এনেকৈ প্ৰকাশ্য চ'ৰাত মাধৱদেৱৰ নগৰু-নাগতি হোৱা খবৰ

পাই ৰাজমাৱে পিছদিনা ৰজাক জিৰণি-চ'ৰাত লগ পাই সুধিলে, বেহাৰৰ ৰজা কোন? লক্ষ্মীনাৰায়ণ নে বীৰু কাজী? যদি লক্ষ্মী নাৰায়ণ ৰজা হয়, তেনে তেওঁৰ উপস্থিতিত সাধু-সন্ত পুৰুষ এজনৰ ইমান লটি-ঘটি হ'ব লাগে কিয়?

মাতৃৰ কথাত ৰজাই বৰ লাজ পালে, এবা কথাটো ভাল নহ'ল। তেওঁ তেতিয়াই বীৰুক মতাই অনালে। বীৰু আহিল, ৰজাই তেওঁক সুধিলে, আগতে দহোকুৰি প্ৰশংসা কৰি এতিয়া মাধৱৰ বিৰুদ্ধে যোৱাৰ কাৰণ কি?

মাধৱে গোটেই ৰাজ্য খালে, ধৰ্মৰ নামত তেওঁৰ উপদেশ শুনি মানুহবোৰ অনাচাৰী হ'ল। এনেকি বাপেক-পুতেকৰ ভিতৰতো অমিল, একে লগে খোৱা-বোৱা নচলে।

ৰজাই বীৰুৰ সংগতিবিহীন উত্তৰ শুনি পুনৰ প্ৰশ্ন কৰিলে,—ছয়-সাত বছৰ মাধৱক লগ পাইছা, এতিয়াহে তেওঁ অনাচাৰী হ'ল নে?

বীৰু নিৰুত্তৰ, ৰজাৰ আগত তেওঁৰ সাহসেই নুকুলাল। কাজীক বিদায় দি ৰজাই ভাবিলে, ইয়াৰ উচিত বিচাৰ কৰিব লাগিব, ৰাজ্যত পণ্ডিত-সজ্জন বহু আছে।

মাধৱদেৱৰ মনত অসন্তোষ, নাহক কথাত বীৰুই তেওঁৰ বিৰুদ্ধে উঠি-পৰি লাগিছে। তেওঁ ভকতক সাবধানে চলিবলৈ নিৰ্দেশ দিছে, হাট-বজাৰলৈ যাওঁতে ছয়-সাতজনকৈ দল বান্ধি যাব কৈছে, বয়-বস্তু কিনোতেও দৰ-দাম কচি থাকিব নালাগে, পোহাৰীয়ে যি খোজে তাকে দি লৈ আহিব লাগে। এজন-দুজন ভকত গাঁৱে-ভুঁয়ে সোমাব নালাগে। বীৰু কাজীয়ে অকলশৰীয়াকৈ পোৱা ভকতৰ ওপৰত কিবা অনৰ্থ ঘটাব বুলি সন্দেহ কৰি এই নিষেধাজ্ঞা জাৰি কৰিলে।

নদীয়া-শান্তিপুৰ, কাশী-বেনাৰচ আদি ঠাইৰ পণ্ডিতসমাজৰ লগত বেহাৰৰ সম্পৰ্ক বহুদিনীয়া। গুণী-জ্ঞানী পণ্ডিতসমূহে মাজে সময়ে ৰাজ্যবোৰ ভ্ৰমণ কৰিছিল, কেতিয়াবা নীলাচলৰ শক্তি-পীঠলৈ আহোঁতেও বাটে বাটে বৈ ৰাজঅতিথি হিচাপে আতিথ্য গ্ৰহণ কৰি সাত-আঠ দিনলৈ আছিল। বিশেষকৈ নৰনাৰায়ণ আৰু চিলাৰায়

বেনাৰচত অধ্যয়ন কৰা সময়ত তাবে পণ্ডিতমণ্ডলীৰ সৈতে ভালদৰে চা-চিনাকি আছিলেই, তেওঁলোকৰ অহা-যোৱাও চলিছিল।

লক্ষ্মীনাৰায়ণৰ ৰাজ্যলৈ পচিমীয়া পণ্ডিত চাবিজন আহিল। ৰজাই অতিথিশালাত তেওঁলোকক থকা-খোৱাৰ সুব্যৱস্থা কৰি দিলে। ইতিমধ্যে মহাপুৰুষীয়া ধৰ্মবিশ্বাস সম্পৰ্কে মাধৱদেৱৰ লগত বীৰু কাজীৰ মতান্তৰ ঘটিল। ৰাজসভাত তৰ্ক-বিতৰ্ক হ'ল, কিন্তু মীমাংসালৈ নাহিল। এনেকৈ প্ৰশ্নটো বিতৰ্কিত কৰি ৰাখিব নোৱাৰি ; ইয়াৰ চয়-নিচয় কৰিবই লাগিব।

ৰজাৰ ফুলনি বাগিছাৰ ওচৰতে থকা জিৰণি-চ'ৰালৈ এদিন মাধৱদেৱক মতাই নিয়ালে, পচিমীয়া পণ্ডিতবো তিনিজন উপস্থিত থাকিল। বীৰু কাজীৰ সৈতে আৰু দুই-চাৰি ৰজাৰ বিশ্বাসী বিষয়াইও তালৈ আমন্ত্ৰণ পালে। ৰাজমাৰে জিৰণি-চ'ৰালৈ সৰহ মানুহ নপঠিয়াবলৈ দুৱৰীক সঁকীয়াই থৈছিল, কাৰণ, সৰহীয়া উপস্থিতিত হাই-উৰুমি হোৱাৰ সম্ভাৱনা থাকে।

মাধৱৰ সৈতে বিদেশী পণ্ডিত কেইজনৰ পৰিচয়পৰ্ব শেষ হোৱাৰ পাছত ৰজাই আলোচনাৰ পাতনি মেলি সুধিলে, শৰতকালীৰ পূজা বিধেয় নে অবিধেয় ? এওঁ অসমৰ এগৰাকী বিশিষ্ট সন্তপুৰুষ, পূজা-পাটলত বিশ্বাস নকৰে, কেৱল হৰিনামতেই সৰ্বদায় ৰত। এই বিষয়ে আপোনালোকৰ মতামত কি ?

এই প্ৰশ্ন শুনি থুলন্তৰ দেহৰ পচিমীয়া পণ্ডিত এজনে দেৱ-দেৱী পূজা নকৰাৰ কাৰণ কি মাধৱক উদ্দেশ্য কৰি সুধিলে।

মাধৱদেৱে সেই প্ৰশ্নৰ উত্তৰত ক'লে যিসকলে ভৱিষ্যতলৈ ভোগ সুখ বাঞ্ছা কৰে তেওঁলোকেহে অন্য দেৱ-দেৱী পূজা কৰে। এক-শৰণীয়া নামধৰ্মত কেৱল কৃষ্ণভক্তিহে প্ৰয়োজনীয়, তেৱেঁই আদি মূল। সমস্ত দেৱ-দেৱী হৰিৰ আজ্ঞাধীন, তেওঁৰ আজ্ঞাত সৃষ্টি আৰু বিনাশ ঘটে। চৈতন্যময় হৰিত অচৈতন্য দেৱতা সমস্তৰ উৎপত্তি হৈছে। হৰি মায়াধীশ, তেওঁৰ অনন্ত মায়া-বিভৱৰ পৰিচ্ছেদ নাই। ব্ৰহ্মা আৰু ৰুদ্ৰ মায়াৰ প্ৰভাৱত অভিভূত। হৰিহে কেৱল চৈতন্য

ঈশ্বৰ, অন্য দেৱতা জড়। তেওঁলোকে জড়ৰূপত কৰ্ম কৰি সেৱক-সকলক বাঞ্ছিত ভোগ-ঐশ্বৰ্য প্ৰদান কৰে। জড়ক পূজিলে মুক্তি লাভ নহয়,—এই কথাৰ প্ৰমাণ মুচকুন্দৰ স্তুতি আৰু ভাগৱতৰ বেদস্তুতিত আছে।

ধৰ্মশাস্ত্ৰৰ উল্লেখ কৰি কোৱা কথা কেইষাৰত পচিমীয়া পণ্ডিত কেই গৰাকী পৰম সন্তোষিত হ'ল। তেওঁলোকে একে মুখে মাধৱদেৱক প্ৰশংসা কৰি তেওঁৰ প্ৰৱৰ্তিত মতেই বেদ-বেদান্তৰ বিশুদ্ধ মত বুলি স্বীকাৰ কৰিলে।

মাধৱদেৱে তেওঁলোকক কোনো প্ৰশ্ন নুসুধিলে, কাৰণ, ধৰ্মবিষয়ক সকলো তত্ত্ব তেওঁ জানে, মিছাতে সুধি আনৰ পাণ্ডিত্য পৰীক্ষা নিষ্প্ৰয়োজন। তেওঁ আনৰ ভুল ভাঙি দিবলৈহে গৈছে, নিজে শিকিবলৈ যোৱা নাই, সেইবাবে মাধৱদেৱে প্ৰশ্নকৰ্তাৰ ভূমিকাত অৱতীৰ্ণ হোৱা নাই।

ৰজাই বীক কাজীৰ ফালে চাই সুধিলে, মহাজনে যিবোৰ ক'লে পণ্ডিতসকলে চব মানি ল'লে, তুমি কি কোৱা ?

বীকৰে কি ক'ব ? নিজৰ ভুল বুজিব পাৰি তেওঁ মাধৱদেৱৰ ওচৰত ক্ষমা বিচাৰিলে, মূৰ্খ-চুৰ্খ মানুহ, ধৰ্মৰ বিষয়ে একো নাজানে, আৰু তাৰ মুখত শুনিহে তেওঁ গুৰুজনৰ বিপক্ষ হৈছিল। তেওঁৰ ভুল মহাৰাজে মাফ কৰি দিয়ক।

মহাপুৰুষীয়া ধৰ্মৰ বিশুদ্ধ মত ৰজাই বুজি পাইছে। জীৱ উদ্ধাৰৰ ইয়াতকৈ আন সুগম পথ নাই। তেওঁৰ দেউতাক খুৰাকৰ দিনতে মহাপুৰুষ শংকৰদেৱৰ পদধূলি পৰি এই ৰাজপুৰী পৱিত্ৰ হৈছিল। তেওঁৰেই প্ৰিয়তম শিষ্য মাধৱদেৱ সেই অমৃতকুম্ভ কঢ়িয়াই লৈ পুনৰাই সেহাৰত উপস্থিত হৈছে। তেওঁৰ প্ৰদৰ্শিত শুদ্ধ পথেৰে প্ৰজাবৰ্গ আগুৱাই যাওঁক ; মাধৱৰ প্ৰৱৰ্তিত ধৰ্মই ৰাজধৰ্ম হওঁক।

লক্ষ্মীনাৰায়ণে সেইদিনালৈ মাধৱদেৱক গুৱা-পানৰ শৰাইৰে সন্মানসহ বিদায় দিলে। ৰাজআজ্ঞা অনুসৰি বীকই জোৰবস্তি

দেখুৱাই গুৰুজনক তোৰ্চাৰ ঘাটলৈ আগবঢ়াই পৰম শ্ৰদ্ধাৰে নাৱত তুলি থৈ আহিল।

ৰাজমাৰৰ মনত অপাৰ আনন্দ, প্ৰভুৱে পুতেকক সুমতি দিছে, মাধৱৰ ধৰ্মমত প্ৰচাৰৰ বাবে ৰাজআজ্ঞা হৈছে। অকল সেয়ে নহয়, ৰাজ্যৰ ভিতৰত থকা সকলো সন্ত-মহন্তৰ ওপৰত গুৰুজনক সম্পূৰ্ণ কৰ্তৃত্ব দিছে; সকলোৱে মাধৱদেৱৰ প্ৰশংসাত একমুখ। ইয়াত বৰ বস্তু ৰাজমাৰক আৰু কি লাগে?

কুঁৱৰীসকলৰ সৈতে ৰাজহাউলিৰ অনেক মহিলাই শৰণ ল'লে, ওচৰ-পাজৰৰ মহিলাসমূহো আহিল। তেলী কৃষ্ণ আতৈৰ পত্নী দয়াৱতী আইক মেধিয়নী পাতিলে। তেওঁ মহিলাসকলক গীত-ঘোষা-কীৰ্তন শিকাই, হৰিগৃহকৈ নিয়মিত প্ৰসঙ্গ কৰাই কৰ-ভাৰ-টকা-বস্ত্ৰ সংগ্ৰহ কৰি গুৰুজনত সোধাব ধৰিলে।

অকল বেহাৰ নহয়, ইয়াৰ দক্ষিণ-পশ্চিমৰ সীমামূৰীয়া ৰাজ্য কেইখনলৈও তেওঁৰ প্ৰচাৰিত ধৰ্মৰ সোঁত বৈ গ'ল। বহু ঠাইৰ সন্ত-মহন্ত আহি গুৰুজনৰ সৈতে ভেলা-মধুপুৰত শাস্ত্ৰৰ বিচাৰ কৰি ভাগৱতী বৈষ্ণৱধৰ্মৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰিলে। প্ৰকৃততে শংকৰদেৱৰ সময়তকৈ মাধৱদেৱৰ সময়ত নামধৰ্ম প্ৰচাৰৰ দিগন্ত বহু দূৰলৈ আগবাঢ়িল।

বীৰু কাজীক গুৰুজনে কেতিয়াবাই ক্ষমা কৰিলে, ঈশ্বৰে তেওঁক ক্ষমা কৰক। কিন্তু ৰাজমাৰে লিগিৰীহঁতক উচটাই কাজীক সিহঁতৰ হতুৱাই ঠাট্টা-বিদ্ৰুপ কৰাই নগৰু-নাগতি কৰাবলৈ ধৰিলে। এইবাবে বজাত গোচৰ কৰিও একো ফল নাপালে। বৰং তেওঁ গালি-শপনি পাবি মাধৱদেৱক ৰাজ্যৰপৰা খেদিবলৈ কৰা প্ৰতিজ্ঞা বীৰুৱে ভংগ কৰিছে বুলি সোঁৱৰাই দিলে।

বীৰুৱে প্ৰতিজ্ঞা কৰিছিল মাধৱক বেহাৰৰপৰা খেদিব নোৱাৰিলে নিজৰ জিভা কাটি বিষ্ঠাত পেলাব। তেওঁ প্ৰতিজ্ঞা সোঁৱৰণ কৰিলে, এদিন ডাড়ি-চুলি খুৰাই জিভাত কঁকিলাৰ দাঁৰ মাৰি কেইটোপালমান

তেজ উলিয়াই পাইখানাত বহি শৌচৰ ওপৰত পেলাই দিলে; প্ৰতিজ্ঞা ব'ল।

মাজে-সময়ে ৰজাই মাধৱদেৱৰ লগত বহু পৰলৈ ধৰ্মৰ বিষয়ে আলোচনা কৰে। বহু বিষয়ত তেওঁৰ মনৰ সন্দেহ দূৰ হয়। কৃষ্ণ-কথাৰ বাহিৰে অন্য কথা তেওঁৰ হৃদয়ত নাইকিয়া হ'ল। ভাগৱতী ধৰ্মৰ পৰম ৰহস্যৰ সম্ভেদ পাই তেওঁৰ চিত্ত অনাবিল আনন্দত নিমগ্ন হৈ ৰ'ল। ইমান দিনলৈ মহাপুৰুষক গ্ৰহণ নকৰাৰ বাবে তেওঁ অনুতাপ কৰিলে।

সুকণ্ঠি-সুকথক মাধৱে কেতিয়াবা ৰজাৰ আগত শংকৰদেৱৰ অমৃতময় জীৱন এফালৰপৰা কৈ যায়। কথকৰ নিখুঁত উপস্থাপন ৰীতিৰ তাৎপৰ্যত লক্ষ্মীনাৰায়ণ বাৰুকৈ অভিভূত হয়, গুৰুজন যেনিবা ৰজাৰ আগত সশৰীৰে আবিৰ্ভাব হৈছে; তেওঁৰ চকুৰেদি দুধাৰি লোতক বাগৰি আহে।

বৈষ্ণৱধৰ্ম গ্ৰহণ কৰিবলৈ লক্ষ্মীনাৰায়ণ ব্যাকুল হৈ পৰিল।

... ... ... ... ...

এনিশা নাম-প্ৰসংগৰ পাছত শ্ৰীৰাম আতা, বেহাৰৰ বিষ্ণু আতা, হৰিকৃষ্ণ আতৈ, বলাই, নৰসিংহ, নাৰায়ণ, পদ্মনাভ প্ৰমুখ্যে প্ৰায় তিনি কুৰি ভকতে শ্ৰীমাধৱদেৱৰ আগত নিবেদন কৰিলে,—

—আপুনি বৈকুণ্ঠৰ পূৰ্ণ ঈশ্বৰ, জন্ম-মৃত্যু, যুৱা-জৰা নাই; চিৰন্তন শাশ্বত পুৰুষ। আশা ৰাখিছোঁ, আমাৰ প্ৰতি কৃপাপৰবশ হৈ বহুকাল এই পৃথিৱীত থাকিব। তথাপি নৰদেহৰ আবিৰ্ভাব-তিৰোভাৱ পূৰ্বাপৰ চকুৰে দেখি আহিছোঁ।

—ৰামচন্দ্ৰ স্বৰ্গলৈ যোৱাৰ আগতে হনুমানৰ ওপৰত ধৰ্মবস্তুৰ দায়িত্ব ভাৰ থৈ গ'ল। বংশ সংহাৰি উদ্ধৱত ধৰ্মবস্তু থৈ শ্ৰীকৃষ্ণ বৈকুণ্ঠী হ'ল। শংকৰদেৱে আপোনাৰ ওপৰত সমস্ত থাপি বৈকুণ্ঠ প্ৰয়াণ কৰিলে। তেনেকৈ আপোনাৰ লীলা সম্বৰণ হ'লে কাৰ আজ্ঞাৰে প্ৰৱৰ্তিম, আপুনি অনুগ্ৰহপূৰ্বক নিৰ্দেশ দিয়ক।

গুৰুত্বপূৰ্ণ প্ৰশ্ন, মাধৱদেৱে ভালেখিনি পৰ চিন্তা কৰি নমতাকৈ থাকিল। সেই দিনালৈ ভকতসকলে ছুনাই সুসুধিলে।

তিনিদিন চিন্তা কৰি গুৰুজনে ভকতসকলক জনালে, গুৰুভাৰ বহন কৰিবলৈ এজনো সক্ষম লোক বাছি উলিয়াব নোৱাৰিলে। মহাপুৰুষ শংকৰদেৱে কৈছিল, যিজনে বুঢ়া আঙুলিৰে পৃথিবীখন তুলি ল'বলৈ সক্ষম. সেইজনেহে গুৰুপদলৈ জীৱক পৰিত্ৰাণ কৰিব পাৰে। যি খেদিব হাতী, সি পলাল বাতি ; তুলাৰ ভাৰ বৈ নিব নোৱাৰাজনে পৰ্বত ডাঙিবলৈ গ'লে কেনেকৈ হ'ব ? আকৌ, পৰ্বত ডাঙিব পৰাজনে তুলাৰ ভাৰ নবয় গুৰুগিৰীৰ দায়িত্ব ল'বলৈ তেওঁ কাক ক'ব ? এজনো উপযুক্ত নাই, যিজনৰ ওপৰত গুৰুভাৰ অৰ্পিত হ'ব, অৱশ্যে সেইজন পুৰুষ উপযুক্ত কালত আপুনি ব্যক্ত হ'ব।

ঈশ্বৰেই গুৰুস্বৰূপে প্ৰকাশিত হয়। তেওঁক সৰ্বতোভাৱে সেৱা কৰি জাৱে সংসাৰ তৰে। গুৰুসেৱক পৰম দুৰ্লভ, পূৰ্বত মাৰ্কণ্ডেয় ঋষি গুৰুসেৱা কৰিছিল। প্ৰহ্লাদেও গুৰুসেৱা কৰিলে। লক্ষ্মণ আৰু হনুমানেও গুৰুসেৱা কৰাৰ নিদৰ্শন আছে। মাধৱদেৱে নিজেও কিছু পৰিমাণে গুৰুসেৱা কৰিছে। বৰ্তমান প্ৰকৃত গুৰু-সেৱকৰ দাৰুণ অভাৱ, তেওঁ কাৰ ওপৰত এই গুৰু দায়িত্ব অৰ্পণ কৰিব ? এজনো উপযুক্ত লোক বিচাৰি পাবলৈ নাই।

সেৱকসকল নিশ্চুপ হৈ গুৰুজনৰ কথা কেই আষাৰ শুনিলে।

ভাদ মাহৰ শুক্লা একাদশী তিথিত ৰাজমাৱে দিনে-নিশাই হৰি-কীৰ্তন কৰিবলৈ নিমন্ত্ৰণ জনালে। গুৰুজন ভকতৰ সৈতে যথা-সময়ত উপস্থিত হ'ল। উপবাসী ভকতে ওৰে দিন গাই-বাই নিশালৈ থকা কষ্টদায়ক, তথাপি ৰাজমাৱৰ একান্ত অনুৰোধ এৰাব নোৱাৰি ভকতসকলক গাই-বাই থাকিবলৈ কৈ নিশা দুই পৰমান যোৱাত গুৰুজন যাবলৈ উঠিল। ভকত এজন পঠিয়াই খবৰ দিয়ালে, ৰাজমাৱ সম্মত নহ'ল। গুৰুজন উঠি গ'লে সভা ভংগ হ'ব, তেওঁক থাকিবলৈ প্ৰাৰ্থনা কৰি পঠিয়ালে।

টোপনি ক্ষতি, গুৰুজনৰ ৰক্তচাপ বৃদ্ধি হৈছে। পুনৰাই ভকত পঠিয়াই দিলে, হাজাৰ হওঁক, যোৱাৰ সময়ত ৰাজমাৰৰ অনুমতি এযাৰ বিশেষ শিষ্টাচাৰ। সেইবাৰো গুৰুজনক ৰ'বলৈ প্ৰাৰ্থনা জনাই পঠিয়ালে।

মাধৱদেৱৰ খং উঠিল, সেইবাৰ ৰাজমাৰৰ হিয়া ভেদি যোৱাকৈ কৈ পঠিয়ালে, দেহাই নসহে, তথাপি ৰাজমাৰে নুবুজে। সভাখন নভঙাকৈ গুৰুজনক তেওঁ যা'বলৈ অনুৰোধ জনাই পঠিয়ালে।

অচ্যুত গুৰু আৰু ৰামচৰণক ভকতসকলৰ সৈতে থৈ মুখ-হাত ধুৱাৰ ছলেৰে গুৰুজন উঠি গ'ল। পাছে পাছে কমণ্ডলু হাতত লৈ শ্ৰীৰাম আতা। দোভাগ গঢ়ি যোৱাৰ পাছত দুয়ো দোলাত উঠি মধুপুৰ পালে।

সেই নিশা হৰিকীৰ্তনৰ পাছত লক্ষ্মীনাৰায়ণে মাকক কুতুৰিবলৈ ধৰিলে, তেওঁ উপবাসে আছে, পিছদিনা পুৱা গুৰুজনক মতাই নিয়াৰ লাগে ৰজাই শৰণ ল'ব। ৰাজমাৰে ভিতৰি ভাল পালেও পুতেকৰ মন জুখি চোৱাৰ উদ্দেশ্যৰে প্ৰকাশ্যে ক'লে, ৰাজকাৰ্য চলালে অনেক দেৱ-দেৱী পূজিব লাগে, পুতেকে কেনেকৈ হৰিভক্তি গুৰুধৰ্ম ৰাখিব?

ৰজাৰ মন দৃঢ়, সকলো ত্যাগ কৰি হ'লেও তেওঁ গুৰুধৰ্ম গ্ৰহণ কৰিবলৈ সংকল্পিত।

মাকে আজি-কালিকৈ নদিন পলম কৰিলে। ৰজা অধৈৰ্য হ'ল, সেইদিনা গধূলি ৰৰ কুঁৱৰীৰ শপত দি নেৰানেপেৰাকৈ লগাত পিহদিনা গুৰুজনক আহিবলৈ প্ৰাৰ্থনা জনাব বুলি ৰাজমাৱ মান্তি হ'ল।

১৫৯৬ চনৰ ভাদ মাহৰ কৃষ্ণ-পঞ্চমী।

পূৱ আকাশত তলৰফালৈ ওলোৱা বেলিটো হঠাতে এচপৰা ক'লা মেঘে ঢাকি ধৰিলে। ৰজা অতিকৈ ব্যাকুল, তেওঁ মাধৱদেৱৰপৰা শৰণ ল'বই। ৰাজমাৰে মানুহ পঠিয়াই খবৰ দিয়ালে, গুৰুজন আহিব লাগে। লক্ষ্মীনাৰায়ণে ধৰ্মবস্তু ল'বলৈ উপবাসে আছে।

গুৰুজনে কি কৰিব? ৰজাক তেওঁ শৰণ নিদিয়ে, গুৰুধৰ্মত ইয়াক নিষেধ কৰিছে। শংকৰদেৱেও নৰনাৰায়ণ ৰজাক শৰণ নিদিয়াকৈ বৈকুণ্ঠ প্ৰয়াণ কৰিছিল। মুখেৰে বৰ কথা ক'লেও ৰাজপাটত বহি গুৰুধৰ্মত দৃঢ় হৈ চলা বৰ কঠিন। পৃষ্ঠপোষকতা কৰা আৰু ৰজাই ধৰ্ম লৈ তাক নিষ্ঠাৰে পালন কৰা সম্পূৰ্ণ বেলেগ। প্ৰকৃততে ৰজা ধৰ্মনিৰপেক্ষ হ'ব লাগে, নহ'লে ইয়াক লৈ প্ৰজাৰ মাজত গণ্ডগোল লগাৰ সম্ভাৱনা থাকে তেতিয়া হয়তো ধৰ্মৰ প্ৰতি তেওঁৰ অনীহাৰ ভাব আহিব। সেই কাৰণে গুৰুজনে ৰজাৰ শৰণ-ব্যৱস্থা নাৰাখিলে।

উঁহু মাধৱদেৱ ৰজাৰ ওচৰলৈ নাযায়। বুঢ়া ভগীয়াৰ আগত কৈ পঠিয়ালে, বায়ুগ্ৰস্ত বৃদ্ধ শৰীৰ তেওঁ যাব নোৱাৰে, নাযায়।

গুৰুজন অসুস্থ, খোজকাঢ়ি আহিব নোৱাৰে; খবৰ পাই ৰাজমাৱৰ হৃদয় সহানুভূতিত পমি গ'ল। তেওঁৰ দোলাখন পৰিষ্কাৰকৈ ধুৱাই পখলাই তুলসীৰ পাতেৰে গংগা জল ছটিয়াই সত্ৰলৈ পঠিয়ালে। আগ দিনাৰপৰা ৰজা ব্ৰত-উপবাসে আছে, গুৰুজন দাসীৰ ওপৰত সদয় হৈ সোনকালে গৈ ৰজাক শৰণ লগাওক।

একো পথ্যে নেৰিছে, গুৰুজনে মনে মনে হাঁহি শ্ৰীৰাম আতাক নতুন ধুতি-পচৰা আৰু মূৰবন্ধা কাপোৰ খুজিলে। যদুমণি ভঁৰালীৰ-পৰা সাজ-পোছাক আনি দিয়াত গুৰুজনে ভালকৈ পিন্ধি-উৰি ওলাল। ঢাৰি-কঠ, লোটা গাৰু, জাপী-লাঠি সকলোখিনি ভকতে যতনাই দিলে। কমণ্ডলুৰ পানীৰে হাত-মুখ ধুলে। ভকতসকলে ভাবিলে, প্ৰভু ৰাজহাউলিলৈ ওলাইছে।

চোতাল ঢাকি তুপৰীয়াৰ ৰ'দ ওলাব লাগিছিল যদিও, ভাদ-মহীয়া আকাশৰ বেলিটো পুৱাৰপৰা আনা-গোনাকৈ কলীয়া ডাৱৰে আগুৰি আছে, ৰ'দ ওলোৱা নাই। প্ৰভু বাটচ'ৰালৈ আগ নাবাঢ়ি চোতালত বিছনা পাৰিবলৈ ভকতক নিৰ্দেশ দিলে। ক্ষন্তেকৰ ভিতৰতে শুভ্ৰ-শয্যা এখনি প্ৰস্তুত হ'ল। গুৰুজন শয্যাত উঠি বহিল, কথা

বিপৰীত, উৎকণ্ঠিত হৃদয়েৰে ভকতসকল বিছনাৰ চাৰিও কাষে আগুৰি ৰহিল।

গুৰুজনে উপদেশ দিলে, মাউথে উটিলে গুৰি-পুৰুষাৰো মৰণ নাই, ভকতসকল গুৰুবাক্যত বৈ, অন্তৰৰ ঈৰ্ষা-অসূয়া এৰি পৰস্পৰ মিলা-প্ৰীতিৰে হৰিভক্তি কৰি থকাটোৱেই সজ।

কাৰো প্ৰতি বিশেষ নিৰ্দেশ নাই, গুৰুজনে মাথোন অবিৰাম হৰিৰাম উচ্চাৰণ কৰিবলৈ ধৰিলে। ভকতসকলৰ চকু-মুখত বিষাদৰ গভীৰ ছাঁ, তেওঁলোকৰ চকুবোৰ সেমেকি উঠিল, গালেৰে তপত অশ্ৰুৰ অবিৰল প্লাৱন নামি আহিল। তথাপি ফেঁকুৰি ফেঁকুৰি হৰিনামৰ অখণ্ড ধ্বনিৰে ভেলা-মধুপুৰৰ আকাশ-বতাহ কঁপাই তুলিলে।

মহাপ্ৰস্থানৰ অপূৰ্বক্ষণ প্ৰায় সমাগত, গুৰুজনৰ সুৱদি কণ্ঠৰ মাত থৰক-বৰক, কণ্ঠেকৰ ভিতৰত হাউলি পৰাৰ শংকা, ভাগিনেক ৰামচৰণ ঠাকুৰে মোমায়েকক সাবটি লৈ বিছনাত শুৱাই দিলে।

হৰিনামৰ অনৰ্গল ধ্বনি, ধূপ-ধূনাৰ পবিত্ৰ সুবাসত চৌদিশ আমোল-মোল। গুৰুজনৰ মুখত উচ্চাৰিত হৰিনাম অস্পষ্টৰপৰা আৰু অস্পষ্ট হৈ গলাব ধৰিলে। দেহৰ সংজ্ঞা লাহে লাহে নাইকিয়া হৈ আহিলেও সংকুচিত জিভাখন ল'ৰাই থাকিল।

এক মিনিট আৰু এক মিনিট; এটি মধুৰ মুহূৰ্ত্তত হৰিনাম অমৃতৰ ক্ষৰ-স্ৰাৱী পুণ্য-সোঁতত, ঘোষা-ৰত্নাৱলীৰ আঁৰত নিজকে লুকুৱাই মাধৱপুৰুষৰ বিদেহী আত্মা চিৰদিনৰ বাবে পৰম ব্ৰহ্মত বিলীন হ'ল।

সমবেত ভকতসমাজে হুক-হুকাই কান্দিব ধৰিলে।

ৰামচৰণে বগা কাপোৰ এখনেৰে শৱদেহটো ঢাকি দিলে।

পৃথিবীৰ বুকুত এজন মহাপুৰুষৰ এশ এঘাৰ বছৰীয়া কৰ্মজীৱনৰ যৱনিকা পৰিল।

—অন্ত—

## মাধৱদেৱৰ বংশাৱলী




## মাধৱদেৱৰ নিয়োজিত বাৰজন প্ৰধান ধৰ্মাচাৰ্য

১। ৰামচৰণ ঠাকুৰ : সুন্দৰী দিয়া সত্ৰ

২। মথুৰাদাস বুঢ়া আতা : বৰপেটা সত্ৰ

৩। বৰ বিষ্ণু আতা : চমৰিয়া সত্ৰ

৪। কেশৱচৰণ ভাটকুচিয়া আতা : বৰজহা সত্ৰ

৫। পঢ়িয়া আতৈ : হেৰাম দৈ সত্ৰ

৬। লক্ষ্মীকান্ত আতৈ : ঢোপগুৰি সত্ৰ

৭। লেচাকণীয়া গোবিন্দ আতৈ : খটৰা সত্ৰ

৮। ভৱানীপুৰীয়া গোপাল আতা : কাল্‌ঝাৰ সত্ৰ

৯। বংশীগোপাল : দেবেৰাপাৰ সত্ৰ

১০। যদুমণি : মাহৰা, ঘাৰমৰা সত্ৰ

১১। শ্ৰীহৰি : লাই আটী সত্ৰ

১২। বহুলা আতা : কমলাবাৰী সত্ৰ

## গ্ৰন্থ-পঞ্জী

অধ্যাপক উপেন লেখাৰু সম্পাদিত : কথাগুৰু চৰিত
দৈত্যাৰি ঠাকুৰ : শ্ৰীশ্ৰীশংকৰদেৱ-মাধৱদেৱ চৰিত
ৰামচৰণ ঠাকুৰ : গুৰুচৰিত
বাঁহীত প্ৰকাশিত : বৰদোৱা গুৰুচৰিত
দ্বিজ ৰমানন্দ : গুৰুচৰিত
লক্ষ্মীনাথ বেজবৰুৱা : শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ
পূৰ্ণচন্দ্ৰ গোস্বামীৰ সম্পাদনা : শ্ৰীশ্ৰী মাধৱদেৱৰ বাক্যামৃত
ড° মহেশ্বৰ নেওগ : শ্ৰীশ্ৰীশংকৰদেৱ
কালিৰাম মেধি সম্পাদিত : অংকাৱলী
আমনাতুল্লা : কোচ বেহাৰৰ ইতিহাস
হৰি নাৰায়ণ দত্তবৰুৱা সাহিত্য ৰত্ন : বৰগীত
শিৱানন্দ শৰ্মা : গোৱালপাৰা জিলাৰ ইতিহাস
বাল্মীকি ৰামায়ণ সাৰানুবাদ : ৰাজশেখৰ বসু

